


ৰমেশ গ্ৰন্থাৱলী—অসমীয়া সংস্কৰণ

সম্পাদনা—শ্ৰীবিভূভূষণ চৌধুৰী

# মহাৰাষ্ট্ৰ জীৱন-প্ৰভাত

# মহাৰাষ্ট্ৰ জীৱন-প্ৰভাত




ৰচনা

**ৰমেশ চন্দ্ৰ দত্ত**

অনুবাদ

**শ্ৰীৰজনীকান্ত শাস্ত্ৰী**

সম্পাদনা

**শ্ৰীবিধুভূষণ চৌধুৰী**



চপলা সাহিত্য সদন

পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান

শিলং :: আসাম



# মহাৰাষ্ট্ৰ জীৱন-প্ৰভাত

## প্ৰথম পৰিচ্ছেদ

### জীৱন-উষা

দিয়া কৰতালি জয় জয় বুলি
অঞ্জলি ভৰাই কুসুম তোলা।
সউ যে পূৱত মধুৰ হাঁহিত
অৰুণ উদয় উষাৰ বেলা॥

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায়।

খৃষ্টৰ দ্বাদশ শতাব্দীৰ শেহত মোহম্মদ ঘোৰীয়ে আৰ্য্যাবৰ্ত্ত প্ৰদেশ জয় কৰে। সেই বিপুল সমৃদ্ধিশালী ৰাজ্য অধিকাৰ কৰি মুছলমানসকলে এক শতাব্দী নিশ্চেষ্ট হৈ থাকিল, বিন্ধ্যাচল আৰু নৰ্ম্মদা ৰূপ বিশাল প্ৰাচীৰ আৰু পৰিখা পাৰ হৈ দাক্ষিণাত্য জয় কৰিবলৈ কোনো উদ্যম কৰা নাই। অৱশেহত ত্ৰয়োদশ শতাব্দীৰ শেষত দিল্লীৰ যুৱৰাজ আলাউদ্দীন খিলজী আঠ হেজাৰ অশ্বাৰোহী সৈন্যৰ সৈতে নৰ্ম্মদা নদী পাৰ হ'ল, আৰু হঠাৎ হিন্দু ৰাজধানী দেৱগড়ৰ সমুখত উপস্থিত হ'ল। দেৱগড়ৰ ৰাজকোঁৱৰে বহুসংখ্যক সৈন্য লৈ আলাউদ্দীনক আক্ৰমণ কৰিলে, কিন্তু তুমুল সংগ্ৰামত হিন্দু সেনা পৰাজিত হ'ল, আৰু হিন্দু ৰজাই বহু অৰ্থ আৰু ইলিচপুৰ প্ৰদেশ প্ৰদান কৰি সন্ধি কিনি পেলালে। তাৰ পিছত আলাউদ্দীন দিল্লীৰ সম্ৰাট হ'লত তেওঁৰ সেনাপতি মালীক কাফুৰে

তিনিবাৰ দাক্ষিণাত্য আক্ৰমণ কৰি নৰ্ম্মদাতীৰৰ পৰা কুমাৰিকা অন্তৰীপ পৰ্য্যন্ত বিপৰ্য্যস্ত আৰু ব্যতিব্যস্ত কৰি তোলে। দেৱগড় প্ৰভৃতি দাক্ষিণাত্যৰ হিন্দুৰাজ্যই দিল্লীৰ মুছলমান সম্ৰাটৰ অধীনতা স্বীকাৰ কৰিলে।

চতুৰ্দ্দশ শতাব্দীত মহম্মদ টোগ্লক দিল্লীৰ সম্ৰাট হৈ ৰাজধানী দিল্লীৰ পৰা দেৱগড়লৈ আনিবৰ বাবে প্ৰয়াস কৰিলে আৰু দেৱগড়ৰ নাম সলনি কৰি দৌলতাবাদ ৰাখিলে। কিন্তু দক্ষিণৰ হিন্দু আৰু মুছলমানসকলে বিৰক্ত হৈ সম্ৰাটৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিলে। হিন্দুসকলে বিজয় নগৰত নতুন ৰাজধানী পাতি এখন বিশাল সাম্ৰাজ্য স্থাপন কৰিলে, আৰু মুছলমানসকলে দৌলতাবাদত এখন স্বতন্ত্ৰ মুছলমান ৰাজ্য স্থাপন কৰিলে। কালক্ৰমত বিজয়নগৰ আৰু দৌলতাবাদ দাক্ষিণাত্যৰ ভিতৰত দুখন প্ৰধান ৰাজ্য হৈ উঠিল। প্ৰায় তিনিশ বছৰলৈকে দিল্লীৰ সম্ৰাটসকলে দাক্ষিণাত্য হস্তগত কৰিবলৈ আৰু কোনো চেষ্টা কৰা নাই।

কিন্তু দিল্লীৰ উপদ্ৰৱৰ পৰা পৰিত্ৰাণ পালেও দক্ষিণে হিন্দু সাম্ৰাজ্য বিপদশূন্য নাছিল। হিন্দুসকলে ঘৰৰ ভিতৰত দৌলতাবাদ স্বৰূপ মুছলমান ৰাজ্যক স্থান দিছিল। সেই সময়ত হিন্দুসকলৰ জাতীয় জীৱন ক্ষীণ আৰু অৱনতিশীল, বিজয়ী মুছলমানসকলৰ জাতীয় জীৱন উন্নতিশীল আৰু প্ৰবল, গতিকে এটাই আনৰ ধ্বংস সাধন কৰিলে। কালক্ৰমত দৌলতাবাদ ৰাজ্য আয়তনত বাঢ়ি গৈ খণ্ড খণ্ড ভাবে বিভক্ত হ'ল আৰু এখনৰ ঠাইত বিজয়পুৰ, গলখন্দ আৰু আহম্মদনগৰ নামে তিনিখন মুছলমান ৰাজ্য গঢ়ি উঠিল। তেতিয়া মুছলমান ৰজাসকলে একেলগ হৈ ১৫৬৪ খৃঃ অব্দত তেলিকোটাৰ যুদ্ধত বিজয়নগৰৰ সৈন্যসমূহক পৰাস্ত কৰি সেই হিন্দু ৰাজ্যৰ বিলোপ সাধন কৰিলে। এইদৰে দাক্ষিণাত্যত হিন্দু স্বাধীনতা বিলুপ্ত হ'ল; বিজয়পুৰ, গলখন্দ আৰু আহম্মদ নগৰ নামেৰে তিনিখন মুছলমান ৰাজ্য প্ৰবল পৰাক্ৰান্ত হৈ উঠিল; কৰ্ণাট আৰু

দ্ৰাবিড়ৰ হিন্দুৰজা সকলেও লাহে লাহে বিজয়পুৰ আৰু গলখন্দৰ অধীনতা স্বীকাৰ কৰিলে।

১৫৯০ খৃঃ অব্দত সম্ৰাট আকবৰে আকৌ সমগ্ৰ দাক্ষিণাত্য দিল্লীৰ অধীনলৈ আনিবৰ বাবে চেষ্টা কৰে। তেওঁৰ মৃত্যুৰ আগতেই সমস্ত খন্দেশ আৰু আহম্মদনগৰ ৰাজ্যৰ অধিকাংশ দিল্লী-সৈন্যৰ হস্তগত হয়। তেওঁৰ পৌত্ৰ শাহজিহানে ১৬৩৬ খৃঃ অব্দৰ ভিতৰত সমগ্ৰ আহম্মদনগৰ ৰাজ্য অধিকাৰ কৰে, গতিকে এই আখ্যায়িকাৰ বিবৃত কালত দাক্ষিণাত্যত মাথোন বিজয়পুৰ আৰু গলখন্দ এই দুখন পৰাক্ৰান্ত স্বাধীন মুছলমান ৰাজ্য আছিল।

এই ৰাজ-বিপ্লৱবোৰৰ ভিতৰত দেশীয় মানুহবোৰৰ অৰ্থাৎ মহাৰাষ্ট্ৰীয়সকলৰ অৱস্থা কেনেকুৱা আছিল সেইটো আমালোকৰ জনা আৱশ্যক। মুছলমান ৰাজ্যৰ অধীনত অৰ্থাৎ আহম্মদনগৰ, বিজয়পুৰ আৰু গলখন্দৰ অধীন হিন্দুসকলৰ অৱস্থা একেবাৰে বেয়া নাছিল। আচলতে মুছলমানসকলৰ দেশ শাসন কাৰ্য্য বহু পৰিমাণে মহাৰাষ্ট্ৰীয় বুদ্ধিবলেই পৰিচালিত হৈছিল। প্ৰতিখন ৰাজ্য কিছুমান চৰকাৰত, আৰু প্ৰত্যেক চৰকাৰ কিছুমান পৰগণাত বিভক্ত আছিল। সেই সকলো চৰকাৰ আৰু পৰগণাত কেতিয়াবা কেতিয়াবা মুছলমান শাসনকৰ্ত্তা নিযুক্ত হৈছিল, কিন্তু বেছি সময়তে মহাৰাষ্ট্ৰীয় কৰ্ম্মচাৰী-সকলেই কৰ আদায় কৰি ৰাজকোষলৈ প্ৰেৰণ কৰিছিল। মহাৰাষ্ট্ৰ দেশ পৰ্ব্বতসঙ্কুল আৰু পৰ্ব্বতৰ চূড়াত অসংখ্য দুৰ্গ নিৰ্ম্মিত আছিল। মুছলমান চুলতানসকলে সেই সকল পাৰ্ব্বত্য দুৰ্গও মহাৰাষ্ট্ৰীয় সকলৰ হাতত ৰাখিবলৈ সঙ্কুচিত নহৈছিল আৰু মহাৰাষ্ট্ৰীয় কিল্লাদাৰসকলে প্ৰায়েই জায়গীৰ লাভ কৰি তাৰেই আয়ৰ পৰা দুৰ্গ ৰক্ষাৰ কাৰণে আৱশ্যকীয় খৰচ কৰিছিল। এই সমস্ত কিল্লাদাৰ আৰু দেশমুখৰ বাহিৰে অনেক হিন্দু মন্সবদাৰ ৰাজদৰবাৰত নিযুক্ত থাকিছিল, তেওঁলোক এশ কি দুশ কি পাঁচশ, কি হেজাৰ, কি তাতকৈ অধিক অশ্বাৰোহীৰ সেনাপতি, চুলতানৰ আদেশ মতে সেই

সেই পৰিমাণৰ সৈন্য লৈ যুদ্ধৰ সময়ত উপস্থিত হবলৈ বাধ্য আছিল। তেওঁলোকেও সৈন্যৰ বেতন আৰু আৱশ্যকীয় খৰচৰ বাবে এটা এটা জায়গীৰ ভোগ কৰিছিল।

বিজয়পুৰৰ চুলতানৰ অধীনত চন্দ্ৰৰাও মোড়ে বাৰ হেজাৰ পদাতিকৰ সেনাপতি আছিল। তেওঁ চুলতানৰ আদেশত নীৰা আৰু বৰ্ণা নদীৰ মাজৰ সমস্ত প্ৰদেশ জয় কৰিছিল; চুলতানে পৰিতুষ্ট হৈ সেই দেশ চন্দ্ৰৰাওক অলপীয়া কৰ ধাৰ্য্য কৰি জায়গীৰ স্বৰূপে দান কৰে; আৰু চন্দ্ৰৰাওৰ সন্তান-সন্ততিসকলে সাতপুৰুষলৈকে ৰাজা খিতাপেৰে সেই প্ৰদেশ স্বচ্ছন্দে সুশাসন কৰে। এইদৰে ৰাওনায়ক নিম্বালকৰ বংশীয়সকলে পুৰুষানুক্ৰমে ফুল্‌তন দেশৰ দেশমুখ হৈ সেই দেশ শাসন কৰে। এনেকৈ মল্লৰী প্ৰদেশত, মুখৰ প্ৰদেশত, কাপসী আৰু মুধোল দেশত, ঝট্ট প্ৰদেশত আৰু ৱাৰা প্ৰদেশত ভিন্ ভিন্ পৰাক্ৰান্ত মহাৰাষ্ট্ৰীয় বংশই অৱস্থান কৰিছিল তেওঁলোকে এইবোৰ প্ৰদেশত পুৰুষানুক্ৰমে বিজয়পুৰৰ চুলতানৰ কাৰ্য্য সাধন কৰি থাকে আৰু সময়ে সময়ে আপোনাৰ ভিতৰতে তুমুল সংগ্ৰাম কৰে। জ্ঞাতি বিৰোধৰ নিচিনা আৰু বিৰোধ নাই, গতিকে পৰ্ব্বতসঙ্কুল কঙ্কণ আৰু মহাৰাষ্ট্ৰ প্ৰদেশত সকলো ঠাইতে আৰু সকলো সময়তেই স্থানীয় ডাঙৰ ডাঙৰ বংশীয়সকলৰ মাজত আত্মবিৰোধ দেখা গৈছিল। বহু শোণিতপাত হলেও সেইবোৰ কুলক্ষণ নহয়, সেইবোৰ সুলক্ষণ। পৰিচালনাৰ দ্বাৰা আমাৰ শৰীৰ যেনেকুৱা সুঠাম আৰু দৃঢ়ীকৃত হয়, কাৰ্য্য, উপদ্ৰৱ আৰু বিপৰ্য্যয়ৰ দ্বাৰা জাতীয় বল আৰু জাতীয় জীৱন তেনেকুৱা বৰ্দ্ধিত আৰু পৰিপুষ্ট হয়। এনেকৈ মহাৰাষ্ট্ৰীয় জীৱন-উষাৰ প্ৰথম ৰক্তিমচ্ছটা শিৱজীৰ আবিৰ্ভাৱৰ অনেক আগেই ভাৰত-আকাশ ৰঞ্জিত কৰিছিল।

আহম্মদনগৰৰ চুলতানৰ অধীনত যাদৱৰাও আৰু ভঁচলা নামৰ দুটা পৰাক্ৰান্ত বংশ আছিল। সিন্দুক্ষীৰৰ যাদৱ ৰাওৰ নিচিনা

পৰাক্ৰান্ত মহাৰাষ্ট্ৰ বংশ গোটেই মহাৰাষ্ট্ৰ প্ৰদেশত আৰু ক'তো নাছিল, আৰু বহুতেই বিবেচনা কৰে দেৱগড়ৰ প্ৰাচীন হিন্দু ৰাজবংশৰ পৰাই এই পৰাক্ৰান্ত বংশ সমুদ্ভূত। ভঁচলাবংশ যাদৱ-ৰাওৰ নিচিনা উন্নত নহলেও এটা প্ৰধান আৰু ক্ষমতাশালী বংশ আছিল, তাৰ সন্দেহ নাই। এই ঠাইত এইটো মাথোন কোৱা উচিত যে, যাদৱৰাওৰ বংশৰপৰা শিৱজীৰ মাক আৰু ভঁচলা বংশৰ পৰা তেওঁৰ পিতেক সমুদ্ভূত হৈছিল।



# দ্বিতীয় পৰিচ্ছেদ

## ৰঘুনাথজী হাবিলদাৰ

সুবৰ্ণক জিনি তাৰ অঙ্গৰ বৰণ।
শ্ৰৱণ তেওঁৰ দিব্য কমল-নয়ন ॥
কাণত কুণ্ডল দুটি দীপ্ত দিনকৰ।
অভেদ্য কবচে আবৰিল কলেবৰ ॥
দুই কান্ধে দুই তূণ বাওঁ হাতে ধনু।
আজানু লম্বিত ভূজ আনন্দিত তনু ॥

—কাশীৰাম দাস।

কঙ্কণ প্ৰদেশত বাৰিষা প্ৰকৃতিয়ে অতি ভীষণৰূপ ধাৰণ কৰে; ১৬৬৩ খৃষ্টাব্দৰ বসন্তকালতেই এদিনাখন গধূলি তেনেকুৱা ঘোৰ আড়ম্বৰ দেখা গৈছিল। সূৰ্য্য এতিয়াও অস্ত যোৱা নাই, অথচ গোটেই আকাশ দীৰ্ঘবিলম্বী অতি কৃষ্ণ মেঘপুঞ্জই আগুৰি পেলাইছে আৰু চাৰিওপিনে পৰ্ব্বত শ্ৰেণী আৰু অৰণ্য অন্ধকাৰেৰে আচ্ছন্ন হৈ পৰিছে। পৰ্ব্বতত, উপত্যকাত, অৰণ্যৰ ভিতৰত, প্ৰান্তৰত, আকাশত বা পৃথিবীত শব্দ মাত্ৰও নাই, যেন অচিৰতে প্ৰচণ্ড ধুমুহা আহিব বুলি জানি সমস্ত জগত ভয়তে স্তব্ধ হৈ পৰিছে। ওচৰৰ পৰ্ব্বতৰ ওপৰেদি যোৱা অহাযোৱা বাটবোৰ অলপ অলপ দেখা পোৱা গৈছে, দূৰৰ বিশাল পাদপাবৃত পৰ্ব্বতবোৰ গাঢ়তৰ কৃষ্ণবৰ্ণ ধাৰণ কৰিছে, আৰু তলত উপত্যকা অন্ধকাৰেৰে আচ্ছন্ন হৈ পৰিছে। পৰ্ব্বত প্ৰবাহিনী জল প্ৰপাতবোৰ ক'তো বা ৰূপৰ থোপাৰ দৰে দেখা পোৱা গৈছে, ক'তো বা আকৌ এন্ধাৰ লীন হৈ মাথোন শব্দেৰে আপোনাৰ পৰিচয় দিছে।

সেই পৰ্ব্বতৰ ওপৰৰ বাটেদি একমাত্ৰ অশ্বাৰোহীজনে বেগেৰে অশ্বচালনা কৰি গৈ আছিল। অশ্বৰ গোটেই শৰীৰ ফেনপূৰ্ণ আৰু ঘৰ্ম্মাক্ত। অশ্বাৰোহীৰ বেশ কৰ্দ্দমময়, দেখিলেই ভাব হয়, তেওঁ বহু দূৰৰ পৰা আহিছে। তেওঁৰ সোঁহাতত বৰ্শা, কঁকালত তৰোৱাল, বাওঁহাতত ঘোৰাৰ লেকাম আৰু বাওঁ খান্ধত ঢাল, পৰিচ্ছদ আৰু উষ্ণীষ ৰাজস্থান দেশীয়। অশ্বাৰোহীৰ বয়স ওঠৰ বছৰ হব, অবয়ব উন্নত আৰু গৌৰবৰ্ণ, কিন্তু পৰিশ্ৰমত বা ৰ'দৰ উত্তাপত এই বয়সতেই তেওঁৰ মুখমণ্ডলৰ উজ্জ্বলবৰ্ণ কিছু ক'লা পৰি গৈছে। শৰীৰ সুবদ্ধ আৰু দৃঢ়ীকৃত, ললাট উন্নত, চকুযুৰি জ্যোতিঃপূৰ্ণ, মুখমণ্ডল ঔদাৰ্য্যব্যঞ্জক আৰু অতিশয় তেজঃপূৰ্ণ। যুৱকে ঘোঁৰাটোক অলপ জিৰণি দিবলৈ জপিয়াই ভূমিত অৱতীৰ্ণ হ'ল, অশ্ববল্গা গছৰ ওপৰলৈ দলিয়াই দিলে। বৰ্শা গছৰ ডালত আওজাই ৰাখিলে, আৰু হাতেৰে কপালৰ ঘাম মচি-মচি নিবিড় কৃষ্ণ-কেশৰাশি পাছলৈ দি অলপ সময় আকাশৰ পিনে চাবলৈ ধৰিলে।

আকাশৰ আকৃতি অতি ভয়ানক, অচিৰতে তুমুল ধুমুহা আহিব তাৰ সংশয় নাই। ধীৰে ধীৰে বতাহ ববলৈ আৰম্ভ কৰিছে আৰু অনন্ত পৰ্ব্বত আৰু পাদপশ্ৰেণীৰ পৰা গভীৰ শব্দ উঠিব লাগিছে। দুটা এটা স্তিমিতি মেঘৰ গৰ্জ্জন শুনা গৈছে, আৰু যুৱকৰ শুকান ওঁঠত দুই এক বিন্দু বৰষুণৰ পানীও পৰিল। এতিয়া যোৱাৰ সময় নহয়, আকাশ পৰিষ্কাৰ নোহোৱালৈকে ক'তো বাটচোৱা উচিত, কিন্তু যুৱকৰ চিন্তা কৰিবৰ সময় নাছিল। তেওঁ যি কাম লৈ আহিছিল তাত পলম কৰা সহ্য নহয়; তেওঁ যি প্ৰভুৰ কাৰ্য্য কৰিব লাগিছে, তেওঁ কোনো আপত্তি নুশুনে; যুৱকৰো আপত্তি কৰাৰ অভ্যাস নাই। পুনৰাই বৰ্শা হাতত লৈ জাপমাৰি তেওঁ ঘোঁৰাৰ পিঠিত উঠিল। আৰু এমুহূৰ্ত্ত আকাশৰ পিনে নিৰীক্ষণ কৰিলে, পিছত পুনৰাই বেগেৰে অশ্বচালন কৰি সেই নিঃশব্দ পৰ্ব্বত প্ৰদেশৰ সুপ্ত প্ৰতিধ্বনি জগাই গুচি গ'ল।

অলপ সময়ৰ ভিতৰতেই ভয়ানক ধুমুহা আৰম্ভ হ'ল। আকাশৰ এক প্ৰান্তৰ পৰা আন প্ৰান্তলৈকে বিদ্যুল্লতা চমকিত হবলৈ ধৰিলে। মেঘৰ গৰ্জ্জনত সেই অনন্ত পৰ্ব্বত প্ৰদেশ যেন শতবাৰ শব্দিত হৈ উঠিল। অচিৰতে কোটী ৰাক্ষস বলক বিদ্ৰূপ কৰি ভীষণ গৰ্জ্জনেৰে পবন প্ৰবাহিত হৈ যেন সেই অনন্ত পৰ্ব্বতকো সমূলে আলোড়ন কৰিবলৈ ধৰিলে। শত পৰ্ব্বতৰ অসংখ্য পাদপশ্ৰেণীৰ পৰা কৰ্ণবিদাৰক শব্দ উঠিবলৈ ধৰিলে। জলপ্ৰপাত আৰু পৰ্ব্বত তৰঙ্গিণীৰ পানী উৎক্ষিপ্ত হৈ চাৰিওফালে চিটিকি পৰিবলৈ ধৰিলে, ঘন ঘন বিজুলীৰ পোহৰত বহুদূৰলৈকে প্ৰকৃতিৰ এই ঘোৰ বিপ্লৱ দেখিবলৈ পোৱা গ'ল, আৰু মাজে মাজে বজ্ৰ শব্দত জগত কম্পিত আৰু স্তব্ধ হৈ উঠিল। বেগতে মুষলধাৰাৰে বৰষুণ পৰি পৰ্ব্বত, অৰণ্য আৰু উপত্যকা প্লাবিত কৰি তুলিলে, জলপ্ৰপাত আৰু তৰঙ্গিণীসমূহক স্ফীতদেহ আৰু উচ্ছলিত কৰি তুলিলে।

অশ্বাৰোহীয়ে একোতেই প্ৰতিৰুদ্ধ নহৈ সাৱধানে চলিবলৈ ধৰিলে। মাজে মাজে ভাব হ'ল যেন অশ্ব আৰু অশ্বাৰোহী বায়ুবেগে পৰ্ব্বতৰ পৰা সজোৰে তললৈ নিক্ষিপ্ত হব। বায়ুতাড়িত বৃক্ষ শাখাৰ তীব্ৰ আঘাতত অশ্বাৰোহীৰ উষ্ণীষ ছিন্ন হ'ল, তেওঁৰ কপালৰ পৰা দুই এক বিন্দু তেজ পৰিবলৈ ধৰিলে। তথাপি যি কাৰ্য্যত ব্ৰতী হৈছে তাত অপেক্ষা কৰা দুঃসাধ্য গতিকে, যুৱকে মুহূৰ্ত্তমাত্ৰও চিন্তা নকৰি যিমান দূৰ সাধ্য সতৰ্কভাবে অশ্বচালনা কৰিবলৈ ধৰিলে। দুই তিন দণ্ড মুষলধাৰে বৰষুণ হোৱাত লাহে লাহে আকাশ পৰিষ্কাৰ হবলৈ ধৰিলে, অচিৰতে বৰষুণ এৰিলে। অস্তাচলচূড়াৱলম্বী সূৰ্য্যৰ আলোকত সেই পৰ্ব্বতৰাশি আৰু নৱস্নাত বৃক্ষসমূহৰ চমৎকাৰ শোভা দেখা পোৱা গ'ল।

যুৱকে দুৰ্গত উপস্থিত হৈ এবাৰ অশ্ব থমালে আৰু ভিজা কেশগুচ্ছ পুনৰাই সুন্দৰ, প্ৰশস্ত ললাটৰ পৰা গুচাই দি তললৈ দৃষ্টিপাত কৰিলে। যিমান দূৰলৈ দেখা পোৱা যায়, দুই তিনি

হেজাৰ হাত উন্নত পৰ্ব্বতৰ শিখৰবোৰ শোভা পাব লাগিছে আৰু সেই পৰ্ব্বতসমূহৰ কাষত, মূৰত, চাৰিওপিনে, নৱস্নাত নিবিড় হৰিৎবৰ্ণ অনন্ত বৃক্ষশ্ৰেণী সূৰ্য্যৰ পোহৰত জিক্‌মিক কৰিছে। মাজে মাজে জলপ্ৰপাত দহগুণ স্ফীতদেহ হৈ বৰ্দ্ধিত গৌৰৱত শৃঙ্গৰ পৰা শৃঙ্গলৈকে নৃত্য কৰিব ধৰিছে আৰু সূৰ্য্যৰ সুৱৰ্ণৰশ্মিত বৰ সুন্দৰকৈ খেলা কৰিব লাগিছে। পৰ্ব্বত আৰু শিখৰৰ ওপৰত সূৰ্য্যৰশ্মি নানা বৰ্ণ ধাৰণ কৰিছে, জলপ্ৰপাতৰ ওপৰত ৰামধেনুৱে খেলা কৰিছে, আকাশত প্ৰকাণ্ড ধেনু নানাবৰ্ণেৰে ৰঞ্জিত হৈ আছে আৰু বহুদূৰত বায়ু তাড়িত হৈ মেঘৰাশি বৃষ্টিৰূপে গলি পৰিব ধৰিছে।

যুৱক অলপ সময় মাথোন এই শোভাত মুগ্ধ হৈ ৰ'ল; পিছত সূৰ্য্যৰ পিনে চাই বেগতে দুৰ্গৰ ওপৰত উঠিবলৈ ধৰিলে। ততালিকে নিজৰ পৰিচয় দি দুৰ্গত প্ৰৱেশ কৰিলে। তেতিয়া সূৰ্য্য অস্ত যাব লাগিছে, এনেতে জন্ জন্ শব্দেৰে দুৰ্গদ্বাৰ বন্ধ হৈ গল।

দুৱৰীসকলে দ্বাৰ বন্ধ কৰি যুৱকলৈ চাই কলে—"বেছি সোনকালে আহি পোৱা নাই; আৰু এমুহূৰ্ত্ত পলম হলে আজি ৰাতি প্ৰাচীৰৰ বাহিৰতে কটাব লাগিলহেঁতেন।"

যুৱক। সেই এমুহূৰ্ত্ত পলম হোৱা নাই; প্ৰভুৰ ওচৰত যি প্ৰতিজ্ঞা কৰিছো ভৱানীৰ অনুগ্ৰহত তাক ৰাখিম, আজিয়েই কিল্লাদাৰৰ ওচৰত প্ৰভুৰ আদেশ জনাবলৈ পাৰিম।

দুৱৰী। কিল্লাদাৰেও আপোনাৰ কাৰণে প্ৰতীক্ষা কৰিছে।

যুৱক ততালিকে কিল্লাদাৰৰ প্ৰাসাদলৈ গ'ল, আৰু সম্যক অভিবাদন কৰি নিজৰ কঁকালৰ পৰা বান্ধ মোকলাই কেইখনমান চিঠি তেওঁৰ হাতত দিলে। কিল্লাদাৰ মাউলী জাতীয়, শিৱজীৰ এজন বিশ্বাসী যোদ্ধা, তেওঁ চিঠিবোৰলৈ বাট চাই আছিল, দূতৰ পিনে নোচোৱাকৈ মনোযোগ দি সেইবোৰ পাঠ কৰিবলৈ ধৰিলে।

দিল্লীৰ সম্ৰাটৰ সৈতে যুদ্ধাৱস্থা, যুদ্ধৰ আধুনিক অৱস্থা, কেনেকৈ কিল্লাদাৰে শিৱজীৰ বিশেষৰূপে সহায়তা কৰিব পাৰে, আৰু কোন

বিষয়ত শিৱজীৰ কি কি আদেশ, চিঠি পঢ়ি সকলো অৱগত হ'ল। ভালেখিনি সময় সেই চিঠি পঢ়ি কিল্লাদাৰে অৱশেহত পত্ৰবাহকৰ কালে চালে। ওঠৰ বছৰ বয়সাম্ন যুৱকৰ বালকোচিত উদাৰ মুখমণ্ডল, আৰু চকুলৈ বৈ পৰা থোপা থোপা নিবিড় কৃষ্ণকেশ দেখি কিল্লাদাৰ এবাৰ চকিত হৈ উঠিল। চিঠিৰ ফালে চালে, আকৌ বালক বা যুৱাৰ পিনে মৰ্ম্মভেদী তীক্ষ্ণ চকুযুৰি তুলিলে। অৱশেহত কলে, "হাৱিলদাৰ! তোমাৰ নাম ৰঘুনাথজী? তুমি জাতিত ৰাজপুত?"

ৰঘুনাথজীয়ে বিনীতভাবে শিৰ নমাই প্ৰশ্নৰ উত্তৰ কৰিলে।

কিল্লাদাৰ। তুমি আকৃতি আৰু বয়সত বালক মাত্ৰ। কিন্তু বিবেচনা কৰো কাৰ্য্যকালত পৰান্মুখ নোহোৱা।

ৰঘুনাথজী। যত্ন আৰু চেষ্টা মাত্ৰ মনুষ্য সাধ্য, বোধহয় তাত প্ৰভুৱে মোৰ ত্ৰুটি দেখা নাই। সিদ্ধি ভৱানীৰ ইচ্ছাধীন।

কিল্লাদাৰ। তুমি সিংহগড়ৰ পৰা তোৰণদুৰ্গ লৈ ইমান সোনকালে আহিলা কি দৰে?

ৰঘুনাথজী। প্ৰভুৰ ওচৰত এনে প্ৰতিজ্ঞা কৰিছিলো।

কিল্লাদাৰে এই উত্তৰত পৰিতুষ্ট হৈ মিচিকিয়া হাঁহি মাৰি কলে,—"সোধা অনাৱশ্যক, কাৰ্য্য সাধনত তোমাৰ যেনে যত্ন, তোমাৰ আকৃতিয়েই তাৰ পৰিচয় দিছে।" ৰঘুনাথজীৰ সমস্ত বস্ত্ৰ আৰু শৰীৰ এতিয়াও ভিজা, আৰু কপালত অলপ ক্ষত দেখা পোৱা গৈছে।

পিছত কিল্লাদাৰে সিংহগড়ৰ আৰু পুণাৰ সমস্ত অৱস্থা, মহাৰাষ্ট্ৰীয়, মোগল আৰু ৰাজপুতনাৰ অৱস্থা, সংখ্যা তন্ন তন্নকৈ সুধিবলৈ ধৰিলে। ৰঘুনাথজীয়ে যিমান দূৰ পাৰিলে উত্তৰ দিলে।

কিল্লাদাৰে কলে,—"তেন্তে কাইলৈ পুৱা মোৰ ওচৰলৈ আহিবা, মোৰ চিঠি আদি প্ৰস্তুত থাকিব। আৰু প্ৰভু শিৱজীক মোৰ নাম লৈ জনাবা যে, তেওঁ যি তৰুণ হাৱিলদাৰক এই বিষম কাৰ্য্যত

নিযুক্ত কৰিছে, সেই হাবিলদাৰ কাৰ্য্যৰ অনুপযুক্ত নহয়।" প্ৰশংসা-বাক্যত ৰঘুনাথে মুৰ-দোঁৱাই কৃতজ্ঞতা স্বীকাৰ কৰিলে।

ৰঘুনাথজীয়ে বিদায় পাই গুচি গ'ল। ৰঘুনাথক এইৰূপে পৰীক্ষা কৰাৰ উদ্দেশ্য এই যে, কিল্লাদাৰে শিৱজীক অতিশয় গূঢ় ৰাজকীয় সংবাদ আৰু কিছুমান গূঢ় মন্ত্ৰণা পঠাবলৈ মন কৰিছিল। সেইবোৰ চিঠিৰে প্ৰকাশ কৰিব নোৱাৰি, চিঠি শত্ৰুৰ হাতত পৰিব পাৰে। ৰঘুনাথজাক সেইবোৰ কথাৰে কব পাৰিনে নোৱাৰি, অৰ্থবলেৰে বা কোনো উপায়েৰে শত্ৰুৰ বশবৰ্ত্তী হৈ গূঢ় মন্ত্ৰণা শত্ৰুৰ ওচৰত প্ৰকাশ কৰা ৰঘুনাথৰ পক্ষে সম্ভৱ হয়নে নহয়, কিল্লাদাৰে তাৰেই পৰীক্ষা কৰিছিল। ৰঘুনাথ চকুৰে নেদেখা হলত কিল্লাদাৰে অলপ হাঁহি মাৰি কলে,—"শিৱজী এই বিষয়ে অসাধাৰণ পণ্ডিত, উপযুক্ত কাৰ্য্যৰ বাবে আচলতে উপযুক্ত মানুহকেই পঠাইছে।"

# তৃতীয় পৰিচ্ছেদ

## সৰযূবালা

ভাল কৰি সখি নোৱাৰিলো মই চাবলই তনুখনি।
মেঘমালাসতে বিজুলীলতিকা যেন দিলে শেল হানি।
আধা আঁচল খহি আধা বদন হাঁহি নয়ন তৰঙ্গ আধা।
আধা সি বুকুৰ দেখি আধা ঢকা পালো অনঙ্গৰ ব্যথা॥
সুগৌৰ বুকুত সোণৰ সৰ্ফ‌ৰা আঁচল অনঙ্গ সম।
সুবৰ্ণৰ হাৰ দেখি ভাব হয় যেন কাঁচি দিলে কাম॥
দন্ত মুকুতা পাতি মিলে অধৰত কয় মৃদু মৃদু ভাষা।
বিদ্যাপতি কয় সি দুখ থাকিল দেখিও নভৰে আশা॥

—বিদ্যাপতি।

ৰঘুনাথে কিল্লাদাৰৰ পৰা বিদায় পাই ভৱানীদেৱীৰ মন্দিৰাভিমুখে যাবলৈ ধৰিলে। এই দুৰ্গজয়ৰ অলপদিন পিছতেই শিৱজীয়ে ভৱানীৰ এটি মূৰ্ত্তি প্ৰতিষ্ঠিত কৰিছিল আৰু অম্বৰ দেশীয় অতি উচ্চকুলোদ্ভৱ এজন বামুণক আহ্বান কৰি দেৱসেৱাত নিয়োজিত কৰিছিল। যুদ্ধকালত এই দেৱীৰ পূজা নিদিয়াকৈ কোনো কাৰ্য্যতে লিপ্ত নহৈছিল।

ৰঘুনাথে যৌৱনোচিত উল্লাসৰ সৈতে নিজৰ কৃষ্ণকেশবোৰ নচুৱাই নচুৱাই এটা যুদ্ধগীত মৃদুস্বৰে গাই গাই মন্দিৰৰ অভিমুখে আহিছিল।

যেতিয়া মন্দিৰৰ ওচৰলৈ আহিল তেতিয়া প্ৰায় সন্ধ্যা হৈছে। পশ্চিম ফালৰ আকাশৰ স্তিমিত আলোকত শ্বেত মন্দিৰ সুন্দৰ শোভা পাব লাগিছে, মন্দিৰৰ ওচৰৰ এখন সৰু উদ্যান প্ৰায় এন্ধাৰত আবৃত হৈছে। মন্দিৰৰ পুৰোহিত তেতিয়া ঘৰত নাই, গতিকে

ৰঘুনাথে উদ্যানত এটা শিলৰ ওপৰত বহি অলপ সময় জিৰণি লবলৈ ধৰিলে।

সন্ধ্যাসময়ত সেই ফুলনিলৈ এজনী ছোৱালী ফুল তুলিবলৈ আহিল। ৰঘুনাথে দেখি অলপ বিস্মিত হ'ল, কিয়নো এই দেশৰ নহয়; পৰিচ্ছদ দেখি বুজিলে, বালিকা ৰাজপুত। বহুদিন পিছত এজনী স্বদেশীয়া ৰমণীক দেখি ৰঘুনাথৰ হৃদয় নাচি উঠিল। ইচ্ছা হ'ল ৰাজপুত বালিকাৰ কাষলৈ গৈ তেওঁৰ পৰিচয় সোধে। কিন্তু ৰঘুনাথে সেই ইচ্ছা দমন কৰিলে, গছৰ তলত সেই শিলৰ ওপৰত বহি অলপ সময় সেই বালিকাৰ পিনে চাবলৈ ধৰিলে। যিমানেই দেখিবলৈ ধৰিলে, ৰঘুনাথৰ হৃদয় আৰু সেইপিনে আকৃষ্ট হবলৈ ধৰিলে।

বালিকা অনুমান ত্ৰয়োদশ বৰ্ষীয়া। তেওঁৰ ৰেচম-বিনিন্দিত সুমাৰ্জ্জিত অতিকৃষ্ণ কেশপাশ গণ্ডস্থল আৰু পিঠিত ওলমি পৰিছে, আৰু উজ্জ্বল মুখমণ্ডল আৰু ভ্ৰমৰ-বিনিন্দিত চকুযুৰি অলপ আবৃত কৰিছে। ভ্ৰূযুগল যেন তুলিকাৰে অঁকা, কি সুন্দৰ বেঁকাভাবে কপালৰ শোভা বৰ্দ্ধন কৰিছে। ওঁঠ দুটি সৰু আৰু ৰঙা বৰণীয়া, হাত আৰু বাহু সুগোল, আৰু সোণৰ বলয় আৰু কঙ্কণেৰে সুশোভিত। কন্যাৰ ললাটত আকাশৰ ৰঙচুৱা আভা পতিত হৈ সেই তপ্তকাঞ্চন বৰ্ণকে সমধিক উজ্জ্বল কৰি তুলিছে। কণ্ঠ আৰু ঈষৎ উন্নত বক্ষস্থলৰ ওপৰত এধাৰী কণ্ঠমালা ওলমি ৰৈছে। ৰঘুনাথে অনিমেষনেত্ৰে সেই সায়ংকালৰ স্তিমিত আলোকত সেই অপূৰ্ব্বদৃষ্টা ৰাজপুত কন্যাৰ পিনে চাইছিল; তেওঁৰ হিয়া পূৰ্ব্বৰ অনুভূতিহীন আনন্দ সোঁতত ভিজিব ধৰিছিল।

কন্যাই ফুল তুলি ঘৰলৈ যাবলৈ উপক্ৰম কৰিছে, এনে সময়ত দেখিলে, অলপ দূৰত এজন দীৰ্ঘকায় ৰাজপুত যুৱকে তেওঁৰ পিনে অনিমেষনেত্ৰে চাই আছে। ঈষৎ লাজত কন্যাৰ মুখ ৰঞ্জিত হ'ল, তেওঁ মুখ অবনত কৰিলে। আকৌ চাই দেখিলে যুৱক তেতিয়াও

থিয় দি আছে, থোপা থোপা কৃষ্ণকেশে যুৱকৰ উন্নত কপাল আৰু জ্যোতিঃপূৰ্ণ নয়নযুগল আবৃত কৰিছে, কঁকালত তৰোৱাল, সোঁহাতত দীঘল বৰ্শা। যুৱকে একেথিৰে তেতিয়াও তেওঁৰেই ফালে চাই আছে। বহুদিন পিছত এজন দেশীয় যোদ্ধাক এই মহাৰাষ্ট্ৰ দুৰ্গত দেখি ৰাজপুতবালা প্ৰথমে বিস্মিত হ'ল, যুৱকৰ আকৃতি আৰু উজ্জ্বল সৌন্দৰ্য্য দেখি তেওঁ চমকিত হ'ল, মুখমণ্ডল নত কৰি ফুলৰ কৰণি লৈ ঘৰৰ ভিতৰত সোমাল।

তেতিয়া ৰঘুনাথে যেন চেতনা পালে। মন্দিৰৰ পুৰোহিতৰ সৈতে দেখা কৰিবৰ বাবে ধীৰে ধীৰে চিন্তিত ভাবে মন্দিৰৰ ভিতৰত প্ৰৱেশ কৰিলে, আৰু পুৰোহিতৰ বাবে বাট চাই ৰ'ল। এই অবসৰতে আমি পাঠকক পুৰোহিতৰ পৰিচয় দিম।

আগেয়ে কৈছো, পুৰোহিত অম্বৰদেশীয় উচ্চকুলোদ্ভৱ ৰাজপুত বামুণ, তেওঁৰ নাম জনাৰ্দ্দন দেৱ। তেওঁ অম্বৰৰ প্ৰসিদ্ধ ৰজা জয়সিংহৰ এজন সভাসদ আছিল, পিছত শিৱজীৰ বহু অনুৰোধত, জয়সিংহৰ অনুমতি মতে শিৱজীৰ সৰ্ব্বপ্ৰথম বিজিত তোৰণ দুৰ্গলৈ আগমন কৰে। তেওঁৰ পুত্ৰকন্যা একো নাছিল, কিন্তু স্বদেশ ত্যাগৰ অলপ আগতে তেওঁ এজনী ক্ষত্ৰিয় কন্যাৰ লালনৰ ভাৰ লৈছিল। কন্যাৰ পিতা জনাৰ্দ্দনৰ আশৈশৱ পৰম বন্ধু আছিল। কন্যাৰ মাকেও জনাৰ্দ্দনৰ ঘৈণীয়েকক ভগিনী সম্বোধন কৰিছিল। কন্যাৰ মাক-বাপেকৰ মৃত্যু হোৱাত নিঃসন্তান জনাৰ্দ্দন আৰু তেওঁৰ ঘৈণীয়েকে এই শিশু ক্ষত্ৰিয়বালাৰ লালন পালনৰ ভাৰ ললে আৰু তোৰণ দুৰ্গলৈ আহি সেই শিশুক অপত্যনিৰ্ব্বিশেষে পালন কৰিবলৈ ধৰিলে।

পিছত জনাৰ্দ্দনৰ স্ত্ৰীৰ মৃত্যু হোৱাত কন্যা সৰযূৰ বাহিৰে বুঢ়াৰ স্নেহৰ বস্তু আৰু কোনো নেথাকিল, সৰযূবালায়ো জনাৰ্দ্দনক পিতা বুলি মাতে আৰু ভাল পায়। কালক্ৰমত সৰযূবালা নিৰুপমা লাৱণ্যৱতী হৈ উঠিল, গতিকে দুৰ্গৰ সকলোৱে শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ

জনাৰ্দ্দনক কণ্বমুনি আৰু তেওঁৰ পালিতা নিৰুপমা লাৱণ্যময়ী ক্ষত্ৰিয়বালাক শকুন্তলা বুলি পৰিহাস কৰিবলৈ ধৰে। জনাৰ্দ্দনো কন্যাৰ সৌন্দৰ্য্য আৰু স্নেহত পৰিতুষ্ট হৈ ৰাজস্থানৰ পৰা নিৰ্ব্বাসনৰ দুখ পাহৰি গ'ল।

দেৱালয়ত ৰঘুনাথ অলপ সময় বৈ থকাত জনাৰ্দ্দন দেৱমন্দিৰত সোমাল। তেওঁৰ বয়স পঞ্চাশ বছৰ হৈছে, অৱয়ব দীৰ্ঘ আৰু এতিয়াও বলিষ্ঠ, চকু দুটা শান্তি ৰসপূৰ্ণ, বহল বুক, বাহুযুগল দীঘল আৰু বলিষ্ঠ। জনাৰ্দ্দনৰ বৰ্ণ গৌৰ, আৰু কান্ধৰ পৰা যজ্ঞোপৱীত ওলমি আছে। পূজকৰ পৱিত্ৰ মন আৰু সৰল হৃদয় তেওঁৰ মুখ দেখিলেই বুজিব পাৰি। জনাৰ্দ্দন ধীৰে ধীৰে মন্দিৰত সোমাল, তেওঁক দেখি ৰঘুনাথে সসম্ভ্ৰমে আসনৰ পৰা উঠিল।

চমুকৈ মধুৰ আলাপ কৰি উভয়ে আসনত বহিল আৰু জনাৰ্দ্দনে শিৱজীৰ কুশল বাতৰি সুধিলে। ৰঘুনাথে যিমানদূৰ পাৰে যুদ্ধৰ বিবৰণ কলে আৰু শিৱজীৰ প্ৰণাম জনাই পূজকৰ হাতত কেইটামান সোণৰ মোহৰ দি কলে, "প্ৰভুৰ প্ৰাৰ্থনা যে তেওঁ এতিয়া মোগলৰ সৈতে যুদ্ধত প্ৰবৃত্ত হৈছে, আপুনি তেওঁৰ জয়ৰ কাৰণে ভৱানীৰ পূজা কৰিব। দেৱীৰ অনুগ্ৰহৰ বাহিৰে মানুহৰ চেষ্টা বৃথা।"

জনাৰ্দ্দনে তেওঁৰ স্বাভাৱিক স্থিৰ গম্ভীৰ স্বৰে উত্তৰ দিলে, "সনাতন হিন্দুধৰ্ম্ম ৰক্ষাৰ কাৰণে আমাৰ দৰে মানুহৰ চিৰকালেই যত্ন কৰা উচিত, সেই ধৰ্ম্মৰ প্ৰহৰী স্বৰূপে শিৱজীৰ বিজয়ৰ বাবে অৱশ্যেই পূজা দিম। মহাত্মাক জনাবা, সেই বিষয়ে ক্ৰুটী নকৰিম।"

ৰঘুনাথ। দেৱীপদত প্ৰভুৰ আৰু এটা আবেদন আছে। তেওঁ ঘোৰতৰ যুদ্ধত প্ৰবৃত্ত হব, তাৰ ফলাফল অলপ আগেয়ে জানিবলৈ আকাঙ্ক্ষা কৰে। আপোনাৰ দৰে দূৰদৰ্শী দৈৱজ্ঞই এই বিষয়ে অৱশ্যে তেওঁৰ মনস্কামনা পূৰ্ণ কৰিব পাৰে।

জনাৰ্দ্দনে ক্ষণিক সময় চকু মুদি থাকিল, পিছত আকৌ গম্ভীৰ

সুৰেৰে কলে, "নিশা[illegible]দে[illegible] পদত শিৱজীৰ বাসনা জনাম, কাইলৈ পুৱা উত্তৰ জানিব পাৰিবা।"

ৰঘুনাথে ধুন্ধুৰা[illegible]দি [illegible]দায় লোৱাৰ উদ্যোগ কৰিছে, এনে সময়ত জনাৰ্দ্দনে কু[illegible] "তোমাক ইয়াৰ আগেয়ে এই দুৰ্গত দেখা নাই, আজি জানো প্ৰথমে এই ঠাইলৈ আহিছা ?"

ৰঘুনাথ। আজিয়েই আহিছো।

জনাৰ্দ্দন। দুৰ্গত কাৰো লগত পৰিচয় আছে ? থাকিবলৈ ঠাই আছে ?

ৰঘুনাথ। পৰিচয় নাই, কিন্তু কোনো এঠাইত নিশা কটাই দিম, কাইলৈ পুৱাই গুচি যাম।

জনাৰ্দ্দন। কি কাৰণে অনৰ্থক ক্লেশ সহ্য কৰিবা ?

ৰঘুনাথ। প্ৰভুৰ অনুগ্ৰহত কোনো ক্লেশ নহব, আমি সদায় এইদৰে ৰাতি অতিবাহিত কৰিবলগীয়া হয়।

জনাৰ্দ্দন। বোপা, যুদ্ধৰ সময়ত ক্লেশ অনিবাৰ্য্য, কিন্তু আজি ক্লেশ সহ্য কৰাৰ কোনো আৱশ্যকতা নাই। মোৰ এই দেৱালয়ত থাকা, মোৰ পালিত কন্যাজনীয়ে তোমাৰ খাদ্যৰ আয়োজন কৰি দিব। পিছত ৰাতি জিৰণি লৈ কাইলৈ শিৱজীৰ ওচৰলৈ দেৱীৰ আদেশ লৈ যাবা।

ৰঘুনাথজীৰ বুকুখন হঠাৎ ওফন্দি উঠিল, তেওঁৰ বুকুত যেন জোৰেৰে কোনোবাই আঘাত কৰিলে। এইটো যাতনা নে আনন্দৰ উদ্বেগ ? জনাৰ্দ্দনৰ পালিত কন্যা কোন ? তেওঁ জানো সেই ফুলনিত দেখা লাৱণ্যময়ী ৰাজপুতবালা ?

---




# চতুর্থ পৰিচ্ছেদ

## কণ্ঠমালা

মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন

—ভাৰত চন্দ্ৰ ৰায়

ৰাতি প্ৰায় এপৰ হ'লত সৰযূবালাই পিতাকৰ আদেশত অতিথিৰ খাদ্যৰ আয়োজন কৰি দিলে। ৰঘুনাথ আসনত বহিল, সৰযূ পাছৰ পিনে থিয় দি ৰল। মহাৰাষ্ট্ৰ দেশত আজিকোপতি আহূত মানুহবোৰক পৰিবাৰৰ মাজত কোনো এজন ৰমণী আহি ভোজন কৰোৱাৰ ৰীতি আছে।

ৰঘুনাথে আহাৰ কৰিবলৈ বহিল, কিন্তু ৰঘুনাথৰ হৃদয় আজি চঞ্চলতাৰে পৰিপূৰ্ণ আৰু অস্থিৰ। সৰযূৱে যত্ন কৰি নানাপ্ৰকাৰ আহাৰ প্ৰস্তুত কৰিছিল, কিন্তু ৰঘুনাথে আজি কি খালে ঠিক নেজানে। জনাৰ্দ্দনে আগ্ৰহেৰে সৈতে ৰাজস্থানৰ কথা কবলৈ ধৰিলে, ৰঘুনাথে মাজে সময়ে উত্তৰ দিয়ে মাজে সময়ে অলপ অন্যমনস্ক হয়।

আহাৰ শেষ হ'ল। শ্বেতপ্ৰস্তৰৰ পাত্ৰত সৰযূৱে মিঠা জুৰবৎ আনি দিলে, ৰঘুনাথে পাত্ৰধাৰিণীৰ পিনে উদ্বেগৰ সৈতে চালে, যেন তেওঁৰ হৃদয় সেই দৃষ্টিৰ সৈতে মিলি সেই কন্যাৰ পিনে ধাৱমান হ'ল। চাৰি চকুৰ মিলন হ'ল, সৰযূৰ মুখমণ্ডল লাজত অলপ ৰঙচুৱা হ'ল, মুখ অৱনত কৰি সৰযূ লাহে গুচি গ'ল। ৰঘুনাথো যাৰপৰ নাই লজ্জিত হৈ তললৈ মুখ কৰিলে।

হাতমুখ ধুবলৈ সৰযূৱে পানী আনি দিলে। ৰঘুনাথ বৰ্ব্বৰ নহয়, এইবাৰ তেওঁ মুখ অৱনত কৰিলে, মাথোন সৰযূৰ সুন্দৰ সুৱৰ্ণবলয়

শোভিত সুগোল বাহুকেই ৰুখিবলৈ পালে। এটি দীঘল হুমুনীয়াহ ত্যাগ কৰিলে।

ৰঘুনাথৰ বিছনা প্ৰস্তুত হ'ল। ৰঘুনাথে শয়ন নকৰিলে, ঘৰৰ দুৱাৰ লাহে লাহে মেলি নক্ষত্ৰালোকত সেই ফুলনিত ইফাল সিফালকৈ ফুৰিবলৈ ধৰিলে। সেই গভীৰ এন্ধাৰত নক্ষত্ৰ বিভূষিত ৰাতিৰ আকাশৰ পিনে স্থিৰ দৃষ্টি কৰি অলপ বয়সীয়া যোদ্ধাই কি চিন্তা কৰিছে? নিশাৰ ছায়া ক্ৰমে ক্ৰমে গভীৰতম হৈ উঠিছে, সেই সুস্নিগ্ধ ছায়াত মানৱ, জীৱ-জন্তু সমগ্ৰ জগত শুই পৰিছে। দুৰ্গত শব্দ মাত্ৰও নাই, মাথোন মাজে মাজে প্ৰহৰিহঁতৰ শব্দ শুনা যায়। আৰু প্ৰহৰে প্ৰহৰে ঘণ্টাধ্বনি সেই নিস্তব্ধ দুৰ্গত আৰু চাৰিওফালৰ পৰ্ব্বতত প্ৰতিহত হৈ উঠিছে। এই গভীৰ এন্ধাৰ ৰাতি ৰঘুনাথে টোপনি এৰি কি চিন্তা কৰিবলৈ ধৰিছে?

ৰঘুনাথে আজি কিয় সেই বাগিচাত ঘূৰি ফুৰিছে, তাক তেওঁ নেজানে। ইমান দিনে ৰঘুনাথ বালক আছিল, আজি যেন হঠাৎ তেওঁৰ শান্ত, নীল, জীৱন-আকাশৰ ওপৰত এটা নতুন আলোক উদিত হ'ল, তেওঁৰ সুপ্ত চিন্তা আৰু বেগৱতী মনোবৃত্তি হঠাৎ জাগি উঠিল। শতেকবাৰ সেই ৰাজপুতবালাৰ আনন্দময়ী মূৰ্ত্তি তেওঁৰ মনলৈ আহিবলৈ ধৰিলে, সেই আলেখ্য লিখিত ভ্ৰূযুগল, সেই পুষ্পবিনিন্দিত মধুময় ওঁঠ, সেই নিবিড় কেশদাম, সেই সুগোল বাহুযুগল, সেই আয়ত স্নেহপূৰ্ণ চকুযুৰি, সেই চিত্তহাৰি অতুল লাৱণ্য! ৰঘুনাথ! এই সুন্দৰী জানো তোমাৰ হব? তুমি এজন সাধাৰণ হাবিলদাৰ মাত্ৰ, জনাৰ্দ্দন অতি উচ্চ কুলোদ্ভৱ ৰাজপুত, তেওঁৰ পালিতা কন্যা ৰজাসকলৰো প্ৰাৰ্থনাৰ বস্তু! কি কাৰণে এনেকুৱা আশাত হিয়াক মিছাতে ব্যথিত কৰিছা? ৰঘুনাথ! এই মিছা পিয়াহত কিয় হিয়া দগ্ধ কৰিছা?

কিন্তু যৌৱন কালত আশাই বলৱতী হয়, সোনকালে আমাৰ নৈৰাশ্য নাহে, অসাধ্যকো আমি সাধ্য বুলি ভাবো, অসম্ভৱো সম্ভৱ

বোধ হয়। ৰঘুনাথে আকাশৰ পিনে চাই চাই বহু সময় কি চিন্তা কৰি আছিল। ভালেখিনি পিছত থিয় হ'ল, নিজৰ বুকুৰ ওপৰত দুই বাহু থৈ অলপ থিয় দি ৰল, মনে মনে কলে,—

"ভগবান, সহায় হোৱা, অৱশ্যে কৃতকাৰ্য্য হম! যশ, মান, খ্যাতি, মানুহৰ সাধ্য, কি কাৰণে মোৰ অসাধ্য হব? মোৰ শৰীৰ জানো আনতকৈ ক্ষীণ? বাহু জানো আনতকৈ দুৰ্ব্বল? দেৱগণ মোৰ সহায় হোৱা, মই যুদ্ধত পিতাৰ নাম ৰক্ষা কৰিম, ৰাজপুতৰ উচিত সম্মান লাভ কৰিম। তাৰ পিছত? যদি কৃতকাৰ্য্য হওঁ, তেনেহলে সৰযূ! মই তোমাৰ অযোগ্য নহম। তেতিয়া সৰযূ! তোমাক গল্পৰ ছলেৰে আজিৰ এইবোৰ কথা কম, তেতিয়া তোমাৰ সুন্দৰ হাত দুখন মোৰ এই কঁপি থকা হাত দুখনত স্থাপন কৰিম, তেতিয়া এই লাৱণ্যময় দেহলতা এই উদ্বিগ্ন হিয়াত ধাৰণ কৰিম, তেতিয়া এই সুন্দৰ বিম্ববিনিন্দিত ওষ্ঠদুটি"—ৰঘুনাথ! ৰঘুনাথ! বলিয়া নহবা।

তেতিয়া ৰঘুনাথ কোনো ৰকমে শান্ত হিয়াৰে ঘৰৰ পিনে উভতি গ'ল। হঠাৎ দেখিলে এধাৰী কণ্ঠমালা পৰি আছে,—দুটাকৈ মুক্তা পিছত এটাকৈ পান্না,—ৰঘুনাথে সেই মালা চিনিলে। সেই মালা আগদিনাখন সন্ধ্যাবেলা সৰযূৱে কণ্ঠ আৰু বুকুত ধাৰণ কৰিছিল, বোধহয় অসাৱধানতাবশতঃ এই ঠাইত পেলাই গৈছে। ৰঘুনাথে আকাশৰ পিনে চাই কলে,—"ভগবান, এই জানো মোৰ আশা পূৰ্ণ হোৱাৰ পূৰ্ব্বলক্ষণ দান কৰিলা?"

মালাধাৰী বুকুত লৈ ৰঘুনাথ শুই পৰিল, পিছদিনা পুৱা ৰঘুনাথৰ টোপনি ভাঙিল। জনাৰ্দ্দনদেৱৰ ওচৰত ভৱানীৰ আদেশ জানিলে,—"ম্লেচ্ছসকলৰ লগত যুদ্ধত জয়, স্বধৰ্ম্মীসকলৰ সৈতে যুদ্ধত পৰাজয়।"

দুৰ্গ এৰাৰ আগত ৰঘুনাথে এবাৰ সৰযূৰ লগত দেখা কৰিলে। সৰযূ যেতিয়া পুনৰাই ফুলনিত ফুল তুলিবলৈ আহিল, ধীৰে ধীৰে

ৰঘুনাথো তালৈ গ'ল। হিয়াৰ উদ্বেগ কিছু দমন কৰি অলপ কঁপা মাতেৰে ৰঘুনাথে কলে, "ভদ্ৰে, কালি নিশাসময়ত এই কণ্ঠমালাধাৰী এই ঠাইত পাইছো, সেইটো দিবলৈ আহিছো, অপৰিচিতৰ ধৃষ্টতা মাৰ্জ্জনা কৰক।"

এই বিনয় বাক্য শুনি সৰযূৱে উভতি চালে, দেখিলে, সেই কমনীয় উদাৰ মুখমণ্ডল, সেই চুলিৰে আগুৰা উন্নত কপাল, সেই উজ্জ্বল নয়ন যুগল, সেই তৰুণ যোদ্ধা! ৰমণীৰ গৌৰ মুখমণ্ডল আকৌ ৰঙা বৰণীয়া হৈ উঠিল।

ৰঘুনাথে পুনৰাই লাহে লাহে কলে,—"যদি অনুমতি কৰে তেন্তে এই সুন্দৰ মালাধাৰী ইয়াৰ অভ্যস্ত ঠাইলৈ নি পিন্ধাই দিওঁ। এই অনুগ্ৰহ মোক দান কৰক, ভগবানে আপোনাক সুখে ৰাখিব।"

সৰযূৱে লাজেৰে সৈতে এবাৰ ৰঘুনাথৰ পিনে চালে, সেই বিশাল আয়ত লোচনৰ ক্ষণিক চাৱনিত ৰঘুনাথৰ হিয়া কঁপি উঠিল। ততালিকে ৰঞ্জিতমুখীয়ে লাজতে আকৌ চকু মুদিলে। সম্মতিৰ লক্ষণ পাই ৰঘুনাথে ধীৰে ধীৰে সেই কণ্ঠমালা পিন্ধাই দিলে, কন্যাৰ পৱিত্ৰ শৰীৰ স্পৰ্শ নকৰিলে।

অলপ পিছত ৰঘুনাথে লাহে লাহে কলে, "তেন্তে অতিথিক বিদায় দিয়ক।"

সৰযূৱে এবাৰ লাজ আৰু উদ্বেগ সংযম কৰি লাহে লাহে ৰঘুনাথৰ ফালে চালে, আকৌ মাটিৰ পিনে লাহে লাহে চকু ফিৰাই অতি মৃদু অফুট সুৰেৰে কলে, "আপোনাৰ ওচৰত অনুগৃহীত থাকিলো, পুনৰাই যদি দুৰ্গলৈ আহে, ভৰসা কৰো আকৌ পিতাৰ এই মন্দিৰত থাকিব।"

পিপাসাৰ্ত্ত চাতকৰ পক্ষে প্ৰথম বৰষুণৰ পানী টোপালৰ দৰে, পথভ্ৰান্ত বাটৰুৱাৰ পক্ষে উষাৰ প্ৰথম ৰক্তিমচ্ছটাৰ নিচিনা সৰযূৰ প্ৰথমে উচ্চাৰিত এই অমৃত কথাবোৰে ৰঘুনাথৰ হিয়া আনন্দৰ লহৰীৰে প্লাৱিত কৰিলে। তেওঁ উত্তৰ দিলে, "ভদ্ৰে,

মই পৰৰ দাস, যুদ্ধ মোৰ ব্যৱসায়, পুনৰাই কেতিয়া আহিব পাৰোঁ কেতিয়াবা আহিব পাৰোনে নোৱাৰোঁ নেজানো। কিন্তু যিমান দিন জীয়াই থাকিম সিমান দিন আপোনাৰ দেৱনিন্দিত মূৰ্ত্তি মুহূৰ্ত্তৰ কাৰণেও পাহৰি নেঁযাম।”

সৰযূৱে উত্তৰ দিব নোৱাৰিলে, ৰঘুনাথে দেখিলে, সেই আয়ত নয়নযুৰি ছল্‌ছলিয়া হৈ উঠিছে, তেওঁৰ নিজৰ নয়নো শুকান নাছিল।

---

# পঞ্চম পৰিচ্ছেদ

## সায়েস্তা খাঁ

কিয় চিন্তাকুল আজি নবাবৰ মন ?

—নবীনচন্দ্ৰ সেন

যদিও কেই বছৰমানৰ পৰা শিৱজীৰ ক্ষমতা, ৰাজ্য আৰু দুৰ্গসংখ্যা দিনে দিনে বাঢ়ি গৈছিল, তথাপি ১৬৬২ খৃষ্টাব্দৰ আগেয়ে দিল্লীৰ সম্ৰাটে তেওঁক বশীভূত কৰিবৰ অভিপ্ৰায়েৰে বিশেষ কোনো যত্ন কৰা নাই। সেই বছৰত সায়েস্তা খাঁই আমীৰ উল্ উমৰা খিতাপপ্ৰাপ্ত হৈ দক্ষিণ দেশৰ শাসন কৰ্ত্তৃপদত নিযুক্ত হব পাৰি শিৱজীক একেবাৰে জয় কৰিবৰ আদেশ পালে। সায়েস্তা খাঁই সেই বছৰতেই পুণা, চাকনদুৰ্গ, আৰু অন্য কেইটামান ঠাই অধিকাৰ কৰে। পিছৰ বছৰত অৰ্থাৎ এই আখ্যায়িকা বিবৃত সময়ত সায়েস্তা খাঁই শিৱজীক একেবাৰে ধ্বংস কৰিবৰ সঙ্কল্প কৰে। দিল্লীৰ সম্ৰাটৰ আদেশানুসৰি মাড়ৱাৰৰ ৰাজা প্ৰসিদ্ধনামা যশোৱন্ত সিংহও এই বছৰত ( ১৬৬৩ খৃঃ ) বহু সৈন্য লৈ সায়েস্তা খাঁৰ সৈতে যোগ দিলে, গতিকে শিৱজীৰ বিপদৰ সীমা নাছিল।

মোগল আৰু ৰাজপুত সৈন্যই পুণা নগৰৰ ওচৰত শিবিৰ পাতিছিল আৰু সায়েস্তা খাঁই নিজে দাদাজী কানাইদেৱৰ ঘৰত অৰ্থাৎ যিঘৰত শিৱজীয়ে বাল্যকালত মাকৰ সৈতে বাস কৰিছিল, সেই ঘৰত অৱস্থান কৰিছিল। সায়েস্তা খাঁই শিৱজীৰ চাতুৰী ভালদৰে জানে; গতিকে তেওঁ আদেশ কৰিলে যে অনুমতিপত্ৰৰ বাহিৰে কোনো মহাৰাষ্ট্ৰীয় পুণানগৰত প্ৰৱেশ কৰিবলৈ নোৱাৰিব। শিৱজীয়ে ওচৰত থকা সিংহগড় নামক এটা দুৰ্গত সসৈন্যে অৱস্থিতি কৰিছিল। মহাৰাষ্ট্ৰীয়সকল সেই সময়ত যুদ্ধ-ব্যৱসায়ত বেছি

পৰিপক্ক হোৱা নাই ; দিল্লীৰ শিক্ষিত সেনাৰ সৈতে সমুখ ৰণ কৰা কোনোমতেই সম্ভৱ নহয় ; গতিকে শিৱজীয়ে কৌশলৰ বাহিৰে স্বাধীনতাৰক্ষা আৰু হিন্দুৰাজ্য বিস্তাৰৰ কোনো উপায় নেদেখিলে।

চ'ত মাহৰ শেহভাগত এদিন সন্ধ্যা সময়ত পৰাক্ৰান্ত মোগল-সেনাপতি সায়েস্তা খাঁই আপোন অমাত্য আৰু মন্ত্ৰীসকলক মাতি সভাত বহিছে। কিদৰে শিৱজীক পৰাজয় কৰিব তাৰেই পৰামৰ্শ হৈছিল। দাদাজী কানাইদেৱৰ ঘৰৰ ভিতৰত সভাঘৰত এই সভা হৈছিল। চাৰিওপিনে উজ্জ্বল দীপাৱলি জ্বলি আছে। খিৰিকীৰ ভিতৰেদি গধূলিৰ শীতল বতাহে ফুলনিৰ পুষ্পগন্ধ আনি সকলোকে পুলকিত কৰিছে। আকাশ এন্ধাৰ, মাথোন দুটা এটা নক্ষত্ৰ দেখা পোৱা গৈছে।

আন্‌ৱৰী নামেৰে সায়েস্তা খাঁৰ এজন চাটুকাৰে কলে—আমিৰৰ সেনাৰ সমুখত মহাৰাষ্ট্ৰীয় সেনা যেন মহা ধুমুহাৰ আগত শুকান পাতৰ দৰে শূন্যলৈ উৰি যাব, নাইবা ভীত হৈ পৃথিৱীৰ ভিতৰত সোমাব।

চাঁদ খাঁ নামেৰে এজন পুৰণি সেনাই কেই বছৰমানৰ পৰা মহাৰাষ্ট্ৰীয়সকলৰ বলবিক্ৰম দেখিছিল ; তেওঁ লাহে লাহে উত্তৰ দিলে,—মই ভাবো সিহঁতৰ এই দুটা ক্ষমতাই আছে।

সায়েস্তা খাঁ। কিয় ?

চাঁদখাঁ। যোৱা বছৰ কিছুমান পৰ্ব্বতীয়া মহাৰাষ্ট্ৰীয় যেতিয়া চাকনদুৰ্গৰ ভিতৰত প্ৰৱেশ কৰিছিল, আমাৰ সকলো সৈন্যই দুমাহ চেষ্টা কৰি কিদৰে সিহঁতক বহিষ্কৃত কৰি দুৰ্গ জয় কৰিছে, সেইটো জাহাঁপনাৰ স্মৰণ আছে।

এটা দুৰ্গ হস্তগত কৰোঁতে অসংখ্য মোগলৰ প্ৰাণ নষ্ট হৈছে। আকৌ এইবছৰত সকলো ঠাইতে আমাৰ সৈন্য থকাতো নিতাইজীয়ে আকাশেৰে আহম্মদনগৰ আৰু আৰঙ্গাবাদ পৰ্য্যন্ত উৰি গৈ দেশ ছাৰখাৰ কৰি আহিছে।

সায়েস্তা খাঁ। চাঁদখাঁৰ বয়স বেছি হৈছে, তেওঁ এতিয়া পৰ্ব্বত-এন্দুৰক ভয় কৰে? আগেয়ে তেওঁৰ এনেকুৱা ভয় নাছিল।

চাঁদ খাঁৰ মুখমণ্ডল ৰঙা হৈ উঠিল, কিন্তু তেওঁ কোনো উত্তৰ নিদিলে।

আন্ৱৰী। জাহাঁপনাই ঠিক আদেশ কৰিছে, মহাৰাষ্ট্ৰীয়হঁত এন্দুৰ বিশেষ, সিহঁতে যে পৰ্ব্বত-এন্দুৰৰ দৰে গাঁতত সোমাই থাকিব পাৰে মই অস্বীকাৰ নকৰোঁ।

চাঁদ খাঁ। পৰ্ব্বত-এন্দুৰ পুণাৰ ভিতৰত গাঁত খান্দি বাহিৰ নহলেই ৰক্ষা।

সায়েস্তা খাঁ। ইয়াত দিল্লীৰ হেজাৰ হেজাৰ নখায়ুধ মেকুৰী আছে, এন্দুৰে হঠাতে একো কৰিব নোৱাৰিব।

সভাসদ সকলেই "কেৰামৎ" "কেৰামৎ" বুলি সেনাপতিৰ এই কথাৰ অনুমোদন কৰিলে।

মহাৰাষ্ট্ৰীয়সকলৰ বিষয়ে এনেকুৱা ৰহস্যবোৰ হোৱাৰ পিছত কি প্ৰণালীত যুদ্ধ হব সেইটোৱে স্থিৰ হবলৈ ধৰিলে। চাকনদুৰ্গ হস্তগত হোৱাৰ পৰা সায়েস্তা খাঁই দুৰ্গ হস্তগত কৰা একেবাৰে দুঃসাধ্য বুলি বিবেচনা কৰিছিল। তেওঁ কলে,—এই প্ৰদেশ দুৰ্গেৰে পৰিপূৰ্ণ, যদি এটা এটাকৈ সমস্ত দুৰ্গ হস্তগত কৰিব লাগে তেন্তে কিমান দিনত যে দিল্লীশ্বৰৰ কাৰ্য্য সিদ্ধ হব, কেতিয়াবা সিদ্ধ হবনে নহয় তাৰ স্থিৰতা নাই।

চাঁদ খাঁ। জাহাঁপনা! দুৰ্গই মহাৰাষ্ট্ৰীয় সকলৰ বল, ইহঁতে সমুখ যুদ্ধ নকৰে, নাইবা ৰণত পৰাস্ত হলেও ইহঁতৰ ক্ষতি নাই। কিয়নো, দেশ পৰ্ব্বতময়, ইহঁতৰ সেনা এক ঠাইৰ পৰা পলাই গৈ কোন পিনেদি আন ঠাইত উপস্থিত হব, আমি তাৰ গমকে নেপাম। কিন্তু দুৰ্গবোৰ এটা এটাকৈ হস্তগত কৰিব পাৰিলে মহাৰাষ্ট্ৰীয়সকলে নিশ্চয় দিল্লীৰ অধীনতা স্বীকাৰ কৰিব লাগিব।

সায়েস্তা খাঁ। কিয়? মহাৰাষ্ট্ৰীয়সকলে যুদ্ধত পৰাস্ত হৈ পলাই

গলে আমি জানো পাছে পাছে লৰিব নোৱাৰিম ? আমাৰ জানো অশ্বাৰোহী সৈন্য নাই, পাছে পাছে লৰি সমস্ত মহাৰাষ্ট্ৰীয় সেনা ধ্বংস কৰিব নোৱাৰিব ?

চাঁদ খাঁ। যুদ্ধ হলে অৱশ্যেই মোগলৰ জয়, ধৰিব পাৰিলে আমি মহাৰাষ্ট্ৰীয় সেনা বিনাশ কৰিব পাৰিম তাৰ সন্দেহ নাই, কিন্তু এই পৰ্ব্বত প্ৰদেশত মহাৰাষ্ট্ৰীয় অশ্বাৰোহীক পাছে পাছে লৰি ধৰিব পাৰে এনে অশ্বাৰোহী হিন্দুস্থানত নাই। আমাৰ অশ্ববোৰ বৃহৎ, অশ্বাৰোহী বৰ্ম্মেৰে আবৃত আৰু বহু অস্ত্ৰ সমন্বিত ; সমভূমিত, সমুখক্ষেত্ৰত সিহঁতৰ তেজ দুৰ্দ্দমনীয়, সিহঁতৰ গতি অপ্ৰতিহত, কিন্তু এই পৰ্ব্বত প্ৰদেশত সিহঁতৰ যাতায়াতৰ ব্যাঘাত জন্মে। ক্ষুদ্ৰ মহাৰাষ্ট্ৰীয় অশ্ব আৰু অশ্বাৰোহী সকলে যেন ছাগলীৰ দৰে তুঙ্গ শৃঙ্গত জাপমাৰি উঠে আৰু হৰিণৰ দৰে উপত্যকা আৰু সুৰাখৰ ভিতৰেদি পলায়ন কৰে। জাহাঁপনা, মোৰ পৰামৰ্শ গ্ৰহণ কৰক। সিংহগড়ত শিৱজী আছে, হঠাৎ সেই ঠাই আক্ৰমণ কৰক। এমাহ বা দুমাহৰ ভিতৰত দুৰ্গ জয় কৰিম, শিৱজী বন্দী হব, দিল্লীশ্বৰৰ জয় হব। নহলে এই ঠাইত মহাৰাষ্ট্ৰীয়সকলৰ বাবে বাট চালে কি হব ? সিহঁতৰ পশ্চাদ্ধাৱনৰ চেষ্টা কৰিলেই বা কি হব ? চাওক, নিতাইজীয়ে অনায়াসে আমাৰ ওচৰেদি গৈ আহম্মদনগৰ আৰু আৰঙ্গাবাদ ছাৰখাৰ কৰি আহিল, ৰুস্তমজমানে তাৰ পশ্চাদ্ধাৱন কৰি কি কৰিলে ?

সায়েস্তা খাঁই সক্ৰোধে কলে,—ৰুস্তমজমানে বিদ্ৰোহাচৰণ কৰিছে, ইচ্ছা কৰিয়েই নিতাইজীক পলাবলৈ দিছে, মই তাক সমুচিত দণ্ড দিম। চাঁদ খাঁ, তুমিও সমুখ যুদ্ধৰ বিৰুদ্ধে পৰামৰ্শ দিছা, দিল্লীশ্বৰৰ সেনাবোৰৰ ভিতৰত জানো কোনোৱেই সাহসী নাই ?

প্ৰাচীন যোদ্ধা চাঁদ খাঁৰ মুখমণ্ডল আকৌ ৰঙা হৈ উঠিল। পাছলৈ মুখ ফিৰাই এটোপাল অশ্ৰু মচি পেলালে, পিছত সেনাপতিৰ পিনে চাই লাহে লাহে কলে, পৰামৰ্শ দিব পাৰো এনে সাধ্য নাই,

সেনাপতিয়ে যুদ্ধৰ প্ৰণালী স্থিৰ কৰক, যেনে হুকুম হ'ব, তামিল কৰিবলৈ এই দাস পৰাঙ্মুখ নহ'ব।

এনে সময়ত এজন ভৃত্য আহি খবৰ দিলে যে, সিংহগড়ৰ দূত মহাদেওজী ন্যায়শাস্ত্ৰী নামৰ ব্ৰাহ্মণ আহিছে, তলত বাট চাই আছে। সায়েস্তা খাঁই তেওঁৰ প্ৰতীক্ষা কৰি আছিল, তেওঁক সভা-গৃহলৈ আনিবৰ বাবে আদেশ দিলে। সভাসদসকলে এই দূতক দেখিবলৈ বৰ উৎসুক হ'ল।

অলপ পিছত মহাদেওজী ন্যায়শাস্ত্ৰী সভাগৃহত প্ৰৱেশ কৰিলে। ন্যায়শাস্ত্ৰীৰ বয়স এতিয়াও চল্লিশ বছৰ হোৱা নাই, অৱয়ৱ মহাৰাষ্ট্ৰীয়সকলৰ নিচিনা অলপ চুটি আৰু ক'লাবৰণীয়া। ব্ৰাহ্মণৰ মুখমণ্ডল সুন্দৰ, বুক বিশাল, বাহুযুগল দীঘল, নয়ন গভীৰ বুদ্ধিব্যঞ্জক, কপালত দীঘল ফোঁট, কান্ধত যজ্ঞোপৱীত ওলমি আছে। শৰীৰ তুলাৰ কোৰ্ত্তাৰে আবৃত, গতিকে গঠন স্পষ্ট দেখা পোৱা নেযায়। মূৰত ডাঙৰ উষ্ণীষ, এনে ডাঙৰ যে মুখমণ্ডল যেন তাৰে ছায়াতে আবৃত হৈ আছে। সায়েস্তা খাঁই সাদৰে দূতক আহ্বান কৰি বহিবলৈ কলে।

সায়েস্তা খাঁই সুধিলে,—সিংহগড়ৰ খবৰ কি ?

মহাদেওজীয়ে এটি সংস্কৃত শ্লোক মাতিলে,—

সন্তি নদ্যো দণ্ডকেষু তথা পঞ্চবটী বনে।
সৰযূবিচ্ছেদ শোকং ৰাঘৱস্তু কথং সহেৎ ॥

অৰ্থাৎ দণ্ডকাৰণ্যত পঞ্চবটীবনত শ' শ' নদী আছে, কিন্তু তাকে দেখি জানো ৰাঘৱে সৰযূ নদীৰ বিচ্ছেদ দুখ পাহৰিব পাৰে? সিংহগড় প্ৰভৃতি শ' শ' দুৰ্গ এতিয়াও শিৱজীৰ হাতত আছে, কিন্তু পুণা আপোনাৰ হস্তগত, সেই সন্তাপ জানো তেওঁ পাহৰিব পাৰে ?

সায়েস্তা খাঁই পৰিতুষ্ট হৈ কলে—এৰা, তোমাৰ প্ৰভুক কৰা,

প্ৰধান দুৰ্গ মই হস্তগত কৰিছো, এতিয়া তেওঁৰ যুদ্ধ কৰা বিফল, দিল্লীশ্বৰৰ অধীনতা স্বীকাৰ কৰিলে বৰং এতিয়াও আশা আছে ।

ব্ৰাহ্মণে মিচিকি হাঁহি মাৰি আকৌ এটি সংস্কৃত শ্লোক মাতিলে—

ন শক্তোহি স্বাভিলাষং জ্ঞাপয়িতুং চ চাতকঃ ।
জ্ঞাত্বা তু তৎ বাৰিধৰ স্তোষয়তি হি যাচকং ॥

অৰ্থাৎ চাতকে কথা কৈ নিজৰ অভিলাষ মেঘক জনাব নোৱাৰে, কিন্তু মেঘে সেই অভিলাষ বুজিব পাৰি নিজৰ দয়াৰ গুণে তাক পূৰ্ণ কৰে। মহাজনৰ যাচকক দিয়াৰ এনেকুৱা ৰীতি। প্ৰভু শিৱজীয়ে এতিয়া পুণা আৰু চাকন হেৰুৱাই সন্ধি কৰিবলৈও লাজ পায়, কিন্তু আপোনাৰ দৰে মহাজনে তেওঁৰ মনৰ অভিলাষ জানিব পাৰি অনুগ্ৰহেৰে যি দান কৰিব সিয়েই শিৰোধাৰ্য্য ।

সায়েস্তা খাঁই আনন্দ সম্বৰণ কৰিব নোৱাৰিলে। কলে,— পণ্ডিতজী, তোমাৰ পাণ্ডিত্যত মই যে কিমান পৰিতুষ্ট হৈছো প্ৰকাশ কৰিব নোৱাৰো, তোমালোকৰ সংস্কৃত ভাষা কি সুমধুৰ আৰু ভাবেৰে পৰিপূৰ্ণ।' যথাৰ্থতে জানো শিৱজীয়ে সন্ধিৰ ইচ্ছা কৰিছে ?

মহাদেওজীয়ে কলে,—

কেশৰিণঃ প্ৰতাপেন ভয়বিদগ্ধ চেতসঃ ।
ত্ৰাহি দেৱ ত্ৰাহি ৰাজ ইতি ব্ৰুৱন্তি ভূচৰাঃ ॥

অৰ্থাৎ দিল্লীশ্বৰৰ সৈন্যৰ দোৰ্দ্দণ্ড প্ৰতাপত বিপৰ্য্যস্ত আৰু ব্যতিব্যস্ত হৈ আমি মাথোন ত্ৰাহি ত্ৰাহি এই শব্দ কৰিছো।

সায়েস্তা খাঁই এইবাৰ আহ্লাদ সম্বৰণ কৰিব নোৱাৰিলে, কলে,—ব্ৰাহ্মণ! আপোনাৰ শাস্ত্ৰালোচনাত সন্তুষ্ট হলো, এতিয়া যদি সন্ধিৰ কথাকেই কবলৈ আহিছে, তেন্তে শিৱজীয়ে যে আপোনাক নিযুক্ত কৰিছে, তাৰ প্ৰমাণ ক'ত ?

ব্ৰাহ্মণে তেতিয়া গম্ভীৰ ভাবে কাপোৰৰ তলৰ পৰা নিদৰ্শণপত্ৰ বাহিৰ কৰিলে। ভালেখিনি সময়লৈ সায়েস্তা খাঁই সেইটো চালে। পিছত কলে,—এৰা, নিদৰ্শণপত্ৰ চাই সন্তুষ্ট হলো। এতিয়া কি কি প্ৰস্তাৱ কৰিবলগীয়া আছে কওক।

মহাদেওজী। প্ৰভুৰ এনেকুৱা আদেশ যে, প্ৰথমেই যেতিয়া আপোনালোকৰ জয় হৈছে তেতিয়া আৰু যুদ্ধ কৰা বৃথা।

সায়েস্তা খাঁ। ভাল।

মহাদেওজী। গতিকে সন্ধিৰ কাৰণে তেওঁ উৎগ্ৰীৱ হৈ উঠিছে।

সায়েস্তা খাঁ। ভাল।

মহাদেওজী। এতিয়া কি কি নিয়মে দিল্লীশ্বৰ সন্ধি কৰিবলৈ সম্মত হব তাক জানিবলৈ তেওঁ উৎসুক। জানিলে অৱশ্যেই সেই-বোৰ পালন কৰিবলৈ যত্নবান হব।

সায়েস্তা খাঁ। প্ৰথম দিল্লীশ্বৰৰ অধীনতা স্বীকাৰ। তাত আপোনাৰ প্ৰভু জানো স্বীকৃত আছে ?

মহাদেওজী। তেওঁৰ সম্মতি বা অসম্মতি জনাবলৈ মোৰ অধিকাৰ নাই। মহাশয়ে যি যি কথাবোৰ কব, তাকেই মই তেওঁৰ ওচৰত জনাম। তেওঁ সেইবোৰ বিবেচনা কৰি সম্মতি অসম্মতি পিছত প্ৰকাশ কৰিব।

সায়েস্তা খাঁ। ভাল, প্ৰথম কথা মই কৈছো, দিল্লীশ্বৰৰ অধীনতা স্বীকাৰ। দ্বিতীয়, দিল্লীশ্বৰৰ সেনাই যি যি দুৰ্গ অধিকাৰ কৰিছে সেইবোৰ দিল্লীশ্বৰৰেই থাকিব। তৃতীয়, সিংহগড় প্ৰভৃতি আৰু কেইটামান দুৰ্গ তোমালোকে এৰি দিবা।

মহাদেওজী। সেইবোৰ কোন কোন টো ?

সায়েস্তা খাঁ। সেইটো দুই এদিনৰ ভিতৰতে চিঠিৰে জনাম। চতুৰ্থ, অৱশিষ্ট যি যি দুৰ্গ আৰু দেশ শিৱজীয়ে নিজৰ অধীনত ৰাখিব, তাকো দিল্লীশ্বৰৰ অধীনত জায়গীৰ হিচাবে ভোগ কৰিব,

তাৰ বাবে কৰ দিব লাগিব। এইবোৰ তোমাৰ প্ৰভুক জনাবা, ইয়াত তেওঁ সম্মত নে অসম্মত তাক যেন মই দুই চাৰিদিনৰ ভিতৰতে জানিব পাৰো।

মহাদেওজী। যেনে আদেশ কৰিলে তেনেকুৱা কৰিম। এতিয়া, সন্ধিৰ প্ৰস্তাৱ যেতিয়া হৈছে তেতিয়া যিমান দিনলৈ সন্ধি-স্থাপন নহয় সিমান দিন যুদ্ধ বন্ধ থাকিব পাৰে ?

সায়েস্তা খাঁ। কেতিয়াও নহয়। ধূৰ্ত্ত কপটাচাৰী মহাৰাষ্ট্ৰীয়-সকলক মই কেতিয়াও বিশ্বাস নকৰোঁ। এনে কোনো ধূৰ্ত্ততা নাই যে তেওঁলোকৰ অসাধ্য। যিমান দিনলৈ সন্ধি একেবাৰে স্থাপন নহয়, সিমান দিনলৈ যুদ্ধ চলিব, আমি তোমালোকৰ অনিষ্ট কৰিম ; তোমালোকে পাৰা আমাৰ অনিষ্ট কৰিবা।

"এৱমস্তু" বুলি ব্ৰাহ্মণে বিদায় গ্ৰহণ কৰিলে, তেওঁৰ চকুৰ পৰা জুইৰ ফিৰিঙতি ওলাইছিল।

তেওঁ লাহে লাহে প্ৰাসাদৰ পৰা নামিল। প্ৰত্যেকখন দুৱাৰ, প্ৰত্যেকটো ঘৰ তন্ন তন্ন কৰি চাই ধীৰে ধীৰে বাহিৰলৈ ওলাল। এজন মোগল প্ৰহৰীয়ে অলপ বিস্মিত হৈ সুধিলে,—দূত মহাশয়, কি চাইছে ?

দূতে উত্তৰ দিলে,—এই ঘৰত প্ৰভু শিৱজীয়ে বাল্যকালত ক্ৰীড়া কৰিছিল, তাকেই দেখিছো। এইটোও তোমালোকৰ হস্তগত হৈছে, বোধ হয় এটা এটাকৈ সকলো দুৰ্গই তোমালোকে লবা। হা ভগবান্!

প্ৰহৰীয়ে হাঁহি কলে, সেইবাবে আৰু বৃথা খেদ কৰিলে কি হব, নিজৰ কামলৈ যোৱা।

ব্ৰাহ্মণ বেগতে বহু জনাকীৰ্ণ পুণানগৰীৰ মানুহৰ মাজত মিলি গ'ল।

---

# ষষ্ঠ পৰিচ্ছেদ

## শুভকাৰ্য্যৰ পুৰোহিত

অদূৰ শিবিৰ, তাত নিশাদুপৰত,
ৰহি কৰে কুমন্ত্ৰণা ৰাজদ্ৰোহিগণ।
—নবীনচন্দ্ৰ সেন।

ব্ৰাহ্মণে একে একে পুণাৰ ধহু পথ পৰিভ্ৰমণ কৰিলে, যি যি ঠাইৰে যাবলৈ ধৰিলে, সেই সেই ঠাইবোৰ বিশেষকৈ চাবলৈ ধৰিলে। দুখন এখন দোকানত বস্তু কিনাৰ ছলেৰে সোমাই কথাই কথাই নানা বিষয় জানিব পাৰিলে। পিছত বজাৰ পাৰ হৈ গ'ল। প্ৰশস্ত ৰাজপথৰ পৰা এটা গলিত সোমালে, তাত ৰাতি চাকিবোৰ গোটেই নুমাইছে, নাগৰিকসকল দুৱাৰ বন্ধ কৰি নিজ নিজ ঘৰত নিদ্ৰিত।

ব্ৰাহ্মণে অকলে বহুদূৰলৈ গ'ল। আকাশ অন্ধকাৰময়, মাথোন দুটা এটা তৰা দেখা পোৱা গৈছে, নাগৰিকসকল সুপ্ত, জগত নিস্তব্ধ। ব্ৰাহ্মণৰ মনত সন্দেহ হ'ল, তেওঁৰ ভাব হ'ল যেন পাছৰ পিনে তেওঁ ভৰিৰ শব্দ শুনিবলৈ পালে। থিৰ হৈ থিয় দিলে, কিন্তু সেই ভৰিৰ শব্দ আৰু শুনিবলৈ নেপালে।

পুনৰাই বাটেৰে যাবলৈ ধৰিলে, অলপ পাছত আকৌ বোধ হ'ল যেন পাছফালে কোনোবাই অনুসৰণ কৰিছে। ব্ৰাহ্মণৰ হিয়া অলপ চঞ্চল হল। এই গভীৰ ৰাতি কোনে তেওঁৰ অনুসৰণ কৰিছে? শত্ৰু নে মিত্ৰ? শত্ৰু হলে জানো তেওঁক চিনি পাইছে? আবেগত পৰিপূৰ্ণ হিয়াৰে অলপ চিন্তা কৰিলে, পিছত নিশব্দে তুলাৰে তৈয়াৰী কোৰ্ত্তাৰ আস্তিনৰ ভিতৰৰ পৰা এখন তীক্ষ্ণ ছুৰি উলিয়ালে, এটা বাটৰ কাষত থিয় দিলে। গভীৰ এন্ধাৰৰ পিনে অলপ নিৰীক্ষণ কৰি থাকিল, কতো কোনো নাই, সকলো নিদ্ৰিত, নগৰ শব্দশূন্য আৰু নিস্তব্ধ।

সন্দিগ্ধমনা ব্ৰাহ্মণ আকৌ আলোকপূৰ্ণ বজাৰলৈ উভতি গ'ল। তাত বহু দোকান, নানাজাতীয় বিস্তৰ লোক, এতিয়াও বেচা-কিনা কৰি আছে, তাৰে মাজত মিলি যাবলৈ চেষ্টা কৰিলে। আকৌ তাৰ পৰা হঠাৎ এটা গলিৰ ভিতৰত সোমাল, পাছত দ্ৰুতবেগে আন আন গলিৰ ভিতৰেদি নগৰৰ প্ৰান্তত উপস্থিত হ'ল। তাত নিশব্দে ভালেখিনি সময় উশাহ বন্ধ কৰি থিয় হৈ ৰ'ল, কোনো শব্দ নাই, চাৰিওপিনে পথ, ঘাট, কুটীৰ, অট্টালিকা সকলো নিস্তব্ধ, নৈশ গগন গভীৰ দুৰ্ভেদ্য এন্ধাৰেৰে সমস্ত জগতকে আগুৰি পেলাইছে। হঠাৎ এটা চিঞৰৰ শব্দ শুনা গ'ল, ব্ৰাহ্মণৰ হিয়া কঁপি উঠিল, তেওঁ নিশব্দে থিয় হৈ থাকিল।

অলপ পিছত আকৌ সেই শব্দ হ'ল, মহাদেওজীৰ ভয় দূৰ হ'ল, সেইজন নগৰৰ প্ৰহৰী, পহাৰা দিছে, দুৰ্ভাগ্যক্ৰমে মহাদেও যি গলিত লুকাই আছিল সেই গলিতেই প্ৰহৰী আছিল। গলি অতি ঠেক, মহাদেওজী পুনৰাই সেই ছুৰি হাতত লৈ দুৰ্ভেদ্য এন্ধাৰত থিয় দি ৰ'ল। প্ৰহৰীয়ে লাহে লাহে ইফালে সিফালে চাই চাই সেই ঠাইলৈ আহিল, মহাদেও যি ঠাইত থিয়হৈ আছিল সেই পিনে চালে। মহাদেওজীৰ হৃদয় ধুক্ ধুক কৰিবলৈ ধৰিলে, তেওঁ উশাহ বন্ধ কৰি হাতেৰে সেই ছুৰিকাখন দৃঢ়ৰূপে ধাৰণ কৰি থিয় দি থাকিল।

প্ৰহৰীয়ে এন্ধাৰত একো দেখা নেপালে, লাহে লাহে সেই বাটৰ পৰা আঁতৰি গ'ল। মহাদেও ধীৰে ধীৰে তাৰ পৰা বাহিৰ হৈ কপালৰ ঘাম মচি পেলালে।

পিছত ওচৰৰ এখন দুৱাৰত আঘাত কৰিলে, সায়েস্তা খাঁৰ এজন মহাৰাষ্ট্ৰীয় সেনা বাহিৰ ওলাই আহিল। দুজনেই অতি সঙ্গোপনে নগৰৰ মাজৰ অতি গোপনীয় আৰু মানুহৰ অগম্য ঠাইলৈ গৈ উপস্থিত হ'ল। তাত দুজনে বহি পৰিল।

ব্ৰাহ্মণ। সকলো প্ৰস্তুত ?

সেনা। প্ৰস্তুত।

ব্ৰাহ্মণ। অনুমতিপত্ৰ পাইছা ?

সেনা। পাইছো।

আকৌ অস্পষ্ট পদ শব্দ শুনা গ'ল। মহাদেওজীয়ে এইবাৰ ক্ৰোধে চকু ৰঙা কৰি ছুৰি হাতত লৈ আগবাঢ়ি গৈ দেখিলে। এন্ধাৰত ভালেখিনি সময় অপেক্ষা কৰিলে, একোকেই দেখা নেপালে, লাহে লাহে উভতি আহি সেনাক কলে,—খালি হাতে আহিছা ?

সেনাই বুকুৰ পৰা ছুৰি উলিয়াই দেখুৱালে। ব্ৰাহ্মণে কলে,—ভাল, সতৰ্ক থাকিবা ! বিয়া কেতিয়া ?

সেনা। কাইলৈ।

ব্ৰাহ্মণ। অনুমতি পাইছা ?

সেনা। হয়।

ব্ৰাহ্মণ। কিমানজন মানুহৰ ?

সেনা। বাদ্যকৰ দহজন, আৰু অস্ত্ৰধাৰী ত্ৰিশজন, ইয়াত কৈ বেছি অনুমতি নেপালো।

ব্ৰাহ্মণ। এই যথেষ্ট, কোন সময়ত ?

সেনা। ৰাতি এপৰত।

ব্ৰাহ্মণ। ভাল। এই কালৰ পৰা বৰ যাত্ৰা আৰম্ভ হব।

সেনা। মনত আছে।

ব্ৰাহ্মণ। বাদ্যকৰইঁতে খুব জোৰেৰে বাদ্য বজাব।

সেনা। স্মৰণ আছে।

ব্ৰাহ্মণ। জ্ঞাতি কুটুম যিমান পাৰা গোটাবা।

সেনা। মনত আছে।

ব্ৰাহ্মণে তেতিয়া অলপ হাঁহি মাৰি কলে,—মই সেই শুভকাৰ্য্যৰ পুৰোহিত, সেই শুভকাৰ্য্যৰ আড়ম্বৰ গোটেই ভাৰতবৰ্ষতে ৰাষ্ট্ৰ হব।

হঠাৎ সজোৰে নিক্ষিপ্ত এপাট কাঁড় আহি ব্ৰাহ্মণৰ বুকুত লাগিল। সেই কাঁড়ত প্ৰাণনাশৰ নিশ্চয় সম্ভৱ আছিল, কিন্তু ব্ৰাহ্মণৰ কোৰ্ত্তাৰ তলৰ লোৰ বৰ্ম্মত লাগি কাঁড় পৰি গ'ল।

তাৰ পিছতেই এটা বৰ্শা। বৰ্শাৰ আঘাতত ব্ৰাহ্মণ মাটিত পৰি গ'ল, কিন্তু সেই দুৰ্ভেদ্য বৰ্ম্ম ভেদ নকৰিলে, মহাদেও পুনৰাই উঠিল। সমুখত দেখিলে খোলা তৰোৱাল হাতত লৈ এজন দীঘল মোগল যোদ্ধা,—তেওঁ চাঁদ খাঁ।

আজি সভাত সেনাপতি সায়েস্তা খাঁই চাঁদ খাঁক ভীৰু বুলিছে। যুদ্ধ ব্যৱসায়ত চাঁদ খাঁৰ চুলি পকিছে, এই অপবাদ কোনোৱে কেতিয়াও তেওঁক দিয়া নাই। মনত মৰ্ম্মান্তিক বেদনা পাইছিল, আনক সেইটো কি জনাব, মনে মনে স্থিৰ কৰিলে, কাৰ্য্যৰ দ্বাৰা এই অপবাদ দূৰ কৰিম, নহলে এই যুদ্ধতে এই অকিঞ্চিৎকৰ প্ৰাণ ত্যাগ কৰিম।

ব্ৰাহ্মণৰ আচৰণ দেখি তেওঁৰ সন্দেহ হৈছিল। তেওঁ শিৱজীক বিশেষ কৈ জানে। শিৱজীৰ অসাধাৰণ ক্ষমতা, তেওঁৰ বহুসংখ্যক দুৰ্গ, তেওঁৰ অপূৰ্ব্ব আৰু দ্ৰুতগামী অশ্বাৰোহী সেনা, তেওঁৰ হিন্দু-ধৰ্ম্মত আস্থা, হিন্দুৰাজ্য স্থাপনত অভিলাষ, হিন্দু-স্বাধীনতা স্থাপনত দৃঢ় প্ৰতিজ্ঞা, এইবোৰ চাঁদ খাঁৰ অগোচৰ নাছিল। মোগল-সকলৰ সৈতে যুদ্ধৰ আৰম্ভতেই যে শিৱজীয়ে পৰাজয় স্বীকাৰ আৰু সন্ধি প্ৰাৰ্থনা কৰিব এনে সম্ভৱ নহয়, তথাপি এই ব্ৰাহ্মণে শিৱজীৰ নিদৰ্শন পত্ৰ দেখুৱাইছে। এই ব্ৰাহ্মণ কোন? এওঁৰ গুপ্ত অভি-সন্ধিয়ে বা কি?

ব্ৰাহ্মণৰ কথাবিলাকতো চাঁদ খাঁৰ সন্দেহ জন্মিছিল, মহাৰাষ্ট্ৰীয় সকলৰ নিন্দা শুনি যেতিয়া ব্ৰাহ্মণৰ চকু জ্বলি উঠে তাকো তেওঁ দেখিছিল। এইবোৰ সন্দেহৰ কথা সায়েস্তা খাঁৰ আগত কোৱা নাই, সঁচাকৈ কিয় বা তিৰস্কাৰ সহ্য কৰিব? কিন্তু মনতে স্থিৰ কৰিলে, এই ভণ্ড দূতক ধৰিব। তেতিয়াৰ পৰা দূতৰ পাছে পাছে

আহিছিল, বাটে বাটে, গলিয়ে গলিয়ে, অদৃশ্য ভাবে অনুসৰণ কৰিছিল। মুহূৰ্ত্তৰ বাবেও ব্ৰাহ্মণ চাঁদ খাঁৰ চকুৰ আঁৰ হব পৰা নাই।

সেনাৰ সৈতে ব্ৰাহ্মণৰ যি কথা হয় তাক তেওঁ শুনিলে। তীক্ষ্ণবুদ্ধি যোদ্ধাই তেতিয়াই সকলো বুজিব পাৰিলে, এই দূতক বিনাশ কৰি সেনাক সেনাপতিৰ ওচৰলৈ লৈ গৈ প্ৰতিপত্তি লাভৰ সঙ্কল্প কৰিলে। মনতে ভাবিলে সায়েস্ত খাঁ! যুদ্ধ ব্যৱসায়ত মিছাতে এই কেশ শুক্ল কৰা নাই, মই ভীৰুও নহওঁ, দিল্লীশ্বৰৰ বিৰুদ্ধাচাৰীও নহওঁ। আজি যি ষড়যন্ত্ৰটো ধৰি প্ৰকাশ কৰি দিম, তাৰ পিছত বোধ হয় এই প্ৰাচীন দাসৰ কথা তুমি অৱহেলা নকৰিবা। কিন্তু আশা মায়াবিনী।

মহাদেওজী মাটিৰ পৰা উঠোতে নুঠোতে চাঁদ খাঁই কাঁড় আৰু বৰ্শা ব্যৰ্থ হোৱা দেখি জাপ মাৰি তেওঁৰ ওপৰত পৰিলহি আৰু খড়গ দ্বাৰা সজোৰে আঘাত কৰিলে। খড়গ বৰ্ম্মত লাগি সেইবাৰো প্ৰতিহত হ'ল।

"কুক্ষণত মোৰ অনুসৰণ কৰিছিল,"—এইবুলি মহাদেওজীয়ে নিজৰ আস্তিন কোচাই তীক্ষ্ণ ছুৰিকা ওপৰৰ ফালে তুলিলে। নিমিষৰ ভিতৰতে বজ্ৰমুষ্টি চাঁদ খাঁৰ বুকত নামি পৰিল, চাঁদ খাঁৰ মৃতদেহ ধৰাতলশায়ী হ'ল।

ব্ৰাহ্মণে সূক্ষ্ম অধৰোষ্ঠৰ ওপৰত দাঁত বাখিছিল, তেওঁৰ চকুৰ পৰা জুই ওলাবলৈ ধৰিছিল। লাহে লাহে সেই ছুৰি লুকাই কলে,— সায়েস্তা খাঁ, মহাৰাষ্ট্ৰীয়সকলৰ নিন্দা কৰাৰ এই প্ৰথম ফল, ভৱানীৰ কল্যাণত দ্বিতীয় ফল কাইলৈ ফলিব।

যোদ্ধাৰ কৰ্ত্তব্য কাৰ্য্যত যি সময়ত চাঁদ খাঁই জীৱনদান কৰিলে সেনাপতি সায়েস্তা খাঁই সেই সময়ত বৰ সুখেৰে টোপনি মাৰিছিল, শিৱজীক বশীকৰণ বিষয়ে সুখৰ সপোন দেখিছিল।

মহাৰাষ্ট্ৰীয় সেনাই এই সকলো ঘটনাত বিস্মিত হৈ কলে, প্ৰভু, কি কৰিলে ? কাইলৈ এই বিষয়ে গোলমাল ঘটিব, আমালোকৰ সকলো সঙ্কল্প বৃথা হব।

ব্ৰাহ্মণ। অলপো বৃথা নহব। মই জানো চাঁদ খাঁ আজি সভাত অপমানিত হৈছে, এতিয়া কেইদিনমান সভাত উপস্থিত নহলেও কোনোৱে সন্দেহ নকৰিব। এই মৃতদেহ সৌ গভীৰ কূপত পেলাই দিয়া, আৰু মনত ৰাখিবা, কাইলৈ ৰাতি এপহৰ সময়ত।

সেনা। ৰাতি এপহৰ সময়ত।

ব্ৰাহ্মণে নিশব্দেৰে পুণানগৰ ত্যাগ কৰিলে। তিনি চাৰি ঠাইত প্ৰহৰীহঁতে তেওঁক ধৰিলে, তেওঁ সায়েস্তা খাঁৰ স্বাক্ষৰিত অনুমতিপত্ৰ দেখুৱাই নিৰাপদে পুণাৰ পৰা বাহিৰ হৈ গ'ল।

# সপ্তম পৰিচ্ছেদ

## ৰাজা যশোৱন্ত সিংহ

কোন ধৰ্ম্মমতে কোৱা শুনো দাসে,
জ্ঞাতিত্ব, ভ্ৰাতৃত্ব, জাতি—ই বোৰত দিলা
জলাঞ্জলি? শাস্ত্ৰে কয় গুণবান যদি
পৰজন, গুণহীন স্বজন, তথাপি
নিৰ্গুণ স্বজন শ্ৰেয়ঃ পৰ পৰ সদা।

—মধুসূদন দত্ত।

নিশা দুপৰৰ সময়ত ৰাজপুত ৰজা যশোৱন্তসিংহ অকলে শিবিৰত বহি আছে। হাতত গাল থৈ এই গভীৰ ৰাতিতো তেওঁ কি চিন্তা কৰিছে। সমুখত মাথোন এটা চাকি জ্বলিছে, শিবিৰত আন মানুহ নাই। খবৰ আহিল মহাৰাষ্ট্ৰীয় দূত সাক্ষাতৰ বাবে আহিছে। যশোৱন্তই তেওঁক আনিবলৈ কলে, তেওঁৰ কাৰণেই তেওঁ প্ৰতীক্ষা কৰি আছিল।

মহাদেওজী ন্যায়শাস্ত্ৰী শিবিৰলৈ আহিল, যশোৱন্তই তেওঁক সাদৰে আহ্বান কৰি বহিবলৈ কলে। দুয়োজনে বহিল।

অলপ সময় যশোৱন্ত নিস্তব্ধ হৈ ৰ'ল, কি চিন্তা কৰি আছিল। মহাদেৱে নিশব্দে ৰাজপুতৰ পিনে সুতীক্ষ্ণ দৃষ্টি কৰিছিল। পিছত যশোৱন্তই কলে—মই আপোনাৰ প্ৰভুৰ পত্ৰ পাইছো। তাত যি লিখা আছে জানিব পাৰিছো। তাৰ বাহিৰে আন কোনো প্ৰস্তাৱ আছে?

মহাদেও। প্ৰভুৱে মোক কোনো প্ৰস্তাৱ কৰিবলৈ পঠোৱা নাই। খেদ কৰিবলৈ পঠাইছে।

যশোৱন্ত। মাথোন পুণা আৰু চাকন দুৰ্গ আমাৰ হস্তগত হৈছে মাত্ৰ, এই বাবে খেদ ?

মহাদেও। দুৰ্গনাশত তেওঁ ক্ষুব্ধ নহয়, তেওঁৰ অসংখ্য দুৰ্গ আছে।

যশোৱন্ত। মোগল যুদ্ধস্বৰূপ বিপদত পৰি তেওঁ খেদ কৰিছে ?

মহাদেও। বিপদত পৰিলে খেদ কৰা তেওঁৰ অভ্যাস নাই।

যশোৱন্ত। তেন্তে কি কাৰণে খেদ কৰিছে ?

মহাদেও। যিজন হিন্দু ৰাজতিলক, যি ক্ষত্ৰিয়কুলাৱতংস, যি সনাতন ধৰ্ম্মৰ ৰক্ষাকৰ্ত্তা, তেওঁক আজি ম্লেচ্ছৰ দাস দেখি প্ৰভু ক্ষুব্ধ হৈছে।

যশোৱন্তৰ মুখমণ্ডল অলপ ৰঙা হ'ল। মহাদেৱে তাক দেখিও নেদেখা হ'ল, গম্ভীৰ স্বৰেৰে কবলৈ ধৰিলে, উদয়পুৰৰ ৰাণাৰ বংশত যি বিয়া কৰিছে, মাড়ৱাৰৰ ৰাজচ্ছত্ৰ যাৰ মূৰৰ ওপৰত ধৰা হৈছে, ৰাজস্থান যাৰ সুখ্যাতিত পৰিপূৰ্ণ হৈ আছে, সিপ্ৰা তীৰত যাৰ বাহু-বিক্ৰম দেখি আৰংজীৱ ভীত আৰু বিস্মিত হৈছিল, সমগ্ৰ ভাৰতবৰ্ষই যাক সনাতন হিন্দু-ধৰ্ম্মৰ স্তম্ভস্বৰূপ বুলি ভাবে, দেশে দেশে, গাৱেঁ গাৱেঁ, মন্দিৰে মন্দিৰে যাৰ জয়ৰ বাবে হিন্দুমাত্ৰেই, ব্ৰাহ্মণমাত্ৰেই, জগদীশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে, আজি তেওঁ মুছলমানৰ পক্ষ লৈ হিন্দুৰ বিৰুদ্ধে যুদ্ধ কৰা দেখি প্ৰভু ক্ষুব্ধ হৈছে। ৰজা! মই সামান্য দূত মাথোন, মই কি কৈছো নেজানো, অপৰাধ হ'লে মাৰ্জ্জনা কৰিব, কিন্তু এই যুদ্ধ-আয়োজন কিয় ? এই সৈন্য-সামন্ত কিয় ? এই বিজয়-পতাকাবোৰ কি কাৰণে উৰোৱা হব ধৰিছে ? নিজ অধিকাৰ বৃদ্ধি কৰিবলৈ ? হিন্দু-স্বাধীনতা স্থাপন কৰিবলৈ ? ক্ষত্ৰিয়ৰ উচিত যশস্যা লাভৰ বাবে ? আপুনি ক্ষত্ৰিয়কুলৰ শ্ৰেষ্ঠ। আপুনি বিবেচনা কৰক, মই নেজানো।

যশোৱন্ত তলমূৰ কৰি ৰ'ল। মহাদেৱে আৰু কবলৈ ধৰিলে,— আপুনি ৰাজপুত, মহাৰাষ্ট্ৰীয়সকল ৰাজপুত-পুত্ৰ, পিতা-পুত্ৰৰ

ভিতৰত যুদ্ধ শোভা নেপায়, সম্ভৱো নহয়; স্বয়ং ভৱানীয়ে এই যুদ্ধ নিষেধ কৰিছে। আপুনি আদেশ কৰক, আমি পালন কৰিম। ৰাজপুতৰ গৌৰৱেই অনাথ ভাৰতবৰ্ষৰ একমাত্ৰ গৌৰৱ, ৰাজপুতৰ যশোগীত আমাৰ তিৰোতাবোৰে এতিয়াও গাই থাকে, ৰাজপুত-সকলৰ উদাহৰণ দেখি আমাৰ লৰাবোৰে শিক্ষালাভ কৰে। ক্ষত্ৰিয় কুলতিলক! ৰাজপুতৰ তেজেৰে আমালোকৰ খড়্গ ৰঞ্জিত হোৱাৰ আগেয়ে যেন মহাৰাষ্ট্ৰ নাম বিলুপ্ত হয়, ৰাজ্য বিলুপ্ত হয়, আমি যেন বৰ্শা আৰু খড়্গ ত্যাগ কৰি পুনৰাই নাঙল ধৰিবলৈ শিকো।

যশোৱন্ত সিংহই তেতিয়া মূৰ তুলি লাহে লাহে কলে,— দূত-প্ৰধান! তোমাৰ কথাবোৰ বৰ মিঠা, কিন্তু মই দিল্লীশ্বৰৰ অধীন, মহাৰাষ্ট্ৰৰ লগত যুদ্ধ কৰিম বুলি আহিছো, মহাৰাষ্ট্ৰৰ লগত যুদ্ধ কৰিম।

মহাদেও। আৰু শ' শ' স্বধৰ্ম্মীক নাশ কৰিব, হিন্দুৱে হিন্দুৰ মূৰ কাটিব, ব্ৰাহ্মণে ব্ৰাহ্মণৰ বুকুত ছুৰি বহুৱাব, ক্ষত্ৰিয়ৰ তেজৰ সোঁতত ক্ষত্ৰিয়ৰ তেজৰ সোঁত মিলি যাব, শেষত ম্লেচ্ছ সম্ৰাটৰ সম্পূৰ্ণ জয় হব!

যশোৱন্তৰ মুখ ৰঙা পৰিল, কিন্তু উদ্বেগ দমন কৰি কিঞ্চিৎ কৰ্কশ ভাবেৰে কলে,—কেৱল মাথোন দিল্লীশ্বৰৰ জয়ৰ কাৰণে যুদ্ধ নহয়, মই তোমাৰ প্ৰভুৰ সৈতে কেনেকৈ মিত্ৰতা কৰিম? শিৱজী বিদ্ৰোহাচাৰী, চতুৰ শিৱজীয়ে আজিৰ অঙ্গীকাৰ অনায়াসে কাইলৈ ভঙ্গ কৰে।

এইবাৰ ব্ৰাহ্মণৰ চকু জ্বলি উঠিল, তেওঁ ধীৰে ধীৰে কলে,— মহাৰাজ! সাৱধান, অলীক নিন্দা আপোনাৰ শোভা নেপায়। শিৱজীয়ে কেতিয়া হিন্দুৰ ওচৰত যি বাক্যদান কৰিছিল তাৰ অন্যথা কৰিছে? কেতিয়া ব্ৰাহ্মণৰ ওঁচৰত যি পণ কৰিছে, ক্ষত্ৰিয়ৰ ওচৰত যি প্ৰতিজ্ঞা কৰিছে, তাক পাহৰি গৈছে? দেশত শ' শ' গাওঁ, শ' শ'

দেৱালয় আছে, অনুসন্ধান কৰক, শিৱজীয়ে সত্যপালন কৰিবলৈ, ব্ৰাহ্মণক আশ্ৰয় দিবলৈ, হিন্দুৰ উপকাৰ কৰিবলৈ, গৰু-বাছুৰ ৰক্ষা কৰিবলৈ, দেৱদেৱীৰ পূজা দিবলৈ কেতিয়া পৰাঙ্মুখ হৈছে? কিন্তু মুছলমানসকলৰ লগত যুদ্ধ! জেতা আৰু বিজিতসকলৰ মাজত কেতিয়া কোন দেশত সখ্যতা? বজ্ৰনখে যেতিয়া সাপক ধৰে, সাপ তেতিয়া মৰাৰ দৰে হৈ থাকে। মৰা বুলি তাক এৰি যোৱামাত্ৰকে জৰ্জ্জৰিত শৰীৰ নাগৰাজে সময় পাই দংশন কৰে। এইটো বিদ্ৰোহাচৰণ, নে স্বভাৱৰ ৰীতি? কুকুৰে যেতিয়া শহাপহুক ধৰিবলৈ চেষ্টা কৰে, শহাই প্ৰাণৰক্ষাৰ বাবে কিমান যত্ন কৰে, এফালে পলাবলৈ উপক্ৰম কৰি হঠাৎ আনপিনে যায়। এইটো চাতুৰী নে স্বভাৱৰ ৰীতি? যাবতীয় জীৱজন্তুক জগদীশ্বৰে প্ৰাণৰক্ষাৰ বাবে যি যত্ন আৰু উপায় শিকাইছে, মানুহক জানো তেওঁ সেই উপায় শিকোৱা নাই? আমালোকৰ প্ৰাণৰ প্ৰাণ, জীৱনৰ জীৱন-স্বৰূপ স্বাধীনতা যি মুছলমানবিলাকে শ' শ' বছৰৰ পৰা হৰণ কৰিছে, হিয়াৰ তেজৰ দৰে বল, মান, দেশগৌৰৱ আৰু ধৰ্ম্ম বিনাশ কৰিব লাগিছে, সিহঁতৰ সৈতে আমাৰ সখ্যতা আৰু সত্যসম্বন্ধ? সিহঁতৰ পৰা যি উপায়ে সেই জীৱনস্বৰূপ স্বাধীনতা ৰক্ষা কৰিব পাৰো, স্বধৰ্ম্ম আৰু জাতিগৌৰৱ ৰক্ষা কৰিব পাৰোঁ, সেই উপায় জানো চতুৰতা, সেই উপায় জানো নিন্দনীয়? জীৱন ৰক্ষাৰ বাবে পলায়নপটু হৰিণৰ শীঘ্ৰগতি জানো বিদ্ৰোহ? পোৱালীক ৰক্ষা কৰিবলৈ পক্ষীয়ে যে অপহাৰকক আনপিনে নিবলৈ যত্ন কৰে সেইটো জানো নিন্দনীয়? ক্ষত্ৰিয়ৰাজ! দিনে দিনে মুছলমানসকলৰ ওচৰত মহাৰাষ্ট্ৰীয় চতুৰতাৰ নিন্দা শুনিবলৈ পাওঁ, কিন্তু হিন্দুপ্ৰৱৰ! আপুনি হিন্দুজীৱন ৰক্ষাৰ একমাত্ৰ উপায়ক নিন্দা নকৰিব, শিৱজীক নিন্দা নকৰিব।—মহাদেওজীৰ জ্বলন্ত চকুযুৰি অশ্ৰুজলেৰে উপচি পৰিল।

ব্ৰাহ্মণৰ চকুত পানী দেখি যশোৱন্তই হিয়াত ব্যথা পালে। কলে,—দূতপ্ৰৱৰ! মই আপোনাক কষ্ট দিব নোখোজো, যদি

অন্যায় কৈছো ক্ষমা কৰিব। মই মাথোন ইয়াকে কৈছিলো যে, ৰাজপুতগণেও স্বাধীনতা ৰক্ষা কৰিছে, কিন্তু সিবিলাকে সাহ আৰু সমুখ ৰণৰ বাহিৰে আন উপায় নেজানে। মহাৰাষ্ট্ৰীয়সকলেও জানো সেই উপায় অৱলম্বন কৰি তেনেকুৱা ফল লাভ কৰিব নোৱাৰে ?

মহাদেও। মহাৰাজ ! ৰাজপুতসকলৰ পুৰণি স্বাধীনতা আছে, বিপুল অৰ্থ আছে, দুৰ্গম পৰ্ব্বত বা মৰুবেষ্টিত দেশ আছে, সুন্দৰ ৰাজধানী আছে, হেজাৰ বছৰৰ অপূৰ্ব্ব ৰণশিক্ষা আছে, মহাৰাষ্ট্ৰীয় সকলৰ ইয়াৰ কোনটো আছে ? সিহঁত দৰিদ্ৰ, সিহঁত চিৰ-পৰাধীন, সিহঁতৰ এই প্ৰথম ৰণশিক্ষা। আপোনালোকৰ দেশ আক্ৰমণ কৰিলে আপোনালোকে পুৰণি ৰীতি অনুসৰি যুদ্ধ কৰে, পুৰণি দুৰ্দ্ধৰ্ষ তেজ আৰু বিক্ৰম প্ৰকাশ কৰে, অসংখ্য ৰাজপুত সেনাৰ সমুখত দিল্লীশ্বৰৰ সেনা পলাই যায়। আমালোকৰ দেশ আক্ৰমণ কৰিলে আমি কি কৰিম ? পূৰ্ব্বৰীতি বা ৰণশিক্ষা নাই, অসংখ্য সৈন্য নাই, যিবোৰ আছে সিহঁতে কেতিয়াও যুদ্ধ দেখা নাই। যেতিয়া দিল্লীশ্বৰে কাবুল, পাঞ্জাব, অযোধ্যা, বিহাৰ, মালৱ, বীৰ প্ৰসৱিনী ৰাজস্থানভূমিৰ পৰা হেজাৰ হেজাৰ পুৰণা ৰণদৰ্শী যোদ্ধা পঠাই-দিয়ে, যেতিয়া অপৰূপ বৃহৎ আৰু অনিবাৰ্য্য যুদ্ধ-অশ্ব, ৰণ গজ পঠাই দিয়ে, যেতিয়া তেওঁৰ কামান, বন্দুক, বাৰুদ, গোলা, ৰৌপ্যমুদ্ৰা, স্বৰ্ণমুদ্ৰা, হেজাৰ হেজাৰ গাড়ীৰে আনি ৰাশীকৃত কৰে, তেতিয়া দৰিদ্ৰ মহাৰাষ্ট্ৰীয়সকলে কি কৰিব ? সিবিলাকৰ তেনেকুৱা অসংখ্য যুদ্ধদৰ্শী সেনা নাই, তেনেকুৱা অশ্ব-গজ নাই, তেনে বিপুল অৰ্থ নাই। ত্বৰিতগতি আৰু পৰ্ব্বত যুদ্ধৰ বাহিৰে সিবিলাকৰ আৰু কি উপায় আছে ? ক্ষত্ৰিয়ৰাজ ! জীৱনৰ প্ৰাৰম্ভত, দৰিদ্ৰ জাতিৰ এনেকুৱা আচৰণ ভিন্ন উপায় নাই। জগদীশ্বৰে কৰক মহাৰাষ্ট্ৰীয় জাতি দীৰ্ঘজীৱি হওক, তেওঁলোকৰ অৰ্থ আৰু যুদ্ধ আয়োজনৰ উপায় সংস্থান হলে, দুই তিনিশ বছৰৰ ৰণশিক্ষা হলে, তেওঁলোকেও ৰাজপুতৰ অসাধাৰণ গুণ অনুকৰণ কৰিব।

এইবোৰ কথা শুনি যশোৱন্ত চিন্তাত অভিভূত হৈ ৰ'ল, হাতৰ ওপৰত কপাল থৈ একাগ্ৰচিত্তেৰে চিন্তা কৰিবলৈ ধৰিলে। মহাদেৱে দেখিলে তেওঁৰ কথাবোৰ একেবাৰে নিষ্ফল হোৱা নাই, আকৌ লাহে লাহে কবলৈ ধৰিলে,—আপুনি হিন্দু শ্ৰেষ্ঠ, হিন্দুৰ গৌৰৱ-সাধনত সন্দেহ কৰিছে কিয় ? হিন্দুধৰ্ম্মৰ জয় আপুনি নিশ্চয় ইচ্ছা কৰে, শিৱজীৰো ইয়াৰ বাহিৰে আন ইচ্ছা নাই। মুছলমান-শাসন ধ্বংস কৰা, হিন্দুজাতিৰ গৌৰৱসাধন কৰা, ঠায়ে ঠায়ে দেৱালয় স্থাপন, সনাতন ধৰ্ম্মৰ গৌৰৱ বৃদ্ধি, হিন্দু-শাস্ত্ৰৰ আলোচনা, ব্ৰাহ্মণক আশ্ৰয় দিয়া, গো-বৎসাদি ৰক্ষা কৰা, ইয়াৰ বাহিৰে শিৱজীৰ আন উদ্দেশ্য নাই। এই বিষয়ে যদি তেওঁক সাহায্য কৰিবলৈ বিমুখ হয়, তেন্তে নিজহাতে এই কাৰ্য্য সাধন কৰক। আপুনি এই দেশৰ ৰাজত্ব গ্ৰহণ কৰক, মুছলমানসকলক পৰাস্ত কৰক, মহাৰাষ্ট্ৰত হিন্দু-স্বাধীনতা স্থাপন কৰক। আদেশ কৰক দুৰ্গৰ দুৱাৰ এতিয়াই মুকলি হব, প্ৰজাবোৰে আপোনাক কৰ দিব, আপুনি শিৱজীতকৈ হেজাৰ গুণে বলবান, হেজাৰ গুণে দূৰদৰ্শী, হেজাৰ গুণ উপযুক্ত, শিৱজীয়ে সন্তুষ্টচিত্তে আপোনাৰ এজন সেনাপতি হৈ মুছলমানসকলৰ ধ্বংসসাধন কৰিব। তেওঁৰ আন বাসনা নাই।

এই প্ৰস্তাৱত উচ্চাভিলাষী যশোৱন্তৰ নয়ন আনন্দত যেন উৎফুল্ল হ'ল। ভালেখিনি সময় চিন্তা কৰিলে, কিন্তু অৱশেষত লাহে লাহে কলে,—মাড়ৱাৰ আৰু মহাৰাষ্ট্ৰ বহু দূৰ, এজন ৰজাৰ অধীনত থাকিব নোৱাৰে।

মহাদেও। তেন্তে আপোনাৰ উপযুক্ত পুত্ৰ থাকিলে তেওঁকেই এই ৰাজ্য দিয়ক, নহলে কোনো আত্মীয় যোদ্ধাক দিয়ক। শিৱজীয়ে ক্ষত্ৰিয় ৰজাৰ অধীনত কাৰ্য্য কৰিব, কিন্তু কদাপি ক্ষত্ৰিয়ৰ সৈতে যুদ্ধ নকৰিব।

যশোৱন্ত। এই বিপদকালত আৰংজীৱৰ সৈতে যুদ্ধ কৰি এই দেশ ৰাখিব পাৰিব এনে আত্মীয় নাই।

মহাদেও। কোনো ক্ষত্ৰিয় সেনাপতিক নিযুক্ত কৰক। হিন্দুধৰ্ম্ম আৰু স্বাধীনতা ৰক্ষা হ'লে শিৱজীৰ মনস্কামনা পূৰ্ণ হব, শিৱজীয়ে আনন্দচিত্তেৰে ৰাজ্য পৰিত্যাগ কৰি বানপ্ৰস্থ অৱলম্বন কৰিব।

যশোৱন্ত। তেনেকুৱা সেনাপতিও নাই।

মহাদেও। তেন্তে যি এই মহৎকাৰ্য্য সাধন কৰিব পাৰিব, তেওঁক সাহায্য কৰক। আপোনাৰ সাহায্যত, আপোনাৰ আশীৰ্ব্বাদত, শিৱজীয়ে অৱশ্যেই স্বদেশ আৰু স্বধৰ্ম্মৰ গৌৰৱসাধন কৰিব পাৰিব। ক্ষত্ৰিয়ৰাজ! ক্ষত্ৰিয় যোদ্ধাক সহায় কৰক, ভাৰতবৰ্ষত এনে হিন্দু নাই, আকাশত এনে দেৱতা নাই, যি এইবাবে আপোনাক প্ৰশংসা নকৰিব।

যশোবন্ত। দ্বিজবৰ, তোমাৰ তৰ্ক অলঙ্ঘনীয়, কিন্তু দিল্লীশ্বৰে মোক স্নেহ কৰি এই কাৰ্য্যত নিযুক্ত কৰিছে, মই কেনেকৈ অন্যৰূপ আচৰণ কৰিম? সেইটো জানো ভদ্ৰোচিত?

মহাদেও। দিল্লীশ্বৰে যি হিন্দুসকলক কাফেৰ বুলি জিজিয়া কৰ স্থাপন কৰিছে, সেই কাৰ্য্য জানো ভদ্ৰোচিত? দেশে দেশে যি হিন্দুমন্দিৰ, হিন্দু দেৱদেৱীৰ অৱমাননা কৰিছে সেইটো জানো ভদ্ৰোচিত? কাশীৰ পৱিত্ৰ মন্দিৰ চূৰ্ণ কৰি তাৰ শিলেৰে সেই পুণ্যধামত মছজিদ নিৰ্ম্মাণ কৰাইছে, সেইটো জানো ভদ্ৰোচিত?

ক্ৰোধকম্পিত স্বৰে যশোৱন্তই কলে—দ্বিজবৰ! আৰু নকব, যথেষ্ঠ হৈছে! আজিৰ পৰা শিৱজী মোৰ মিত্ৰ, মই শিৱজীৰ মিত্ৰ। আজিৰ পৰা শিৱজীৰ পণ আৰু মোৰ পণ এক, শিৱজীৰ চেষ্টা আৰু মোৰ চেষ্টা অভিন্ন। সেই হিন্দুবিৰোধী দিল্লীশ্বৰৰ বিৰুদ্ধে ইমানদিনে যিজনে যুদ্ধ কৰিছে সেই মহাত্মা ক'ত? এবাৰ তেওঁক আলিঙ্গন কৰি হিয়াৰ সন্তাপ দূৰ কৰো।

ব্ৰাহ্মণবেশধাৰী দূতে তেতিয়া ব্ৰাহ্মণৰ বেশ ত্যাগ কৰিলে, ব্ৰাহ্মণৰ

উষ্ণীষৰ তলত যোদ্ধাৰ শিৰস্ত্ৰাণ দেখা গ'ল, ভুলাৰ কোৰ্ত্তাৰ তলত লোহ-বৰ্ম্ম প্ৰকাশিত হ'ল। মহাৰাষ্ট্ৰীয় বীৰে লাহে লাহে কলে,— 'ৰজা! ছদ্মবেশ লৈ আপোনাৰ ওচৰলৈ আহিছিলো সেই দোষ গ্ৰহণ নকৰিব। এই দাস ব্ৰাহ্মণ নহয়, মহাৰাষ্ট্ৰীয় ক্ষত্ৰিয়;—নাম মহাদেওজী নহয়,—দাসৰ নাম শিৱজী।

ৰজা যশোৱন্ত সিংহই বিস্ময় আৰু হৰ্ষোৎফুল্ল নয়নেৰে সেই খ্যাতনামা মহাৰাষ্ট্ৰ যোদ্ধাৰ পিনে চাই ৰ'ল, চকিত হৈ সেই দিল্লীশ্বৰৰ প্ৰতিদ্বন্দ্বী দাক্ষিণাত্যৰ বীৰশ্ৰেষ্ঠ শিৱজীৰ ফালে চাই ৰ'ল। অলপ পিছত উঠি আনন্দেৰে সৈতে আৰু সজল নেত্ৰে সেই পৰম শত্ৰুক আলিঙ্গন কৰিলে। শিৱজীয়েও সন্মান আৰু প্ৰণয়ৰ সৈতে খ্যাতনামা ৰাজপুতবীৰক আলিঙ্গন কৰিলে।

গোটেই ৰাতি কথোপকথন হ'ল। যুদ্ধৰ সকলো কথা ঠিক হ'ল, তাৰ পিছত শিৱজীয়ে বিদায় ললে। বিদায় লোৱাৰ সময়ত কলে,—মহাৰাজ, অনুগ্ৰহ কৰি কাইলৈ কোনো ছল কৰি পুণাৰ পৰা কেই ক্ৰোশমান দূৰত থাকিলে ভাল হয়।

যশোৱন্ত। কিয়, কাইলৈ তুমি পুণা হস্তগত কৰিবৰ চেষ্টা কৰিবা?

মহাৰাষ্ট্ৰীয় বীৰে হাঁহি মাৰি কলে,—নহয়, এটা বিয়া সম্পাদন হব, মহাৰাজ থাকিলে শুভকাৰ্য্যত ব্যাঘাত হব পাৰে।

যশোৱন্ত। ভাল, দূৰতেই থাকিম। বিয়াৰ মন্ত্ৰাদি ন্যায়শাস্ত্ৰী মহাশয়ৰ জানো এতিয়া মনত আছে?

শিৱজী। নিশ্চয় আছে। মোৰ শাস্ত্ৰবিদ্যা দেখি দিল্লীৰ সেনাপতি সায়েস্তা খাঁ বিস্মিত হৈছে। কাইলৈ তেওঁ অন্যৰূপ বিদ্যা দেখিবলৈ পাব।

যশোৱন্ত দুৱাৰমুখলৈ লগে লগে গ'ল, পিছত বিদায়ৰ সময়ত কলে,—তেন্তে যুদ্ধৰ বিষয়ে যেনেকুৱা কথা-বতৰা হ'ল তেনেকুৱা কাম কৰিব।

শিৱজী। তেনেকুৱা কাম কৰিবলৈ প্ৰভু শিৱজীক কম।

যশোৱন্ত। হয়, পাহৰিছিলো, তেনেকুৱা কাম কৰিবলৈ আপোনাৰ প্ৰভুক কব। এই বুলি হাঁহি হাঁহি যশোৱন্ত সিংহ শিবিৰৰ ভিতৰত সোমাল।

# অষ্টম পৰিচ্ছেদ

## শিৱজী

অসুৰ উচ্ছিষ্ট খাই পুষ্ট কলেৱৰ ?
অসুৰৰ পদধূলি শোভিত শিৰত ?
তাতকই এশবাৰ গগন সোমাই,
দেখুৱাই সুৰবীৰ্য্য সমৰ-সোঁতত
ভাহিম অনন্তকাল দৈত্য-সংগ্ৰামত,
দেৱৰক্ত যতদিন নহব নিঃশেষ।

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায়।

পূৰকালে ৰক্তিমাভা দেখা গৈছে, এনে সময়ত ব্ৰাহ্মণবেশধাৰী শিৱজী সিংহগড়ত প্ৰৱেশ কৰিলে। উষ্ণীষ আৰু তুলাৰ কোৰ্ত্তা পেলাই দিলে, পুৱাবেলাৰ আলোকত মূৰৰ লোহ-শিৰস্ত্ৰাণ আৰু শৰীৰৰ বৰ্ম্ম চিক্‌মিক্ কৰি উঠিল। বুকত তীক্ষ্ণ ছুৰি, কঁকালত "ভৱানী" নামৰ প্ৰসিদ্ধ খড়গ। বক্ষস্থল বিশাল, শৰীৰ অলপ চুটি-সঁচা, কিন্তু সুবন্ধ, সুদৃঢ়বন্ধনী, আৰু পেশীবোৰ বৰ্ম্মৰ ভিতৰৰ পৰাও স্পষ্টভাবে দেখা গৈছে। পেশোৱা মুৰেশ্বৰ ত্ৰিমূলে আনন্দেৰে তেওঁক আহ্বান কৰি কলে,—ভৱানীৰ জয় হওক! আপুনি ইমান সময় পিছত কুশলে উভতি আহিছে।

শিৱজী। আপোনাৰ আশীৰ্ব্বাদত কোন বিপদৰ পৰানো উদ্ধাৰ পোৱা নাই ?

মুৰেশ্বৰ। সকলো ঠিক হৈছে ?

শিৱজী। সকলো।

মুৰেশ্বৰ। আজি ৰাতি বিয়া ?

শিৱজী। আজিয়েই।

মুৰেশ্বৰ। সায়েস্তা খাঁই একো নেজানেনে? তীক্ষ্ণ বুদ্ধি চাঁদ খাঁই একোকে নেজানে নে?

শিৱজী। সায়েস্তা খাঁই ভীত শিৱজীৰ পৰা সন্ধি প্ৰাৰ্থনাৰ বাট চাই আছে। যোদ্ধা চাঁদ খাঁ চিৰনিদ্ৰাত নিদ্ৰিত। তেওঁ আৰু যুদ্ধ নকৰে।

মুৰেশ্বৰ। ৰাজা যশোৱন্ত?

শিৱজী। আপুনি চিঠিত যিবোৰ যুক্তি দেখুৱাইছিল, তাতেই তাৰ মন বিচলিত হৈছিল। মই গৈয়েই দেখিলো, তেওঁ কিংকৰ্ত্তব্য-বিমূঢ় হৈ আছে, গতিকে অনায়াসেই মোৰ কাৰ্য্য সিদ্ধ হ'ল।

মুৰেশ্বৰ। ভৱানীৰ জয় হওক। আপুনি এৰাতিৰ ভিতৰতে অকলে যি কাৰ্য্য সাধন কৰিলে সেইটো হেজাৰবো অসাধ্য। যি অসমসাহসী কাৰ্য্যত প্ৰবৃত্ত হৈছিল, ভাবিলে এতিয়াও হৃদ্‌কম্প হয়। প্ৰভু, এনেকুৱা কামত আৰু প্ৰবৃত্ত নহব, আপোনাৰ অমঙ্গল হ'লে মহাৰাষ্ট্ৰৰ কি থাকিব?

শিৱজী। মুৰেশ্বৰ, বিপদক ভয় কৰিলে আজিলৈ মাথোন জায়গীৰদাৰ হৈ থাকিলোহেঁতেন, বিপদক ভয় কৰিলে এই মহৎ উদ্দেশ্য কি দৰে সাধন হব? চিৰজীৱন বিপদেৰে আচ্ছন্ন থাকো ক্ষতি নাই কিন্তু ভৱানীয়ে কৰক, যেন মহাৰাষ্ট্ৰ দেশ স্বাধীন হয়।

মুৰেশ্বৰ। বীৰশ্ৰেষ্ঠ! আপোনাৰ জয় অনিবাৰ্য্য, ভৱানীয়ে নিজে সহায়তা কৰিব। কিন্তু দোভাগৰাতি শত্ৰু-শিবিৰত অকলে ছদ্মবেশেৰে?

শিৱজী। এইতো শিৱজীৰ অভ্যস্ত কাৰ্য্য! কিন্তু আজি সঁচাকৈ আন এটা মহাবিপদত পৰিছিলোঁ।

মুৰেশ্বৰ। কি?

শিৱজী। এনে হেন মূৰ্খকো আপুনি সংস্কৃতশ্লোক শিকাইছিল? যিজনে নিজৰ নাম লিখিব নেজানে সি আকৌ শ্লোক মনত ৰাখিব?

মুৰেশ্বৰ। কিয়, কি হৈছিল ?

শিৱজী। আৰু একো নহয়, সায়েস্তা খাঁৰ সভালৈ গৈ ন্যায়শাস্ত্ৰীমহাশয়ে প্ৰায় গোটেইবোৰ শ্লোক পাহৰি গৈছিল।

মুৰেশ্বৰ। তাৰ পিছত ?

শিৱজী। দুটা এটা মনত আছিল। তাৰ দ্বাৰাই কাৰ্য্য-সিদ্ধি হ'ল।

শিৱজীৰ সৈতে আমালোকৰ এই প্ৰথম পৰিচয়; এই ঠাইত তেওঁৰ পূৰ্ব্ববৃত্তান্ত আমি অলপ কব খোজোঁ। ইতিহাসজ্ঞ পাঠকে ইচ্ছা কৰিলে এই পৰিচ্ছেদৰ অৱশিষ্ট অংশ পৰিত্যাগ কৰিও যাব পাৰে।

শিৱজী ১৬২৭ খৃষ্টাব্দত জন্মগ্ৰহণ কৰে, গতিকে আখ্যায়িকা-বিবৃত সময়ত তেওঁৰ বয়স ৩৬ বছৰ হৈছিল। তেওঁৰ পিতাকৰ নাম শাহজী; পিতামহৰ নাম মল্লজী। আমি প্ৰথম অধ্যায়ত ফুলতন দেশৰ দেশমুখ প্ৰসিদ্ধ নিম্বলকৰ বংশৰ কথা কৈছোঁ, সেই বংশৰ যোগপাল ৰাওনায়কৰ ভগিনী দীপাবাঈক মল্লজীয়ে বিয়া কৰাইছিল। বহু-দিনলৈ সন্তানাদি নোহোৱা বাবে আহম্মদনগৰ নিবাসী শাহশৰীফ নামৰ এজন মুছলমান পীৰৰ ওচৰত মল্লজীয়ে বহু অনুৰোধ কৰে আৰু পীৰেও মল্লজীৰ সন্তানাৰ্থে প্ৰাৰ্থনাদি কৰে। তাৰ অলপ পিছত দীপাবাঈৰ গৰ্ভত এটি সন্তান হোৱাত মল্লজীয়ে সেই পীৰৰ নামানুসৰি পুতেকৰ নাম শাহজী ৰাখিলে।

সেই সময়ত আহম্মদনগৰত প্ৰসিদ্ধ নামৰ এজন সেনাপতি আছিল, তেওঁ দহহেজাৰ অশ্বাৰোহীৰ নেতা আৰু প্ৰশস্ত জায়গীৰ ভোগ কৰে। ১৫৯৯ খৃষ্টাব্দত হোলিৰ দিনাখন মল্লজীয়ে আপোন সন্তান শাহজীক লৈ যাদৱৰাওৰ ঘৰলৈ গৈছিল। শাহজীৰ বয়স ভেভিয়া পাঁচ বছৰ মাথোন, যাদৱ ৰাওৰ ছোৱালী জীজীৰ বয়স তিনি কি চাৰি বছৰ, গতিকে লৰা-ছোৱালী দুটিয়ে ৰং আনন্দেৰে একেলগে খেলা কৰিবলৈ ধৰিলে। তাকে দেখি যাদৱৰাও সন্তুষ্ট হৈ নিজৰ

ছোৱালীজনীক মাতি কলে, "কেনে, তই এই লৰাটোক বিয়া কৰাবি ?" পিছত আন আন মানুহবোৰক লক্ষ্য কৰি কলে,—"দুজনে কেনে সুন্দৰ যোৰা মিলিছে !" এনে সময়ত শাহজী আৰু জীজীয়ে পৰস্পৰৰ পিনে কাকু চতিয়াই দিয়াত সকলোৱেই হাঁহি উঠিল ; কিন্তু মল্লজীয়ে হঠাৎ ঠিয় হৈ কলে,—"বন্ধুসকল, সাক্ষী থাকিবা, যাদৱৰাও মোৰ বিয়ৈ হব, আজি প্ৰতিশ্ৰুতি দিলে। সকলোৱে এই প্ৰস্তাৱত সম্মতি প্ৰকাশ কৰিলে। যাদৱৰাও উচ্চ বংশজ। শাহজীৰ সৈতে নিজৰ কন্যাৰ বিয়া দিবলৈ কেতিয়াও বাসনা কৰা নাই, কিন্তু মল্লজীৰ এই চতুৰতা দেখি বিস্মিত হৈ ৰ'ল।

পিছ দিনাখন যাদৱৰাওৱে মল্লজীক নিমন্ত্ৰণ কৰিলে, কিন্তু বিয়ৈ বুলি স্বীকাৰ নকৰিলে মল্লজী নেযাব বুলি খবৰ পঠালে। যাদৱৰাওৱে তেনেভাবে স্বীকাৰ নকৰিলে, গতিকে মল্লজী নাহিল। যাদৱৰাওৰ ঘৈণীয়েক যাদৱৰাওতকৈও বংশমৰ্য্যাদাত বেছি অভিমানিনী। কথিত আছে যে, যাদৱৰাওৱে ধেমালি কৰি নিজৰ ছোৱালীৰ সৈতে শাহজীৰ বিয়া দিব বুলি কৈছিল বাবে তেওঁৰ ঘৈণীয়েকে তেওঁক দুটা চাৰিটা কথা শুনাই দিছিল। মল্লজী খঙেৰে এখন গাৱঁলৈ গ'ল আৰু প্ৰকাশ কৰিলে যে, ভৱানী সাক্ষাত অৱতীৰ্ণা হৈ তেওঁক বিপুল অৰ্থ দিছে। মহাৰাষ্ট্ৰীয়সকলৰ ভিতৰত জনশ্ৰুতি আছে যে ভৱানীয়ে এই সময়ত মল্লজীক কৈছে,—মল্লজী, তোমাৰ বংশত এজন ৰজা হব। তেওঁ শম্ভুৰ নিচিনা গুণান্বিত হব, মহাৰাষ্ট্ৰদেশত ন্যায়বিচাৰ পুনঃ প্ৰতিষ্ঠিত কৰিব, ব্ৰাহ্মণ আৰু দেৱালয়ৰ শত্ৰুসকলক দূৰ কৰি দিব। তেওঁৰ সময়ৰ পৰা কাল গণনা হব আৰু তেওঁৰ সন্তান-সন্ততি সাতাইশ পুৰুষলৈকে সিংহাসনত আৰূঢ় থাকিব।

সেইটো যি হওক, মল্লজীয়ে যে এই সময়ত বিপুল অৰ্থ পাইছিল তাৰ সন্দেহ নাই। সেই অৰ্থৰ দ্বাৰা আপোন উন্নতিৰ চেষ্টা কৰিলে আৰু এই বিষয়ে তেওঁৰ খুলশালিয়েক যোগপালেও তেওঁক বিশেষ সহায়তা কৰিছিল। অচিৰতে মল্লজীয়ে আহম্মদনগৰৰ চুলতানৰ

অধীনত পাঁচহেজাৰ অশ্বাৰোহীৰ সেনাপতি হ'ল আৰু ৰাজা খিতাপ পাই সুৰ্বর্ণী আৰু চাকন দুৰ্গ আৰু তাৰ কাষৰ দেশৰ ভাৰ প্ৰাপ্ত হ'ল। তেওঁ জায়গীৰ স্বৰূপ পুণা আৰু সোপানগৰ পালে। তেতিয়া আৰু যাদৱৰাওৰ কোনো আপত্তি নৰ'ল। ১৬০৪ খৃষ্টাব্দত মহা সমাৰোহেৰে শাহজীৰ লগত জীজীৰ বিয়া হ'ল, আহম্মদনগৰৰ চুলতান নিজে সেই বিয়াত উপস্থিত আছিল। তেতিয়া শাহজীৰ বয়স ১০ বছৰ মাথোন। কালক্ৰমত মল্লজীৰ মৃত্যুৰ পিছত শাহজীয়ে পৈতৃক জায়গীৰ আৰু পদ প্ৰাপ্ত হ'ল।

এই সময়ত দিল্লীশ্বৰ আকবৰ শাহে আহম্মদনগৰ ৰাজ্য দিল্লীৰ অধীনলৈ আনিবৰ বাবে যুদ্ধ কৰিছিল। আকবৰ শাহে কিছু পৰিমাণে জয়লাভ কৰিলে আৰু তেওঁৰ মৃত্যুৰ পিছত সম্ৰাট জাহাঙ্গীৰেও সেই উদ্যমতে লিপ্ত হৈ থাকিল। এই যুদ্ধৰ সময়ত শাহজীও শুই থকা নাছিল। ১৬২০ খৃষ্টাব্দত (জাহাঙ্গীৰৰ শাসন-কালত) তেওঁ আহম্মদনগৰৰ প্ৰধান সেনাপতি মালীক অম্বৰৰ অধীনত আছিল, আৰু এখন মহাযুদ্ধত নিজৰ সাহস আৰু বিক্ৰম প্ৰকাশ কৰি সকলোৰেই সম্মানভাজন হৈছিল। জাহাঙ্গীৰৰ মৃত্যুৰ পিছত সম্ৰাট শাজিহানে সেনাপতি শাহজীক পাঁচহেজাৰ অশ্বাৰোহীৰ সেনাপতি কৰি ভালেমান জায়গীৰ দান কৰিলে। কিন্তু সম্ৰাটসকলৰ আজিৰ অনুগ্ৰহ কাইলৈ নেথাকে; তিনিবছৰ পিছত সম্ৰাটে শাহজীৰ কিছুমান জায়গীৰ কাঢ়ি ললে। শাহজী বিৰক্ত হৈ বিজয়পুৰৰ চুলতানৰ পক্ষ অৱলম্বন কৰিলে আৰু মৃত্যু পৰ্য্যন্ত বিজয়পুৰৰ চুলতানৰ অধীনত কাম কৰিবলৈ ধৰিলে।

পতনোম্মুখ আহম্মদ নগৰ ৰাজ্যৰ স্বাধীনতাৰ কাৰণেও শাহজীয়ে দিল্লীৰ সেনাৰ সৈতে অনেক যুদ্ধ কৰিলে। চুলতান শত্ৰুৰ হাতত পৰিলত শাহজীয়ে সেই বংশৰ আন এজনক চুলতান কৰি সিংহাসনত প্ৰতিষ্ঠিত কৰিলে, কিছুমান বিজ্ঞ ব্ৰাহ্মণৰ সহায়ত দেশ শাসনৰ সুন্দৰ ৰীতি স্থাপন কৰিলে, বহু সংখ্যক দুৰ্গ

হস্তগত কৰিলে, আৰু চুলতানৰ নামত সেনা সংগ্ৰহ কৰিবলৈ ধৰিলে।

সম্ৰাট শাজিহানে এই সকলো দেখি ক্ৰুদ্ধ হৈ শাহজী আৰু তেওঁৰ প্ৰভু বিজয়পুৰৰ চুলতানক দমন কৰিবলৈ ভালেমান অশ্বাৰোহী, আৰু পদাতিক পঠিয়াই দিলে। দিল্লীশ্বৰৰ সৈতে যুদ্ধ কৰা বিজয়পুৰৰ চুলতান বা শাহজীৰ সাধ্য নহয়; কেই বছৰমান যুদ্ধৰ পিছত সন্ধি স্থাপন হ'ল; আহম্মদনগৰ ৰাজ্য বিলুপ্ত হ'ল (১৬৩৭)। শাহজী বিজয়পুৰৰ অধীনত জায়গীৰদাৰ আৰু সেনাপতি হৈ থাকিল, আৰু চুলতানৰ আদেশ অনুসৰি কৰ্ণাট দেশৰ অনেক অংশ জয় কৰিলে। গতিকে বিজয়পুৰৰ উত্তৰে পুণাৰ ওচৰত তেওঁৰ যেনেকুৱা জায়গীৰ আছিল, দক্ষিণ কৰ্ণাট দেশতো তেনেকুৱা বহু জায়গীৰ প্ৰাপ্ত হ'ল।

জীজীবাইৰ গৰ্ভত শম্ভুজী আৰু শিৱজী নামেৰে দুজন লৰা ওপজে। আগতেই কোৱা হৈছে যে, জীজীৰ পিতা যাদৱৰাও পুৰণি দেৱগড়ৰ হিন্দুৰজাৰ বংশৰ পৰা অৱতীৰ্ণ, এনেকুৱা জনশ্ৰুতি আছে। এই কথা যদি সঁচা হয়, তেন্তে শিৱজী সেই পুৰণি ৰাজ-বংশত উদ্ভূত সন্দেহ নাই। ১৬৩০ খৃষ্টাব্দত শাহজীয়ে টুকাবাই নামৰ আৰু এজনী ছোৱালীক বিয়া কৰায়। অভিমানিনী জীজীবায়ে তাত ক্ৰুদ্ধ হৈ স্বামীৰ সংসৰ্গ ত্যাগ কৰি পুতেক শিৱজীক লৈ পুণাৰ জায়গীৰত আহি থাকিবলৈ লয়। শাহজীয়ে টুকাবাইক লৈ কৰ্ণাটতেই থাকিল আৰু টুকাবাইৰ গৰ্ভত বেনকাজী নামে এটি লৰা ওপজিল।

শাহজীৰ দুজন অতি বিশ্বস্ত ব্ৰাহ্মণমন্ত্ৰী আৰু কৰ্ম্মচাৰী আছিল। তাৰ ভিতৰত দাদাজী কানাইদেৱে পুণাৰ জায়গীৰ আৰু জীজী আৰু শিশু শিৱজীৰ ৰক্ষণাবেক্ষণ কৰিছিল।

১৬২৭ খৃষ্টাব্দত স্বৰ্ণী দুৰ্গত শিৱজীৰ জন্ম হয়। এই দুৰ্গ পুণাৰ পৰা অনুমান ২৫ ক্ৰোশ উত্তৰত অৱস্থিত। শিৱজীৰ তিনি

বছৰ বয়স হলত শাহজীয়ে টুকাবাইক বিয়া কৰায়। গতিকে জীজীৰ সৈতে তেওঁৰ বিচ্ছেদ হ'ল। জীজীয়ে পুতেকৰ সৈতে পুণালৈ আহি দাদাজী কানাইদেৱৰ ৰক্ষণাবেক্ষণত বাস কৰিবলৈ ধৰিলে। শিৱজীৰ থাকিবৰ বাবে দাদাজীয়ে পুণানগৰত এটা বৃহৎ ঘৰ সজালে; আমি ইয়াৰ আগেয়ে সেই ঘৰত সায়েস্তা খাঁক দেখিছো।

মাক পুতেকে সেই ঠাইত বাস কৰিবলৈ ধৰিলে। বাল্যকালৰ পৰা শিৱজী দাদাজীৰ ওচৰত শিক্ষাপ্ৰাপ্ত হবলৈ ধৰিলে। শিৱজীয়ে কেতিয়াও নাম লিখিবলৈও শিকা নাই, কিন্তু অলপ বয়সতেই ধনুৰ্ব্বাণ ব্যৱহাৰ, বৰ্শা নিক্ষেপ, নানাৰূপ মহাৰাষ্ট্ৰীয় খড়্গ আৰু ছুৰি চলোৱা আৰু ঘোঁৰাত উঠাত বিশেষ নিপুণতা আৰ্জ্জিলে। মহাৰাষ্ট্ৰীয় মাত্ৰেই অশ্বচালনাত পাৰ্গত, কিন্তু তেওঁলোকৰ ভিতৰতো শিৱজীয়ে বিশেষ সুখ্যাতি লাভ কৰিলে। এনেকুৱা ব্যায়াম আৰু যুদ্ধ শিক্ষাত বালকৰ দেহ অতি সোনকালে সুদৃঢ় আৰু বলিষ্ঠ হৈ উঠিল।

কিন্তু কেৱল মাথোন অস্ত্ৰবিদ্যাতেই শিৱজীয়ে কাল নকটালে, যেতিয়াই আজৰি পাই দাদাজীৰ ভৰিৰ ওচৰত বহি মহাভাৰত আৰু ৰামায়ণৰ অনন্ত বীৰত্বৰ কাহিনী শুনিবলৈ বৰ ভাল পাইছিল। শুনোঁতে শুনোঁতে বালকৰ হিয়াত সাহৰ উদ্ৰেক হয়, হিন্দু ধৰ্ম্মত আস্থা দৃঢ়ীভূত হয়, সেই পূৰ্ব্বকালৰ বীৰসকলৰ বীৰত্বৰ অনুসৰণ কৰাৰ ইচ্ছা প্ৰবল হৈ উঠে, ধৰ্ম্ম বিদ্বেষী মুছলমানসকলৰ প্ৰতি বিদ্বেষ জন্মে। এনেকুৱা কথা শুনিবলৈ শিৱজীৰ এনে আগ্ৰহ আছিল যে, বহুবছৰৰ পিছত যেতিয়া তেওঁ দেশত খ্যাতি আৰু ৰাজ্য লাভ কৰিলে তেতিয়ালৈকে কোনো ঠাইত কথা হোৱা শুনিলেই বহু বিপদ আৰু বহু কষ্ট সহ্য কৰিও তাত উপস্থিত হবলৈ চেষ্টা কৰিছিল।

এনেকৈ দাদাজীৰ যত্নত শিৱজীয়ে অলপ দিনৰ ভিতৰতে স্বধৰ্ম্মত অনুৰক্ত আৰু অতিশয় মুছলমানবিদ্বেষী হৈ উঠিল। তেওঁ যোল

বছৰ বয়সত স্বাধীন ভূপতি হবলৈ নানা সঙ্কল্প কৰিবলৈ ধৰিলে। নিজৰ নিচিনা উৎসাহী যুৱকসকলক চাৰিওপিনে একত্ৰ কৰিবলৈ ধৰিলে। তেওঁ পৰ্ব্বত পৰিপূৰ্ণ কঙ্কণ দেশত তেওঁলোকৰ সৈতে সদায় যাতায়াত কৰে। সেই পৰ্ব্বত কেনেকৈ বগোৱা যায়, ক'ত বাট আছে, কোন বাটেৰে কোন দুৰ্গলৈ যাব পাৰি, কোন কোন দুৰ্গ অতি দুৰ্গম, কেনেকৈ দুৰ্গ আক্ৰমণ বা ৰক্ষা কৰিব পাৰি, এনেবোৰ চিন্তাত বালকৰ দিন অতিবাহিত হবলৈ ধৰে। কেতিয়াবা কেতিয়াবা কেইদিনমান একেৰাহে এই পৰ্ব্বত আৰু উপত্যকাৰ মাজত যাপন কৰে, কোনো দুৰ্গ, কোনো পথ, কোনো উপত্যকা শিৱজীৰ অজান নাছিল। শেষত কেনেকৈ দুটা এটা দুৰ্গ হস্তগত কৰিব এই চিন্তা কৰিবলৈ ধৰিলে।

বালকৰ এনেকুৱা কথা শুনি আৰু আচৰণ দেখি বুঢ়া দাদাজীয়ে ভয় খালে। তেওঁ অনেক প্ৰবোধ বাক্যেৰে বালকক সেই পথৰ পৰা আনি যাতে জায়গীৰ সুচাৰুৰূপে ৰক্ষা পায়, তাকেই শিকাবলৈ চেষ্টা কৰিলে। কিন্তু শিৱজীৰ হিয়াত যি বীৰত্ব-অঙ্কুৰ স্থাপিত হৈছিল, সি আৰু উৎপাটিত নহল। শিৱজীয়ে দাদাজীক পিতৃতুল্য সন্মান কৰিছিল, কিন্তু যি পথত প্ৰবৰ্ত্তিত হৈছিল, তাক পৰিত্যাগ নকৰিলে।

মাউলীজাতীয়সকলৰ কষ্টসহিষ্ণুতা আৰু বিশ্বাসযোগ্যতাৰ কাৰণে শিৱজীয়ে তেওঁলোকক বৰ ভাল পাইছিল। তেওঁৰ যৌৱনৰ লগৰীয়াসকলৰ ভিতৰত যশজী কঙ্ক, তন্নজী মালশ্ৰী আৰু বাজী ফাচলকৰ নামৰ তিনজন মাউলীয়েই প্ৰিয়তম আৰু অগ্ৰগণ্য আছিল। অৱশেষত এওঁলোকৰ সহায়ত ১৬৪৬ খৃষ্টাব্দত তোৰণ-দুৰ্গৰ কিল্লাদাৰক কোনোৰূপে বশৱৰ্ত্তী কৰি শিৱজীয়ে সেই দুৰ্গ হস্তগত কৰিলে। এই আখ্যায়িকাৰ আৰম্ভণিতেই তোৰণদুৰ্গৰ বৰ্ণনা কৰা হৈছে, এই প্ৰথম বিজয়ৰ সময়ত শিৱজীৰ বয়স উনৈশ বছৰ মাত্ৰ। ইয়াৰ পিছৰ বছৰত তোৰণদুৰ্গৰ ডেৰক্ৰোশ দক্ষিণ-পূৰে

এটা তুঙ্গ গিৰিশৃঙ্গৰ ওপৰত শিৱজীয়ে এটা নতুন দুৰ্গ নিৰ্ম্মাণ কৰাই তাৰ নাম ৰাজগড় ৰাখিলে।

বিজয়পুৰৰ চুলতানে এই সকলো বিষয়ৰ খবৰ পাই শিৱজীৰ পিতাক শাহজীক তিৰস্কাৰ কৰি পঠালে আৰু এই সকলো উপদ্ৰৱৰ কাৰণ সুধিলে। বিজয়পুৰৰ বিশ্বস্ত কৰ্ম্মচাৰী শাহজীয়ে এই সকলো বিষয়ৰ বিন্দুবিসৰ্গও নেজানিছিল, তেওঁ দাদাজীক ইয়াৰ কাৰণ সুধিলে। দাদাজী কানাইদেৱে শিৱজীক পুনৰাই মতালে। এনেকুৱা আচৰণত সৰ্ব্বনাশ হোৱাৰ সম্ভাৱনা তাক বহু বুজালে। তেওঁৰ পিতাক বিজয়পুৰৰ অধীনত কাম কৰি কেনেকুৱা বিপুল অৰ্থ, জায়গীৰ, ক্ষমতা আৰু সম্মান লাভ কৰিছে তাকো বুজালে। শিৱজীয়ে পিতৃতুল্য দাদাজীক আৰু নো কি ক'ব, মিঠা কথাৰে উত্তৰ দিলে, কিন্তু নিজৰ কামৰ পৰা নিৰস্ত নহ'ল। ইয়াৰ কিছুমান দিনৰ পিছত দাদাজীৰ মৃত্যু হয়। মৰাৰ ঠিক আগতে দাদাজীয়ে শিৱজীক আৰু এবাৰ মতাই ওচৰলৈ আনে। বুঢ়াই আকৌ তিৰস্কাৰ কৰিব এই বিবেচনা কৰি শিৱজী তালৈ গ'ল, কিন্তু যি শুনিলে তাতে বিস্মিত হ'ল। মৃত্যু শয্যাত যেন দাদাজীৰ দিব্যচক্ষু উন্মীলিত হ'ল, তেওঁ শিৱজীক স্নেহেৰে কলে—"বোপা, তুমি যি চেষ্টা কৰিব ধৰিছা তাতকৈ মহত্তৰ চেষ্টা আৰু নাই। এই উন্নত পথ অনুসৰণ কৰা, দেশৰ স্বাধীনতা ৰক্ষা কৰা, ব্ৰাহ্মণ, গোবৎস আদি আৰু কৃষকসকলক ৰক্ষা কৰা, দেৱালয় কলুষিতকাৰীসকলক শাস্তি দিয়া, ঈশানীয়ে তোমাক যি উন্নত পথ দেখুৱাই দিছে, সেই পথেৰে আগ বাঢ়া।" এই বুলি বুঢ়াই চিৰনিদ্ৰাত নিদ্ৰিত হ'ল। শিৱজীৰ হিয়া এই দিব্য উপদেশ পাই উৎসাহ আৰু সাহসত দহগুণে স্ফীত হৈ উঠিল। তেতিয়া শিৱজীৰ বয়স ত্ৰিশ বছৰ মাথোন।

সেই বছৰতেই চাকন আৰু কান্দানা দুৰ্গৰ কিল্লাদাৰসকলক অৰ্থেৰে বশীভূত কৰি শিৱজীয়ে উভয় দুৰ্গ হস্তগত কৰে আৰু কান্দানাৰ নাম সলনি কৰি সিংহগড় ৰাখে। আখ্যায়িকাত চাকন

আৰু সিংহগড়ৰ কথা আগতেই লিখা হৈছে। শিৱজীৰ মাহীমাক টুকাবাইৰ ভায়েক বাজী সোপাই দুৰ্গৰ ভাৰ প্ৰাপ্ত হৈছিল। এদিন দোভাগ ৰাতি নিজৰ মাউলী সৈন্য লৈ শিৱজীয়ে হঠাৎ এই দুৰ্গ আক্ৰমণ কৰি হস্তগত কৰে। মোমায়েকৰ প্ৰতি কোনো অত্যাচাৰ নকৰি তেওঁক কৰ্ণাটলৈ পিতাকৰ ওচৰলৈ পঠিয়াই দিলে। তাৰ-পিছত পুৰন্দৰ দুৰ্গৰ অধীশ্বৰৰ মৃত্যু হোৱাত তেওঁৰ পুতেকহঁতৰ মাজত ভ্ৰাতৃকলহ উপস্থিত হয়, শিৱজীয়ে সৰু ভায়েক দুজনক সহায় কৰিবৰ ছলেৰে আপুনি সেই দুৰ্গ হস্তগত কৰে। এনে আচৰণত তিনি ভায়েকেই শিৱজীৰ ওপৰত বিৰক্ত হ'ল, কিন্তু শিৱজী যেতিয়া দেশৰ স্বাধীনতা ৰক্ষাস্বৰূপ আপোন উদ্দেশ্য তেওঁলোকৰ আগত প্ৰকাশ কৰিলে, যেতিয়া সেই উদ্দেশ্য সাধনৰ বাবে ভায়েকসকলৰ পৰা সহায় বিচাৰিলে, তেতিয়া তেওঁলোকৰ খং নেথাকিল। শিৱজীৰ মহৎ উদ্দেশ্য ভালকৈ বুজিব পাৰি তিনিওজন ভায়েকে শিৱজীৰ অধীনত কাম কৰিবলৈ স্বীকৃত হ'ল।

এইদৰে শিৱজীয়ে এটা-এটাকৈ ভালেমান দুৰ্গ হস্তগত কৰিলে, সিবোৰৰ নাম লিখি এই আখ্যায়িকা পূৰ্ণ কৰিবৰ আৱশ্যক নাই। ১৬৪৮ খৃষ্টাব্দত শিৱজীৰ কৰ্ম্মচাৰী আবাজী স্বৰ্ণদেৱে কল্যাণদুৰ্গ আৰু গোটেই কল্যাণী প্ৰদেশ জয় কৰিলে। তেতিয়া বিজাপুৰৰ চুলতান ক্ৰুদ্ধ হৈ শিৱজীৰ পিতাক শাহজীক কাৰাৰুদ্ধ কৰিলে আৰু আদেশ কৰিলে যে নিয়মিত সময়ৰ ভিতৰত শিৱজীয়ে অধীনতা স্বীকাৰ নকৰিলে সেই কাৰাগৃহৰ দুৱাৰ শিলেৰে একেবাৰে বন্ধ কৰা হব। শিৱজীয়ে দিল্লীশ্বৰৰ ওচৰত আবেদন কৰি পিতাকৰ প্ৰাণ বচালে, কিন্তু চাৰি বছৰ কাল শাহজী বিজয়পুৰত বন্দী হিচাবে থাকিল।

জৌলীৰ ৰজা চন্দ্ৰৰাওক শিৱজীয়ে নিজৰ পক্ষলৈ আনিবৰ বাবে আৰু মুছলমানৰ অধীনতাশৃঙ্খল চূৰ্ণ কৰিবৰ কাৰণে অনেক পৰামৰ্শ

দিয়ে। চন্দ্ৰৰাৱে যেতিয়া তাক একেবাৰে অস্বীকাৰ কৰিলে, তেতিয়া শিৱজীয়ে নিজৰ মানুহৰ দ্বাৰা সেই ৰজা আৰু তেওঁৰ ভায়েকক হত্যা কৰাই হঠাৎ ৰাতি আক্ৰমণ কৰি সেই দুৰ্গ হস্তগত কৰে। তেওঁ সমস্ত জোলী প্ৰদেশ অধিকাৰ কৰিলে আৰু সেই বছৰতেই প্ৰতাপগড় নামেৰে এটা নতুন দুৰ্গ নিৰ্ম্মাণ কৰালে। ইয়াৰ দুবছৰ পিছত শিৱজীয়ে মুৰেশ্বৰ ত্ৰিমুল পিঙ্গলীক পেচোৱা কৰে আৰু সমস্ত কঙ্কণ প্ৰদেশ জয় কৰিবৰ কাৰণে বহুসংখ্যক সৈন্য সংগ্ৰহ কৰিলে।

এইবাৰ বিজয়পুৰৰ চুলতানে শিৱজীক একেবাৰে ধ্বংস কৰিবলৈ মানস কৰিলে। ১৬৫৯ খৃষ্টাব্দত আবুল ফজেল নামক এজন প্ৰসিদ্ধ যোদ্ধাই ৫০০০ হেজাৰ অশ্বাৰোহী আৰু ৭০০০ হেজাৰ পদাতিক আৰু বহু সংখ্যক কামান লৈ যাত্ৰা কৰিলে। তেওঁ গৰ্ব্বিতভাবে প্ৰকাশ কৰিলে যে, শীঘ্ৰে সাধাৰণ বিদ্ৰোহীক শৃঙ্খলাবদ্ধ কৰি চুলতানৰ পায়তখতৰ ওচৰত উপস্থিত কৰিব।

ইমান সৈন্যৰ লগত সমুখ ৰণ অসম্ভৱ; শিৱজীয়ে সন্ধি প্ৰাৰ্থনা কৰিলে। আবল ফাজেলে গোপীনাথ নামৰ এজন ব্ৰাহ্মণক শিৱজীৰ ওচৰলৈ পঠিয়াই দিলে। প্ৰতাপগড় দুৰ্গৰ ওচৰত সভাৰ ভিতৰত দূতৰ সৈতে দেখাদেখি আৰু নানাৰূপ কথা বতৰা হ'ল, ৰাতি যাপনৰ বাবে গোপীনাথৰ কাৰণে এখন ঠাই নিৰ্দ্ধাৰিত কৰা হ'ল।

ৰাতিৰ সুযোগত শিৱজীয়ে গোপীনাথৰ সৈতে দেখা কৰিবলৈ আহিল। শিৱজীৰ অসাধাৰণ বাক্‌পটুতা আছিল, তেওঁ গোপীনাথক অনেক প্ৰকাৰে বুজাই কলে,—আপুনি ব্ৰাহ্মণ, আপুনি মোতকৈ শ্ৰেষ্ঠ, কিন্তু মোৰ কথাবোৰ শুনক। মই যি কৰিছো সমস্তই হিন্দু-জাতিৰ কাৰণে, হিন্দু-ধৰ্ম্মৰ কাৰণে কৰিছো। স্বয়ং ভৱানীয়ে মোক ব্ৰাহ্মণ আৰু গৰু-বাছৰুবোৰক ৰক্ষা কৰিবলৈ উত্তেজিত কৰিছে, হিন্দু দেৱদেৱী আৰু দেৱালয়ৰ নিগ্ৰহকাৰী সকলক দণ্ড দিবলৈ আদেশ দিছে, স্বধৰ্ম্মৰ শত্ৰুৰ বিৰুদ্ধাচৰণ কৰিবলৈ আদেশ দিছে।

আপুনি ব্ৰাহ্মণ, ভৱানীৰ আদেশ সমৰ্থন কৰক আৰু আপোন জাতীয় দেশীয় মানুহৰ ভিতৰত স্বচ্ছন্দে বাস কৰক।

গোপীনাথে এইবোৰ কথাত তুষ্ট হৈ শিৱজীৰ সহায়তা কৰিবলৈ স্বীকাৰ কৰিলে। পৰামৰ্শ স্থিৰ হ'ল যে, কাৰ্য্য সিদ্ধিৰ বাবে আবুল ফাজেলৰ সৈতে শিৱজীৰ কোনো ঠাইত সাক্ষাৎ কৰা আৱশ্যক।

কেইদিনমান পিছত প্ৰতাপগড় দুৰ্গৰ ওচৰতেই দেখা দেখি হ'ল। আবুল ফাজেলৰ পোন্ধৰ শ সেনা দুৰ্গৰ পৰা অলপ দূৰত ৰ'ল, তেওঁ নিজে একমাত্ৰ সহচৰৰ সৈতে দোলাত উঠি নিৰ্দ্দিষ্ট ঘৰত আহি উপস্থিত হল। শিৱজীয়ে সেইদিনাখন বহুযত্নেৰে পুৱা স্নান পূজা আদি সমাপন কৰিলে। স্নেহময়ী মাকৰ পদত মূৰ থৈ তেওঁৰ আশীৰ্ব্বাদ ভিক্ষা কৰিলে। তুলাৰ কোৰ্ত্তা আৰু উষ্ণীষৰ তলত লৌহবৰ্ম্ম আৰু শিৰস্ত্ৰাণ ধাৰণ কৰিলে ; অৱশেষত শিৱজী দুৰ্গৰ পৰা অৱতীৰ্ণ হৈ বাল্যসহচৰ তন্নজী মালশ্ৰীক লগত লৈ আবুল ফাজেলৰ ওচৰলৈ আহিল। হঠাৎ আলিঙ্গন কৰিবৰ ছলেৰে তীক্ষ্ণ ছুৰিকাৰে মুছলমানক ভূতলশায়ী কৰিলে। তৎক্ষণাৎ শিৱজীৰ সেনাই আবুল ফাজেলৰ সেনাক পৰাস্ত কৰিলে আৰু শিৱজীয়ে অনেক দুৰ্গ হস্তগত কৰি বিজয়পুৰৰ দুৱাৰমুখলৈ গৈ দেশ লুট-পাট কৰি আহিল।

বিজয়পুৰৰ সৈতে যুদ্ধ আৰু তিনি বছৰলৈকে চলিবলৈ ধৰিলে, কিন্তু কোনো পক্ষই বিশেষ জয়লাভ কৰিব নোৱাৰিলে। অৱশেষত ১৬৬২ খৃষ্টাব্দত শাহজী মধ্যবৰ্ত্তী হৈ বিজয়পুৰ আৰু শিৱজীৰ মাজত সন্ধি সংস্থাপন কৰি দিলে। শাহজীয়ে যেতিয়া শিৱজীক চাবলৈ আহিল, শিৱজীয়ে পিতৃভক্তিৰ পৰাকাষ্ঠা দেখাইছিল। নিজে ঘোঁৰাৰ পৰা নামি পিতাকক ৰজাৰ দৰে অভিবাদন কৰিলে, পিতাকৰ দোলাৰ লগে লগে খোজ কাঢ়ি গ'ল, আৰু পিতাকে বহিবলৈ আদেশ কৰাতো তেওঁ পিতাকৰ সন্মুখত আসন গ্ৰহণ

নকৰিলে। কেইদিনমান পুতেকৰ ওচৰত থাকি শাহজী পৰম সন্তুষ্ট হৈ বিজয়পুৰলৈ গ'ল আৰু সন্ধি স্থাপন কৰি দিলে। শিৱজীয়ে পিতাকৰ দ্বাৰা সংস্থাপিত এই সন্ধিৰ বিৰুদ্ধাচৰণ কৰা নাই, শাহজীৰ জীৱনদশাত বিজয়পুৰৰ বিৰুদ্ধে আৰু যুদ্ধ কৰা নাই। তাৰ পিছতো যেতিয়া যুদ্ধ হয়, সেই সময়ত শিৱজী আক্ৰমণকাৰী নাছিল।

১৬৬২ খৃষ্টাব্দত এই সন্ধি স্থাপন হয় আগতেই কোৱা হৈছে, এই বছৰতেই মোগলসকলৰ সৈতে যুদ্ধ আৰম্ভ হয়। আমাৰ আখ্যায়িকাও এই সময়ৰ পৰা আৰম্ভ হৈছে। মোগলসকলৰ সৈতে যুদ্ধ আৰম্ভৰ সময়ত সমস্ত কঙ্কণ দেশ শিৱজীয়ে অধিকাৰ কৰিছে আৰু তেওঁৰ সাত হেজাৰ অশ্বাৰোহী আৰু পঞ্চাশ হেজাৰ পদাতিক সেনা আছিল। শিৱজীৰ বয়স তেতিয়া পঁয়ত্ৰিশ বছৰ।

## নৱম পৰিচ্ছেদ

### শুভকাৰ্য্য সম্পাদন

যুগে যুগে কল্পে কল্পে নিতে নিৰন্তৰ,
জ্বলক গগনব্যাপী অনন্ত বহ্নিত।
জ্বলক সেই দেৱতেজ প্ৰদীপ্ত শিখাত,
দিনে ৰাতি অবিশ্ৰান্ত, সৰগ বিয়পি,
দহক দানৱকুল দেৱবিক্ৰমত,
পুত্ৰ পৰম্পৰাদগ্ধ চিৰ শোকাগ্নিত।

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায়।

সূৰ্য্যই অস্তাচল-চূড়া আশ্ৰয় কৰিছে, সিংহগড় দুৰ্গৰ ভিতৰত সৈন্যসকলে নিঃশব্দে সজ্জিত হ'বলৈ ধৰিছে, এনেকুৱা নিঃশব্দেৰে যে দুৰ্গৰ বাহিৰৰ মানুহেও দুৰ্গৰ ভিতৰত কি হব লাগিছে, তাক জানিব পৰা নাই।

দুৰ্গৰ এডোখৰ ওখ ঠাইত কেইজনমান মহাযোদ্ধা থিয় হৈ আছে, সেই দুৰ্গ-চূড়াৰ পৰা দৃশ্য অতি মনোহৰ। পূৱপিনে সুন্দৰ নীৰানদী প্ৰৱাহিত হৈছে, সেই নদীৰ উপত্যকা বসন্তকালৰ নতুন ফুলপাত আৰু দুৰ্ব্বাদলেৰে সুশোভিত হৈ মনোহৰ ৰূপ ধাৰণ কৰিছে। উত্তৰফালে বহুদূৰ বিস্তৃত পথাৰ, বহুদূৰলৈকে সুন্দৰ সেউজীয়া পথাৰ সূৰ্য্যৰ কিৰণত উজ্জ্বল দেখা গৈছে। বহুদূৰত বিস্তীৰ্ণ পুণানগৰীয়ে সুন্দৰ শোভা পাইছে, যোদ্ধাসকলে প্ৰায় সেই পিনে চাই আছে, আজি ৰাতি সেই নগৰীত কি বিষম ঘটনা সংঘটিত হব তাকেই চিন্তা কৰি আছিল। দক্ষিণ আৰু পশ্চিম ফালে পৰ্ব্বতৰ পাছত পৰ্ব্বত, যিমানদূৰলৈ দেখা যায়, অনন্ত পৰ্ব্বত অস্তাচল চূড়াৱলম্বী

সূৰ্য্যকিৰণত অপূৰ্ব্ব শোভা ধাৰণ কৰিছে। কিন্তু বোধ কৰোঁ যোদ্ধাসকলে এই অতি বিতোপন পৰ্ব্বতৰ দৃশ্যৰ বিষয়ে ভবা নাছিল, আন চিন্তাত অভিভূত হৈ ৰৈ আছিল।

যি যুদ্ধত বা যি অসম সাহসিক কাৰ্য্যত একেবাৰতে বহুকালৰ বাঞ্ছিত ফল লাভ হব পাৰে বা এসময়তে সৰ্ব্বনাশ হব পাৰে, তাৰ আগতে মুহূৰ্ত্তৰ বাবে অতিশয় সাহসিক হিয়াও চিন্তাৰে পৰিপূৰ্ণ হয়। আজি সায়েস্তা খাঁ আৰু মোগল সৈন্য ছিন্ন ভিন্ন আৰু পৰাভূত হব নাইবা অসমসাহসত মহাৰাষ্ট্ৰ সূৰ্য্য একেবাৰে চিৰদিনৰ অন্ধকাৰত ডুব যাব এনেকুৱা চিন্তা অগত্যা যোদ্ধাসকলৰ হিয়াত ওপজিবলৈ ধৰিলে। কোনেও এই চিন্তা প্ৰকাশ নকৰিলে তথাপি যেতিয়া নিঃশব্দেৰে যোদ্ধাই যোদ্ধাৰ পিনে চাবলৈ ধৰিলে তেতিয়া কাৰো মনৰ ভাব লুকাই নেথাকিল। মাথোন বিশ বা পঁচিশজন সেনা লৈ শিৱজীয়ে শত্ৰুসেনাৰ মাজলৈ গৈ আক্ৰমণ কৰিব এনেকুৱা ভীষণ কাৰ্য্যত শিৱজী কেতিয়াবা লিপ্ত হৈছে নে নাই সন্দেহ। কিয় বা যোদ্ধাসকলৰ কপাল মুহূৰ্ত্তৰ কাৰণে চিন্তা-মেঘাচ্ছন্ন নোহোৱাকৈ থাকিব ?

সেই বীৰমণ্ডলীৰ মাজত বহুদৰ্শী পেচোৱা মুৰেশ্বৰ ত্ৰিমুল আছিল ; অলপ বয়সতেই তেওঁ শিৱজীৰ পিতাক শাহজীৰ অধীনত যুদ্ধ ব্যৱসায়ত লিপ্ত আছিল, পিছত শিৱজীৰ অধীনলৈ আহি প্ৰতাপগড়ৰ ধুনীয়া দুৰ্গ তেওঁৱেই নিৰ্ম্মাণ কৰে। চাৰিবছৰৰ পৰা পেচোৱা পদ পাই তেওঁ সেই পদৰ যোগ্যতা বিশেষভাবে দেখুৱাইছিল। আবুল ফাজেলক শিৱজীয়ে হত্যা কৰাৰ পিছত মুৰেশ্বৰেই তেওঁৰ সেনাক আক্ৰমণ কৰি পৰাস্ত কৰিছিল, পিছত মোগলসকলৰ লগত যুদ্ধ আৰম্ভ হোৱালৈকে তেৱেঁই পদাতিক সৈন্যৰ সেনাধ্যক্ষ আছিল। যুদ্ধকালত সাহসী, বিপদকালত স্থিৰ আৰু অবিচলিত, পৰামৰ্শত বুদ্ধিমান আৰু দূৰদৰ্শী মুৰেশ্বৰতকৈ কাৰ্য্যদক্ষ কৰ্ম্মচাৰী আৰু প্ৰকৃত বন্ধু শিৱজীৰ আৰু কোনো নাছিল।

আবাজী স্বৰ্ণদেৱ নামেৰে তাত দ্বিতীয় আৰু এজন দূৰদৰ্শী আৰু যুদ্ধপটু ব্ৰাহ্মণ আছিল; তেওঁৰ আচল নাম নীলপন্ত স্বৰ্ণদেৱ, কিন্তু আবাজী নামেই তেওঁ বিখ্যাত আছিল। তেৱেঁই ১৬৪৮ খৃষ্টাব্দত কল্যাণদুৰ্গ আৰু সমস্ত কল্যাণী প্ৰদেশ হস্তগত কৰে, আৰু এতিয়া ৰায়গড়ৰ প্ৰসিদ্ধ দুৰ্গৰ নিৰ্ম্মাণকাৰ্য্য আৰম্ভ কৰিছে।

প্ৰসিদ্ধনামা অন্নজীদত্তও আজি সিংহগড়ত উপস্থিত আছিল। চাৰি বছৰ আগত তেওঁ পন্নগড় হস্তগত কৰে। শিৱজীৰ কৰ্ম্মচাৰীৰ ভিতৰত তেওঁ এজন প্ৰধান আৰু অতিশয় কাৰ্য্যদক্ষ আছিল।

অশ্বাৰোহীৰ সেনাপতি নিতাইজী সিংহগড়ত নাছিল; তেওঁ কেনেকৈ মোগল সৈন্যৰ সমুখেদি গৈ আৰঙ্গাবাদ আৰু আহম্মদ-নগৰ ছাৰখাৰ কৰি আহিছিল, তাক আমি সায়েস্তা খাঁৰ সভাত চাঁদ খাঁৰ মুখৰ পৰা শুনিছোঁ। সিংহগড়ত তেতিয়া কেৱল মাথোন অলপ সংখ্যাৰ অশ্বাৰোহীসেনাই কৰ্ত্তাজীগুৰ্জ্জৰ নামক এজন নীচস্থ সেনানীৰ অধীনত অৱস্থান কৰিছিল।

পূৰ্ব্বৰ অধ্যায়ত শিৱজীৰ তিনিজন প্ৰধান মাউলী বাল্য-সুহৃদৰ নাম উল্লেখ কৰা হৈছে। তাৰ ভিতৰত বাজী ফাচলকৰৰ তিনিবছৰ আগতেই মৃত্যু হৈছিল। তন্নজী মালশ্ৰী আৰু যশজী কঙ্ক আজি সিংহগড়ত উপস্থিত আছিল। বাল্যকালৰ সৌহাৰ্দ্দ্য, যৌৱনৰ বিষম সাহস, এওঁলোকে এতিয়াও পাহৰা নাই। এওঁলোকে শিৱজীক প্ৰাণৰ দৰে ভাল পাইছিল এশবাৰ, ৰাতি মাউলী সৈন্য লৈ শিৱজীৰ সৈতে শতেক পৰ্ব্বতদুৰ্গত সাৰসুৰ নোহোৱাকৈ আৰোহণ কৰি হঠাৎ অধিকাৰ কৰিছিল।

সূৰ্য্য অস্ত গ'ল। সন্ধ্যাৰ ছায়া যেতিয়া স্তৰে স্তৰে জগতত নামি পৰিছে তেতিয়াও সেই যোদ্ধাসকল দুৰ্গৰ শৃঙ্গত নিঃশব্দেৰে থিয় দি আছে, এনেসময়ত শিৱজী তাত আহি উপস্থিত হ'ল।

তেওঁৰ মুখমণ্ডল গম্ভীৰ আৰু দৃঢ়প্ৰতিজ্ঞাপ্ৰকাশক, ভয়ৰ লেশ-মাত্ৰও দেখা নেযায়। কাপোৰৰ তলত তেওঁ বৰ্ম্ম আৰু অস্ত্ৰ ধাৰণ কৰিছে, আজি ৰাতিৰ অসম সাহসিক কাৰ্য্যৰ বাবে প্ৰস্তুত হৈছে। যোদ্ধাৰ চকু উজ্জ্বল, দৃষ্টি স্থিৰ আৰু অবিচলিত। শিৱজীয়ে ধীৰে ধীৰে কলে,—সমস্ত প্ৰস্তুত, বন্ধুসকল বিদায় দিয়ক।

সুৰেশ্বৰ। তেন্তে স্থিৰ কৰিছে, আজি ৰাতি স্বৰ্ণদেৱ নাইবা অন্নজী বা মোক লগত যাবলৈ নিদিয়ে? মহাত্মা! বিপদকালত কেতিয়া আমি আপোনাৰ সঙ্গ পৰিত্যাগ কৰিছোঁ?

শিৱজী। পেচোৱাজী, ক্ষমা কৰক, আৰু অনুৰোধ নকৰিব। আপোনালোকৰ সাহস, আপোনালোকৰ বিক্ৰম, আপোনালোকৰ বিজ্ঞতা মোৰ ওচৰত অবিদিত নাই, কিন্তু আজি ক্ষমা কৰক। ভৱানীৰ আদেশত মই আজি বিষম প্ৰতিজ্ঞা কৰিছো, আজি ময়েই এই কাৰ্য্য সাধন কৰিম, নহলে তুচ্ছ প্ৰাণ বিসৰ্জ্জন দিম। আশীৰ্ব্বাদ কৰক, জয়লাভ কৰিম; কিন্তু যদি অমঙ্গল হয়, যদি আজিৰ কাৰ্য্যত নিধন হওঁ, তথাপি আপোনালোক তিনিজন থাকিলে মহাৰাষ্ট্ৰৰ সকলোৱেই থাকিল। আপোনালোক মোৰ লগত মৰিলে কাৰ দূৰদৰ্শী বুদ্ধিৰ বলত দেশ থাকিব? কাৰ বাহুবলত স্বাধীনতা থাকিব? হিন্দুৰ গৌৰৱ কোনে ৰক্ষা কৰিব? যাত্ৰাৰ সময়ত আৰু অনুৰোধ নকৰিব।

পেচোৱাই বুজিলে আৰু অনুৰোধ কৰা বৃথা, গতিকে আৰু একো নকলে। তেতিয়া আপেক্ষিক সক মাতেৰে শিৱজীয়ে পেচোৱাক সম্বোধন কৰি কলে,—মুৰেশ্বৰ, আপুনি পিতাৰ ওচৰত কাম কৰিছে, আপুনি মোৰ পিতৃতুল্য; আশীৰ্ব্বাদ কৰক যেন আজি জয়লাভ কৰিব পাৰো, ব্ৰাহ্মণৰ আশীৰ্ব্বাদ অৱশ্যেই ফলিয়াব। আবাজী, অন্নজী, আশীৰ্ব্বাদ কৰক, মই কাৰ্য্যলৈ যাত্ৰা কৰোঁ।

মুৰেশ্বৰ, আবাজী আৰু অন্নজীয়ে, সজল নয়নেৰে মহাৰাষ্ট্ৰ-বীৰক আশীৰ্ব্বাদ কৰিলে। তাৰ পিছত শিৱজীয়ে তেওঁৰ মাউলী সুহৃদ

দুজনক, তন্নজী আৰু যশোজীক সম্বোধন কৰি কলে,—বাল্যসুহৃদ, বিদায় দিয়া।

তন্নজী। প্ৰভু, কি অপৰাধত আমাক লগত যাবলৈ নিষেধ কৰিছে? কোন ৰাতিৰ ঘটনাত, কোন দুৰ্গজয়ৰ সময়ত আমি প্ৰভুৰ লগত নাছিলো? আগৰফালে মনত পেলাই চাওক,—কঙ্কণদেশত আপোনাৰ লগত কোন ফুৰিছিল? শৈল শিখৰত, উপত্যকাত পৰ্ব্বতৰ গহ্বৰত, নদীৰ তীৰত কোনে আপোনাৰ লগত দিনত চিকাৰ কৰিছিল, ৰাতি একেলগে শুইছিল বা দুৰ্গজয়ৰ পৰামৰ্শ কৰিছিল? যশজী, মৃত বাজী আৰু এই দাস তন্নজীয়ে। বাজী প্ৰভুৰ কাৰ্য্যত হত হৈছে, আমাৰো তাৰ বাহিৰে আন বাসনা নাই। অনুমতি কৰক, আজি প্ৰভুৰ লগত যাওঁ, জয়লাভ হলে প্ৰভুৰ আনন্দতে আনন্দিত হম; যদি প্ৰভু বিনষ্ট হয়, আমি ইয়াত জীয়াই থাকিলে কোনো উপকাৰ নাই। আমাৰ এনেকুৱা বুদ্ধিবল নাই যে, ৰাজকাৰ্য্যত কোনো সাহায্য কৰিম। আপোন বাল্য সুহৃদক বঞ্চিত নকৰিব।

শিৱজীয়ে দেখিলে তন্নজীৰ চকুত পানী। মুগ্ধ হৈ তন্নজী আৰু যশজাক আকোৱালি ধৰি কলে,—ভাই, তোমালোকক অদেয় মোৰ একোৱেই নাই, বেগেতে ৰণসজ্জা কৰি লোৱা।

তাৰ পিছত শিৱজী অন্তঃপুৰত সোমাল। দুখিনী জীজীয়ে অকলে এটা ঘৰত বহি চিন্তা কৰি আছিল, পুতেকৰ আজিৰ বিপদত ৰক্ষা প্ৰাৰ্থনা কৰিছিল, এনে সময়ত শিৱজী আহি কলে,—আই, আশীৰ্ব্বাদ কৰক, বিদায় হওঁ।

জীজীয়ে স্নেহসনা মাতেৰে কলে, বাছা, আহা, এবাৰ তোমাক আলিঙ্গন কৰোঁ। কেতিয়া তোমাৰ এই বিপদৰাশি শেষ হব, কেতিয়া এই দুখিনীৰ শোক আৰু চিন্তা শেষ হব?

শিৱজী। আই, আপোনাৰ আশীৰ্ব্বাদত কেতিয়া কোন বিপদৰ পৰা উদ্ধাৰ নোপোৱাকৈ আছো? কোন যুদ্ধত জয়ী হোৱা নাই?

জীজী। বাছা, দীৰ্ঘজীৱী হোৱা, ঈশানীয়ে তোমাক ৰক্ষা কৰক। এই বুলি মাকে সস্নেহে শিৱজীৰ মূৰত হাত দিলে, দুচকুৰে চকুপানী শুকাম বুকুৰ ওপৰত পৰিবলৈ ধৰিলে।

শিৱজীয়ে সকলোৰে ওচৰত বিদায় লৈছে; ইমান সময় তেওঁৰ দৃষ্টি স্থিৰ আৰু স্বৰ অকম্পিত আছিল, এতিয়া আৰু বাধা দিব নোৱাৰিলে, দুচকু চলচলিয়া হ'ল। উদ্বেগত কঁপা মাতেৰে শিৱজীয়ে কলে,—স্নেহময়ী জননী, আপুনিয়ে মোৰ ঈশানী, আপোনাক যেন ভক্তিভাবে চিৰজীৱন পূজা কৰোঁ, আপোনাৰ আশীৰ্ব্বাদত সকলো বিপদকে তুচ্ছজ্ঞান কৰিম।

বৃদ্ধা জীজীয়ে বহু অশ্ৰুপাত কৰি বিদায়ৰ সময়ত কলে,— বাছা, হিন্দুধৰ্ম্মৰ জয় সাধন কৰা, স্বয়ং দেৱৰাজ শম্ভুৱে তোমাক সাহায্য কৰিব। মোৰ পিতৃকুল দেৱগড়ৰ অধিপতি আছিল, হিন্দুধৰ্ম্মৰ অৱলম্বন আছিল। বাছা, মই আশীৰ্ব্বাদ কৰিছো তুমিও মহাৰাষ্ট্ৰ দেশৰ ৰজা হোৱা, দাক্ষিণাত্যত হিন্দুধৰ্ম্মৰ অৱলম্বন হোৱা।

সমস্ত সেনা সজ্জিত। শিৱজী নিঃশব্দে ঘোঁৰাত উঠিল, নিঃশব্দেৰে সৈন্যসকলে দুৰ্গদ্বাৰ অতিক্ৰম কৰিলে।

দুৰ্গদ্বাৰ অতিক্ৰম কৰিবৰ সময়ত এজন অতি অলপ বয়সীয়া যোদ্ধাই শিৱজীৰ সমুখলৈ আহি মূৰ দোঁৱালে; শিৱজীয়ে তেওঁক চিনি পালে, সুধিলে,—কি ৰঘুনাথজী হাবিলদাৰ! এই সময়ত তোমাৰ কি প্ৰাৰ্থনা?

ৰঘুনাথ। যিদিনাখন তোৰণদুৰ্গৰপৰা পত্ৰাদি আনিছিলো, সেইদিন প্ৰসন্ন হৈ পুৰস্কাৰ অঙ্গীকাৰ কৰিছিল।

শিৱজী। আজি এই উৎকট কাৰ্য্যৰ আৰম্ভত কি পুৰস্কাৰ বিছাৰি আহিছা?

ৰঘুনাথ। এই পুৰস্কাৰ বিছাৰো যে এই উৎকট কাৰ্য্যলৈ মোক যাবলৈ দিয়ক। যি পঁচিশজন মাউলী যোদ্ধাৰ সৈতে পুণানগৰত

প্ৰৱেশ কৰিব, দাসকো তেওঁলোকৰ সৈতে যাবলৈ আদেশ কৰক।

শিৱজী। ৰাজপুত বালক, ইচ্ছা কৰি কিয় এই সঙ্কটলৈ আহিছা? অলপ বয়সত কিয় প্ৰাণ হেৰুৱাবলৈ উৎসুক হৈছা?

ৰঘুনাথ। মহাৰাজ, আপোনাৰ লগত গলে প্ৰাণ হেৰুৱাম এনেকুৱা আশঙ্কা নকৰো। যদি হেৰুৱাওঁ, তেন্তে মোৰ কাৰণে আক্ষেপ কৰিব জগতত এনেকুৱা কোনো নাই। আৰু যদি প্ৰভুক কাৰ্য্যৰ দ্বাৰা সন্তুষ্ট কৰিব পাৰো, জীৱিত থাকি উভতি আহিব পাৰোঁ—তেন্তে, তেন্তে ভৱিষ্যতে মোৰ মঙ্গল।

ৰঘুনাথৰ সেই কৃষ্ণ কেশগুচ্ছবোৰ ভ্ৰমৰ বিনিন্দিত চকুযুৰিৰ ওপৰত পৰিছে, বালকৰ সৰল উদাৰ মুখমণ্ডলত যোদ্ধাৰ স্থিৰপ্ৰতিজ্ঞা বিৰাজ কৰিছে। অলপ বয়সীয়া যোদ্ধাৰ এই কথা শুনি আৰু উদাৰ মুখমণ্ডল দেখি শিৱজী সন্তুষ্ট হ'ল আৰু লগত পুণাৰ ভিতৰলৈ যাবলৈ অনুমতি দিলে। ৰঘুনাথে আকৌ মূৰ দোঁৱাই জাপমাৰি ঘোঁৰাত উঠিল।

সিংহগড়ৰ পৰা পুণালৈকে গোটেই বাটত শিৱজীয়ে নিজৰ সৈন্য ৰাখিলে। সন্ধ্যাৰ ছায়াত নিঃশব্দেৰে সেই বাটৰ ঠায়ে ঠায়ে সেনা সন্নিবেশ কৰিবলৈ ধৰিলে। এটা বন্তি জ্বলালে, বা সৈন্যবোৰে শব্দ কৰিলে পুণাত তেওঁৰ এই কাৰ্য্য প্ৰকাশ পাব পাৰে, গতিকে নিঃশব্দে অন্ধকাৰত সৈন্য সন্নিবেশ কৰিবলৈ ধৰিলে।

সেই কাম শেষ হ'ল, নিশাই জগতত গাঢ় অন্ধকাৰ বিস্তাৰ কৰিলে। শিৱজী, তন্নজী আৰু যশজীয়ে ২৫ জন মাথোন মাউলী লৈ পুণাৰ ওচৰত এখন ডাঙৰ বাগিচাত সোমাই লুকাই ৰ'ল। ৰঘুনাথে ছায়াৰ নিচিনা প্ৰভুৰ পাছে পাছে ৰ'ল।

আৰু গাঢ়তৰ এন্ধাৰে সেই আম্ৰকাননক আবৃত কৰিলে, সন্ধ্যাৰ শীতল বতাহ আহি সেই কাননৰ ভিতৰত মৰ্ম্মৰ শব্দ কৰিবলৈ ধৰিলে। সন্ধ্যাৰ বাটৰুৱা একে একে সেই কাননৰ কাষেদি

পুণাৰ অভিমুখে গুচি গ'ল। নিবিড় অন্ধকাৰৰ বাহিৰে আৰু আন একো দেখা নেপালে, পাতৰ মৰ্ম্মৰ শব্দৰ বাহিৰে আন একো নুশুনিলে।

লাহে লাহে পুণাৰ গোলমাল নিস্তব্ধ হ'ল, দীপাৱলী নুমাই গ'ল, নিস্তব্ধ নগৰত মাথোন প্ৰহৰীবোৰে একো একোবাৰ উচ্চ শব্দ কৰিবলৈ ধৰিলে, আৰু মাজে সময়ে শিয়ালৰ মাত বায়ুপথত ভাহি আহিবলৈ ধৰিলে।

হঠাৎ ঢং ঢং ঢং শব্দ হৈ উঠিল, শিৱজীৰ হৃদয় চমকিত হ'ল। সেইপিনে চাই দেখিলে, গলিৰ ভিতৰত শব্দ হৈছিল, নগৰৰ বাহিৰৰ পৰা দেখা নেযায়।

আকৌ ঢং ঢং ঢং শব্দ হ'ল, আকৌ শিৱজীয়ে চাই দেখিলে। বহু মানুহে দীপাৱলীলৈ বাজনা বজাই বজাই প্ৰশস্ত পথেৰে আহিব লাগিছে; এই বৰযাত্ৰা!

বৰযাত্ৰা ওচৰলৈ আহিল। পুণাৰ চাৰিওফালে প্ৰাচীৰ নাই, স্পষ্টভাবে দেখা গৈছে। পথ মানুহেৰে ভৰপূৰ আৰু নানা বাদ্যযন্ত্ৰৰ গীতি উচ্চ স্বৰ হ'বলৈ ধৰিছে। বহু অশ্বাৰোহী,—অধিকাংশ পদাতিক।

শিৱজীয়ে নিঃশব্দেৰে বাল্য সুহৃদ তন্নজী আৰু যশজীক আলিঙ্গন কৰিলে, পৰস্পৰে পৰস্পৰৰ পিনে চালে মাত্ৰ। "হয়তো এই শেষ বিদায়"—এই ভাব সকলোৰে মনত জাগৰিত হ'ল আৰু চকুত ফুটি ওলাল, কিন্তু কথা অনাৱশ্যক। নিঃশব্দে শিৱজী আৰু তেওঁৰ মানুহ সেই যাত্ৰীসকলৰ সৈতে মিলি গল।

যাত্ৰীসকল সায়েস্তা খাঁৰ ঘৰৰ ওচৰেদি গ'ল, কামিনীসকলে খিৰিকীলৈ আহি সেই বহুলোকৰ সমাৰোহ চাবলৈ ধৰিলে। ক্ৰমে ক্ৰমে যাত্ৰীসকল গুচি গ'ল, কামিনীসকলেও শুবলৈ গ'ল, যাত্ৰীসকলৰ মাজত প্ৰায় ত্ৰিশজন খাঁসাহেবৰ ঘৰৰ ওচৰত লুকাই থাকিল, তাক কোনেও দেখা নেপালে। লাহে লাহে বৰযাত্ৰাৰ গোলমাল বন্ধ হ'ল।

নিশা আৰু গভীৰ হ'ল। সায়েস্তা খাঁৰ বান্দীঘৰৰ ওপৰত এখন খিৰিকী আছিল, তাত অলপ অলপ শব্দ হবলৈ ধৰিলে। খাঁ'সাহেবৰ পৰিবাৰৰ কামিনীসকলে টোপনিজালত নাইবা নিদ্ৰালু; সেই শব্দ শুনিও গ্ৰাহ্য নকৰিলে।

এখন ইটাৰ পিছত আৰু এখন, পিছত আৰু এখন ফাঁক হৈ গল; জুৰ্‌জুৰ্‌ কৰি বালি পৰিবলৈ ধৰিলে। নাৰীসকলে তেতিয়া সন্দিগ্ধ হৈ সেই ঠাই চাবলৈ আহিল। ছিদ্ৰৰ ভিতৰেদি এজন, পিছত আৰু এজন, তাৰ পিছত আৰু এজন যোদ্ধা পকঘাৰ লানিৰ দৰে ঘৰত সোমাবলৈ ধৰিছে! তেতিয়া সিহঁতে চিঞৰি গৈ সায়েস্তা খাঁৰ টোপনি ভাঙি তেওঁৰ আগত সকলো কলে।

শিৱজীয়ে সন্ধি প্ৰাৰ্থনাৰ মিনতি কৰিব লাগিছে, খাঁ সাহেবে এনেকুৱা সপোন দেখিছিল। হঠাৎ সাৰ পাই শুনিলে, শিৱজীয়ে পুণা হস্তগত কৰি তেওঁৰ প্ৰাসাদ আক্ৰমণ কৰিছে।

পলাবৰ বাবে খাঁ সাহেব এখন দুৱাৰলৈ আহিল, দেখিলে, বৰ্ম্মধাৰী মহাৰাষ্ট্ৰীয় যোদ্ধা! আন দুৱাৰলৈ আহিল, তাকেই দেখিলে। ভয়ত সকলো দুৱাৰ বন্ধ কৰিলে, খিৰিকীৰে পলাবলৈ উপক্ৰম কৰিছিল, এনে সময়ত সভয়ে শুনিলে, "হৰ হৰ মহাদেও" বুলি মহাৰাষ্ট্ৰীয়সকলে কাষৰ ঘৰ পৰিপূৰ্ণ কৰিলে।

তেতিয়া ৰাজপুৰী আক্ৰান্ত হৈছে বুলি চাৰিওপিনে গোলমাল হ'ল। প্ৰাসাদৰ ৰক্ষকসকলে হঠাৎ আক্ৰান্ত হৈ জ্ঞান হেৰুৱাইছিল, অনেকেই হত আৰু আহত হৈছিল। তথাপি অৱশিষ্ট মানুহবোৰে প্ৰভুৰ ৰক্ষাৰ বাবে দৌৰি আহিল আৰু সেই পঁচিশজন মাউলীক চাৰিওফালৰ পৰা আগুৰি ধৰিলে।

ততালিকে ভীষণ কোলাহলেৰে সেই প্ৰাসাদ পৰিপূৰ্ণ হ'ল। প্ৰাসাদৰ বস্তি নুমাই গৈছে, এন্ধাৰত মাউলীহঁতে চিঞৰ বাখৰ কৰি যুদ্ধ কৰিছে। এন্ধাৰত হিন্দু মুছলমানে যুদ্ধ কৰিছে। দুৱাৰৰ জন্‌ জন্‌ শব্দ, আক্ৰমণকাৰী সকলৰ ঘন ঘন উল্লাসধ্বনি আৰু

আক্ৰান্ত আৰু আহতসকলৰ আৰ্ত্তনাদত প্ৰাসাদ পৰিপূৰিত হ'ল। সেই সময়ত শিৱজীয়ে বৰ্শা হাতত লৈ জাপ মাৰি যোদ্ধাসকলৰ মাজত পৰিল, "হৰ হৰ মহাদেও" বুলি ধ্বনি কৰি উঠিল। মাউলী-সকলে লগে লগে হুঙ্কাৰ কৰি উঠিল, মোগল প্ৰহৰীসকলে পলায়ন কৰিলে নাইবা সকলোবোৰ হত আৰু আহত হ'ল। শিৱজীয়ে ভীষণ বৰ্শাঘাতেৰে দুৱাৰ ভাঙি সায়েস্তা খাঁৰ শয়ন ঘৰত সোমাল।

সেনাপতিৰ ৰক্ষাৰ বাবে তৎক্ষণাৎ কেইজনমান মোগল সেই ঘৰলৈ দৌৰি আহিল, শিৱজীয়ে দেখিলে, সমুখত মৃত চাঁদ খাঁৰ বিক্ৰমশালী পুত্ৰ শমশেৰ খাঁ! পিতাকে অপমানিত হৈ প্ৰাণ হেৰুৱাইছে, তথাপি পুত্ৰই সেই প্ৰভুৰ কাৰণে প্ৰাণ দিবলৈ প্ৰস্তুত আৰু অগ্ৰগণ্য। শিৱজীয়ে এমুহূৰ্ত্ত থিয় হ'ল, কঁকালত তৰোৱাল ৰাখি কলে, যুৱক, তোমাৰ পিতাৰ তেজেৰে এতিয়াও মোৰ হাত কলুষিত হৈ আছে, তোমাৰ প্ৰাণ নলওঁ, বাট এৰি দিয়া।

শমশেৰ খাঁই উত্তৰ নিদিলে। শমশেৰ খাঁৰ নয়ন জুইৰ দৰে জ্বলিছে, শিৱজীয়ে আত্মৰক্ষাৰ প্ৰয়াস কৰাৰ আগতেই শমশেৰৰ উজ্জ্বল তৰবাৰি নিজৰ মূৰৰ ওপৰত দেখিবলৈ পালে।

শিৱজীয়ে মুহূৰ্ত্তৰ বাবে প্ৰাণৰ আশা ত্যাগ কৰি ইষ্টদেৱতা ভৱানীৰ নাম স্মৰণ কৰিলে। হঠাৎ দেখিবলৈ পালে পাছফালৰ পৰা এটা বৰ্শা আহি খড়গধাৰী শমশেৰক ভূতলশায়ী কৰিলে। পাছলৈ চাই দেখিলে, ৰঘুনাথজী হাবিলদাৰ।

শিৱজী। হাবিলদাৰ, এই কাৰ্য্য মোৰ স্মৰণ থাকিব। মাথোন এই কথা কৈ শিৱজী অগ্ৰসৰ হ'ল।

এই অৱসৰতে খিৰিকীৰে জৰী অৱলম্বন কৰি সায়েস্তা খাঁ পলাই গ'ল। কেইজনমান মাউলী সেই খিৰিকীৰ পিনে দৌৰি গৈছিল, এজনে তৰোৱালেৰে আঘাত কৰিছিল, সেই আঘাত সায়েস্তা খাঁৰ আঙুলিত লাগি এটি আঙুলি কটা গ'ল, কিন্তু সায়েস্তা খাঁই আৰু পাছলৈ নেচাই পলাই গ'ল। তেওঁৰ পুতেক আবদুল ফতে খাঁ আৰু

সমস্ত প্ৰহৰী নিহত হ'ল। তেতিয়া শিৱজীয়ে দেখিলে, ঘৰ, বাৰান্দা, চোতাল, তেজেৰে ৰাঙলী হৈছে, ঠায়ে ঠায়ে প্ৰহৰীইঁতৰ মৃতদেহ পৰি ৰৈছে, তিৰোতা আৰু পলাতকসকলৰ আৰ্ত্তনাদত প্ৰাসাদ পৰিপূৰিত হৈছে, মাউলীসকল মোগলইঁতৰ ধ্বংসৰ বাবে চাৰিওফালে দৌৰিছে। জোঁৰৰ ক্ষীণ পোহৰত কাৰো মৃতদেহ, কাৰো কটা মূৰ, ক'তো বা তেজৰ প্ৰণালী ভয়ানক দেখা গৈছিল। তেতিয়া শিৱজীয়ে আপোন মাউলীসকলক ওচৰলৈ মাতিলে। সকলো সময়ত, সকলো যুদ্ধত, তেওঁ জয়লাভ কৰিলে, পিছত বৃথা প্ৰাণনাশ দেখিলে বিৰক্ত হৈছিল, আৰু শত্ৰুৰো যাতে তেনে প্ৰাণনাশ নহয়, তাৰ বাবে বিশেষ যত্ন কৰিছিল। শিৱজীয়ে আদেশ কৰিলে,—আমাৰ কাম সফল হৈছে, ভীৰু সায়েস্তা খাঁই আৰু আমাৰ লৈতে যুদ্ধ নকৰিব, এতিয়া দ্ৰুতবেগে সিংহগড়লৈ বলা।

এন্ধাৰ ৰাতি শিৱজীয়ে অনায়াসে পুণাৰ পৰা বাজ ওলাই সিংহগড়ৰ পিনে গতি কৰিলে। প্ৰায় দুই ক্ৰোশ আহি জোঁৰ জ্বলাবলৈ আদেশ দিলে। বহু জোঁৰ জ্বলিল। পুণাৰ পৰা সায়েস্তা খাঁই দেখিবলৈ পালে,—মহাৰাষ্ট্ৰীয় সেনা নিৰাপদে সিংহগড়ত উঠিল।

পিছদিনা পুৱা ক্ৰুদ্ধ মোগলসকলে সিংহগড় আক্ৰমণ কৰিবলৈ আহিল, কিন্তু গড়ৰ কামানৰ গুলীত ছিন্নভিন্ন হৈ পলাই গ'ল। কৰ্ত্তাজী গুৰ্জ্জৰ আৰু তেওঁৰ অধীনস্থ মহাৰাষ্ট্ৰীয় অশ্বাৰোহীসকলে বহুদূৰলৈ পাছে পাছে খেদি লৈ গ'ল।

অলপ বিপদত সাহসী যোদ্ধাৰ যুদ্ধৰ পিয়াহ আৰু বাঢ়ে, কিন্তু সায়েস্তা খাঁ তেনে যোদ্ধা নাছিল। তেওঁ আৰংজীৱক এখন চিঠি লিখিলে, চিঠিত নিজৰ সৈন্যৰ যথেষ্ট নিন্দা কৰিলে আৰু যশোৱন্তই অৰ্থত বশীভূত হৈ শিৱজীৰ পক্ষ অৱলম্বন কৰিছে এনেভাবে জনালে। আৰংজীৱে দুজনকেই অকৰ্ম্মণ্য বুলি বিবেচনা কৰি মাতি পঠিয়ালে আৰু নিজৰ পুতেক চুলতান মোৱাজীমক দক্ষিণে

পঠিয়ালে, পিছত তেওঁৰ সহায়তাৰ বাবে যশোৱন্তক পুনৰাই পঠিয়াই দিলে।

ইয়াৰ পিছত এবছৰৰ ভিতৰত বিশেষ কোনো যুদ্ধ নহল। ১৬৬৪ খৃষ্টাব্দৰ আদিতে শিৱজীৰ পিতাক শাহজীৰ মৃত্যু হোৱাত শিৱজীয়ে সিংহগড়তেই শ্ৰাদ্ধাদি শেষ কৰি ৰায়গড়লৈ গৈ ৰজা উপাধি গ্ৰহণ কৰিলে, আৰু নিজৰ নামত মুদ্ৰা অঙ্কিত কৰিবলৈ ধৰিলে। আমি এতিয়া এই নতুন ভূপতিৰ পৰা বিদায় লম।

পাঠক! বহুদিন হ'ল, তোৰণ দুৰ্গৰ পৰা আহিছো, ব'লা, এই অৱসৰতে এবাৰ সেই দুৰ্গলৈ গৈ কি হৈছে চাই লওঁ।

# দশম পৰিচ্ছেদ

## আশা

মুদি পোৱা চকু ৰসাল তলত বহি
ভ্ৰান্তি মদত মত্ত হৈ ভাবোঁ পাম সোনকালে
পাদপদ্ম ! কঁপে হিয়া ধুক্ ধুক্ কৰি
শুনো যদি পদশব্দ ।

—মধুসূদন দত্ত ।

যিদিনা ৰঘুনাথ তোৰণ দুৰ্গলৈ আহিছিল, যিদিনাখন তেওঁৰ হিয়া উৎক্ষিপ্ত হয়, সেইদিনা প্ৰথম প্ৰেমৰ আনন্দময়ী লহৰীত এজনী ছোৱালীৰ অন্তৰ ভাহি গৈছিল। উদ্যানত সন্ধ্যাৰ সময়ত সৰযূৰ দৃষ্টি হঠাৎ সেই স্বদেশীয় যোদ্ধাৰ ওপৰত পৰিল, বালিকা হঠাৎ চমকি উঠিল। আকৌ চালে, আকৌ সেই উদাৰ বদনমণ্ডল, সেই উন্নত তৰুণ যুদ্ধবেশধাৰী অবয়বকেই দেখিলে, পিছত লাহে লাহে ঘৰৰ ভিতৰলৈ গ'ল।

ৰাতি সৰযূৱে সেই স্বদেশীয় তৰুণ যোদ্ধাক ভোজন কৰাবলৈ গ'ল। কাষত থিয় হৈ দেৱ-বিনিন্দিত অবয়বৰ পিনে চাই ৰ'ল। যেতিয়া দুয়ুৰি চকুৰ মিলন হ'ল, তেতিয়া লাজতে মুখমণ্ডল ঢাকি তেওঁ লাহে লাহে আঁতৰি আহিল। কিন্তু হিয়াত এটা নতুন ভাবৰ উদয় হ'ল। ৰঘুনাথে তেওঁৰ পিনে সোদ্বেগে দৃষ্টি কৰিলে কিয় ? ৰঘুনাথে জানো স্বদেশীয় বালিকাৰ প্ৰতি অলপ চেনেহৰ নৈতে নয়ন নিক্ষেপ কৰিছে ? তৰুণ যোদ্ধাৰ জানো সৰযূৰ প্ৰতি অকণমান মৰম জন্মিছে ?

পিছদিনা আকৌ সেই তৰুণ যোদ্ধাক দেখিলে, আকৌ হিয়া অলপ উদ্বিগ্ন হ'ল। পিছত যেতিয়া ৰঘুনাথৰ আনন্দপূৰ্ণ কথাবোৰ

শুনিলে, ৰঘুনাথে যেতিয়া সৰযূৰ গলত কণ্ঠমালা পিন্ধাই দিলে, বালিকাৰ শৰীৰ শিয়ঁৰি উঠিল, আনন্দ আৰু উদ্বেগত হিয়া প্লাবিত হ'ল। যেতিয়া বিদায় লৈ যোদ্ধাই অশ্বাৰোহণ কৰি গুচি গ'ল, সৰযূৱে খিৰিকীৰ মুখত থিয় দি সেই পিনে চাই ৰ'ল।

ভালেখিনি সময়লৈ ছোৱালীজনীয়ে খিৰিকীৰ কাষত থিয় দি ৰ'ল। অশ্ব আৰু অশ্বাৰোহী কেতিয়াবাই গুচি গৈছে, কিন্তু ছোৱালী-জনীয়ে স্পন্দন ৰহিত হৈ সেই পিনে চাই আছে। দিনৰ পোহৰত পৰ্ব্বতমালা বহুদূৰলৈকে দেখা পোৱা গৈছে, তাৰ ওপৰত যিমানলৈ দেখা যায়, পৰ্ব্বতীয়া বৃক্ষসমূহ সমুদ্ৰৰ লহৰীৰ দৰে বতাহত হালি-জালি পৰিছে। ওপৰত পৰ্ব্বতশৃঙ্গৰ পৰা ঠায়ে ঠায়ে জলপ্ৰপাত বাগৰি পৰিছে, সেই স্বচ্ছ জলৰাশি এটি তৰঙ্গিণীৰূপে বৈ গৈছে। তলত সুন্দৰ উপত্যকাত গাৱঁৰ পঁজাঘৰ দেখা গৈছে, সুন্দৰ সেউজীয়া ক্ষেত্ৰবোৰ চকুত পৰিছে। তাৰে মাজেদি পৰ্ব্বতকন্যা তৰঙ্গিণী ধীৰে ধীৰে বৈ যাব লাগিছে আৰু মেঘবিবৰ্জ্জিত সূৰ্য্যই এই দৃশ্যৰ ওপৰেদি নিজৰ আলোক-হিল্লোল আনন্দত বাগৰাই দিছে। কিন্তু সৰযূৱে এইবোৰ চোৱা নাছিল, তেওঁৰ মন এইবোৰ দৃশ্যত ন্যস্ত নাছিল।

সৰযূ আজি গোটেই দিন অলপ অন্যমনস্কা হৈ থাকিল। গধূলি-বেলা পিতাকৰ খোৱাৰ সময়ত ওচৰত বহিল, নিজহাতে পিতাকৰ বিছনা সজাই দিলে, পিছত লাহে লাহে নিজৰ শোৱণি ঘৰলৈ গ'ল। নিস্তব্ধ নিশা সৰযূৱে উঠি লাহে লাহে সেই খিৰিকীৰ কাষলৈ গৈ নিঃশব্দে বহি জোনৰ পোহৰ চাবলৈ ধৰিলে।

## একাদশ পৰিচ্ছেদ

### চিন্তা

আহা তুমি, আহা নাথ, ৰণ পৰিহৰি
পেলাই দূৰত বৰ্ম্ম, চৰ্ম্ম, অসি তূণ,
ধনু ৰথ ত্যজি, পদব্ৰজে আহা ওচৰলৈ।

—মধুসূদন দত্ত।

জনাৰ্দ্দন স্বাভাৱিকতে সৰল প্ৰকৃতিৰ মানুহ আছিল, গোটেই দিন শাস্ত্ৰ অনুশীলন বা দেৱপূজাত মগ্ন থাকে, ৰাতিপুৱা গধূলি কিয়াদাৰক দেখা কৰিবলৈ যায়, কেতিয়াবা ঘৰতে থাকে। পালিত কন্যাক অতিশয় ভাল পাইছিল, খোৱাৰ সময়ত কন্যাটিক ওচৰত নেদেখিলে তেওঁৰ আহাৰ কৰা নহৈছিল, ৰাতি কেতিয়াবা কেতিয়াবা শাস্ত্ৰৰ গল্প কৈছিল, সৰযূৱে বহি শুনিছিল। ইয়াৰ বাহিৰে প্ৰায়েই নিজৰ কামত লিপ্ত থাকে। বালিকাৰ মনত এদিন এটা নতুন ভাব উদয় হ'ল, বুঢ়া জনাৰ্দ্দনে কেনেকৈ জানিব?

বালিকাৰ হিয়াত এদিন হঠাৎ যি ভাব উদয় হয়, সি বেছি দিন স্থায়ী নহয়। এদিন সন্ধ্যাবেলা সৰযূৰ হিয়াত হঠাৎ যি ভাবৰ উদ্ৰেক হ'ল, সি দুই চাৰিদিনৰ ভিতৰত ভালেখিনি হ্ৰাস হৈ পৰিল। তথাপি অন্তৰত এনেকুৱা ভাব একেবাৰে লীন নহয়, মাজে মাজে সেই তৰুণ যোদ্ধাৰ কথা সৰযূৰ হিয়াত জাগৰিত হয়। বিশেষকৈ সৰযূ জন্মাবধি অকলশৰীয়া, জনাৰ্দ্দনৰ বাহিৰে তেওঁ ভাল পাবলৈ কোনো মানুহক কেতিয়াও দেখা নাই, কাকো নেজানে, গতিকে বাল্যকালৰ পৰাই ধীৰ, শান্ত, চিন্তাশীল। প্ৰথম যৌৱনত যি ৰূপ দেখি এদিন সৰযূৰ হিয়া আলোড়িত হ'ল, সন্ধ্যা সময়ত, প্ৰভাতত

আৰু গম্ভীৰ নিশা সেইৰূপ সময়ে সময়ে সৰযূৰ হিয়াত জাগৰিত হৈছিল।

কল্পনা মায়াবিনী! সৰযূৱে যেতিয়া দিনান্তত অকলে খিৰিকীৰ কাষত বহি থাকে, নাইবা মাজনিশা চন্দ্ৰৰ আলোকত সেই ফুলনিত ফুৰি থাকে, তেতিয়া কিমান ৰূপ কল্পনা তেওঁৰ অন্তৰত উদয় হয়। সেই তৰুণ যোদ্ধা ইমান দিনে যুদ্ধৰ উল্লাসত মগ্ন হৈছে, দুৰ্গ হস্তগত কৰিছে, শত্ৰু ধ্বংস কৰিব লাগিছে, বিক্ৰম আৰু বাহুবলেৰে বীৰ নাম কিনিব লাগিছে, সৰযূৰ কথা জানো তেওঁৰ মনত এবাৰ জাগি উঠে? পুৰুষৰ মন নানা কাৰ্য্য, নানা চিন্তা, নানা শোক, নানা উল্লাসেৰে সদায় পৰিপূৰ্ণ থাকে। জীৱন আশাপূৰ্ণ, নানা আশাত অতিবাহিত হয়, আশা ফলৱতী হওক বা নহওক, জীৱন সদায় উলাহত পৰিপূৰ হৈ থাকে। ৰাজদ্বাৰত, যুদ্ধক্ষেত্ৰত, শোকগৃহত, বা নাট্যশালাত, নানা কামত, নানা চিন্তাত পূৰ্ণ থাকে, তেওঁলোকে জানো এটা চিন্তা চিৰকাল ধাৰণ কৰে? তথাপি মায়াবিনী আশাই সৰযূক কাণে কাণে কৈ দিয়ে,—বোধ হয়, কেতিয়াবা কেতিয়াবা সৰযূৰ কথা সেই তৰুণ যোদ্ধাৰ হিয়াত জাগি উঠে।

আকৌ চিন্তা আছে;—তৰুণ যোদ্ধাই জানো এতিয়াও এই তোৰণ দুৰ্গৰ কথা ভাবে? এই সময়ত এই বয়সত জানো তেওঁৰ মন স্থিৰ আছে? নদীৰ ঢৌৱে কাষত থকা ফুলটোক লৈ অলপ সময় খেলা কৰে, ফুলটো আনন্দত নাচি উঠে, তাৰ পিছত ঢৌ কলৈ গুচি যায়, ফুলটো শুকাই যায়, কিন্তু পানী আৰু উভতি নাহে! তথাপি মায়াবিনী আশাই সৰযূৰ কাণে কাণে কৈ দিয়ে,—বোধ হয়, এদিন সেই তৰুণ যোদ্ধা তোৰণ দুৰ্গলৈ উভতি আহিব।

মাজনিশা যেতিয়া সেই উন্নত দুৰ্গ আৰু চাৰিওপিনে পৰ্ব্বতমালা চন্দ্ৰৰ অমৃত কিৰণত নিস্তব্ধেৰে শুই পৰে, তেতিয়া নীল আকাশ আৰু শুভ্ৰচন্দ্ৰৰ পিনে চাই থাকোঁতে থাকোঁতে বালিকাৰ হিয়াত কত কল্পনাৰ উদয় হয়, কোনে কব? ভাব হয় যেন সেই

পৰ্ব্বতপথেৰে এজন নবীন অশ্বাৰোহী আহিব লাগিছে, অশ্ব শ্বেতবৰ্ণ, আৰোহীৰ থোপা থোপা চুলিয়ে কপাল আৰু নয়ন অলপ আবৃত কৰিছে। যেন দুৰ্গলৈ আহি অশ্বাৰোহীয়ে অৱতৰণ কৰিলে, যেন তেওঁৰ শিৰত সোণ খটোৱা শিৰস্ত্ৰাণ, বলিষ্ঠ সুগোল বাহুত সোণৰ বাজু, সোঁহাতত দীঘল বৰ্শা। যেন যোদ্ধাই আকৌ আহাৰ কৰিবলৈ বহিল, সৰযূৱে তেওঁক আহাৰ কৰাব লাগিছে। নাইবা নিশা সেই ছাদত সৰযূৱে সেই যোদ্ধাৰ কাষত লাজুকীভাবে থিয় দি আছে, যোদ্ধাও যেন আনন্দৰ সৈতে সৰযূৰ ওচৰত যুদ্ধৰ কথা বৰ্ণনা কৰিব লাগিছে।

কল্পনাৰ শেষ নাই, অগাধ সমুদ্ৰ-হিল্লোলৰ দৰে এটাৰ পিছত এটা আহে, তাৰ পিছত আৰু এটা। সৰযূৱে আকৌ ভাবিলে, যেন যুদ্ধ হৈ গৈছে, তৰুণ সেনাপতিয়ে বহুত খ্যাতি লাভ কৰিছে, ডাঙৰ উপাধি পাইছে, কিন্তু সৰযূক পাহৰি যোৱা নাই। যেন পিতাকে তেওঁৰ সৈতে সৰযূৰ বিয়া দিবলৈ সম্মত হ'ল, যেন ঘৰ মানুহেৰে পৰিপূৰ্ণ, চাৰিপিনে প্ৰদীপ জ্বলিছে, বাদ্য বাজিছে, গীত হ'ব লাগিছে, আৰু কত কি হ'ব ধৰিছে সৰযূৱে নেজানে, ভালকৈ দেখিবলৈ পোৱা নাই, যেন সৰযূৱে ওৰণি লৈ সেই দেৱ প্ৰতিমূৰ্ত্তিৰ ওচৰত বহিল। যেন যুৱকৰ হাতত. নিজৰ ঘামেৰে আপ্লুত কঁপি থকা হাতখন ৰাখিলে, যেন নিশা সেই জীৱিতেশ্বৰক পালে। আনন্দত বালিকাৰ হিয়া ওফন্দি উঠিল, সৰযূ! সৰযূ! পাগলিনী নহবা।

আকৌ কল্পনা আহিল। ৰঘুনাথে খ্যাতি পোৱা নাই, ৰঘুনাথে উপাধি লাভ কৰা নাই, ৰঘুনাথ দৰিদ্ৰ, কিন্তু সৰযূক বিয়া কৰাইছে। পৰ্ব্বতৰ তলত যি সুন্দৰ উপত্যকা দেখা গৈছে, য'ত শান্ত প্ৰবাহিনী নদী চন্দ্ৰৰ আলোকত ধীৰে ধীৰে বৈ যাবলৈ ধৰিছে, য'ত সেউজীয়া সুন্দৰ বিস্তীৰ্ণ ক্ষেত্ৰ চন্দ্ৰৰ আলোকত সুপ্ত হৈ আছে, সেই ৰমণীয় ঠাইত ভালেমান পঁজাৰ ভিতৰত যেন এটা ক্ষুদ্ৰ পঁজা

সৰযূৰ ! যেন দিনৰ শেষত সৰযূৱে নিজ হাতে ৰন্ধন কাৰ্য্য সমাপন কৰিছে, যেন যত্নেৰে সৈতে জীৱিত নাথৰ কাৰণে অন্ন প্ৰস্তুত কৰি ৰাখিছে, পঁজাৰ সমুখত সুন্দৰ দুৰ্ব্বাৰ ওপৰত বহি আছে। যেন দূৰৰ পথাৰলৈ চাই আছে, যেন সেইফালৰ পৰা গোটেইদিনৰ পৰিশ্ৰমৰ পিছত এজন দীৰ্ঘকায় পুৰুষ পঁজালৈ আহিবলৈ ধৰিছে। সৰযূৰ হিয়া নাচি উঠিল, যেন সেই পুৰুষশ্ৰেষ্ঠ আহি সৰযূক এডাল নতুন কণ্ঠমালা পিন্ধাই দিলে। পুলকত বালিকাৰ হিয়া আকৌ স্ফীত হৈ উঠিল। সৰযূ! সৰযূ! পাগলিনী নহবা।

এইদৰে এমাহ, দুমাহ, তিনিমাহ পাৰ হৈ গ'ল, বছৰ বাগৰি গ'ল, কিন্তু সৰযূৰ কল্পনা-লহৰী শেষ নহ'ল। যি স্বদেশীয় তৰুণ যোদ্ধাক সৰযূৱে এই বিদেশত এদিন সযত্নেৰে খুৱাইছিল, তেওঁৰ কমনীয় মুখখন কল্পনাৰ লগে লগে সময়ে সময়ে বালিকাৰ মনত জাগৰিত হৈছিল। যি দীৰ্ঘকায় পুৰুষে যত্নেৰে সৈতে সৰযূবালাৰ গলত প্ৰিয় কণ্ঠহাৰ পিন্ধাই দিছিল, তেওঁৰ অনিন্দনীয় ৰূপ আৰু দেৱতুল্য আকৃতি কল্পনাৰ লগে লগে সদায় সৰযূৰ হিয়াত উদিত হৈছিল! কল্পনা জানো মায়াবিনী ?



# দ্বাদশ পৰিচ্ছেদ

## পুনৰ্ম্মিলন

—চেতনাক লভি

যেতিয়াই চকু মেলোঁ, দেখা পাওঁ সম্মুখে তোমাক।

—মধুসূদন দত্ত।

কল্পনা মায়াবিনী নহয়, সৰযূবালাৰ চিন্তা মিথ্যাবাদিনী নহয়, বালিকাৰ আশা বিশ্বাসঘাতিনী নহয়।

এদিন সন্ধ্যাসময়ত সৰযূৱে আকৌ সেই ফুলনিলৈ গৈ ফুল তুলিবলৈ ধৰিছে, আৰু মাজে মাজে মনত কি ভাবি হিয়াৰ সেই কণ্ঠহাৰৰ পিনে চকু পেলাইছিল। সৰযূৰ ৰূপ আগৰ দৰে স্নিগ্ধ আৰু অনিন্দনীয়, সৰযূৰ মুখমণ্ডল আগৰ নিচিনা কমনীয় আৰু শান্ত। তথাপি এবছৰত সেই ৰূপৰ অলপ পৰিৱৰ্ত্তন ঘটিছে, নতুন আশা আৰু উল্লাসত সেই মুখমণ্ডলে অধিকতৰ কমনীয় কান্তি ধাৰণ কৰিছে। নতুন জ্যোতিত সেই চকুযুৰি আলোকিত হৈছে, নতুন উদ্বেগ আৰু নতুন লাৱণ্যত সেই শৰীৰ টলমল কৰিছে, সৰযূৰ দেহ, মন, হিয়াৰ পৰিৱৰ্ত্তন ঘটিছে, সৰযূ বালিকা নহয়,. প্ৰথম যৌৱনত পদাৰ্পণ কৰিছে। ৰূপৱতী, চিন্তাৱতী, যৌৱনসম্পন্না সৰযূবালাই ফুল তুলিছে আৰু মাজে মাজে সেই কণ্ঠহাৰৰ পিনে চাই কি চিন্তা কৰিছে, এনে সময়ত দুৱাৰ মুখত এজন .তৰুণ ৰাজপুত যোদ্ধা ঘোঁৰাৰ পৰা নামিল। ফুল তুলি তুলি ৰাজপুত কুমাৰীয়ে সেইফালে চালে,—হঠাৎ শিয়ঁৰি উঠিল,—সেই ফালৰ পৰা আৰু চকু দুৰাব নোৱাৰিলে।

ৰাজপুত যোদ্ধায়ো সেই ফুলনিত সেই ৰাজপুতবালাক পুনৰাই

দেখিবলৈ পালে। এদিন মাজ নিশা যাৰ ৰূপ দেখি বিমোহিত হৈছিল, এদিন প্ৰভাত সময়ত যাৰ পবিত্ৰ কণ্ঠত প্ৰিয় কণ্ঠমালা পিন্ধাই দিছিল, যুদ্ধ আৰু সঙ্কটত, শিবিৰ আৰু সৈন্যৰ মাজত যাৰ চিন্তা যোদ্ধাৰ অন্তৰত মাজে মাজে জাগৰিত হৈছে, মাজ নিশা, সপোনৰ মাজেদি যাৰ কমনীয় লজ্জা-ৰঞ্জিত মুখখন সদায় যোদ্ধাৰ সমুখত উদয় হৈছে, আজি বহুদিনৰ পিছত সেই অনিন্দনীয় ৰূপলাৱণ্য, সেই লাজত ৰঙচুৱা হোৱা মুখখনি দেখি ৰঘুনাথ অলপ সময় বাক্যবিহীন আৰু নিশ্চেষ্ট হৈ থাকিল।

চন্দ্ৰ! ৰঘুনাথ আৰু সৰযূৰ ওপৰত সুধাবৰ্ষণ কৰা, তুমি মাজনিশা উজাগৰে ৰৈ সকলোকে দেখিবলৈ পোৱা, কিন্তু জগতত এনেকুৱা দৃশ্য আৰু কেতিয়াও দেখা নাই। তৰুণ বয়সত যেতিয়া মন প্ৰথম প্ৰণয় উল্লাসত নাচি উঠে, যেতিয়া নৱজাত চন্দ্ৰকিৰণৰ দৰে নৱজাত প্ৰণয়ৰ আনন্দ হিল্লোল মানসজগতত বাগৰিবলৈ ধৰে, যেতিয়া যৌৱনৰ প্ৰথম প্ৰণয়ে গোটেই জগত ধুৱাই দিয়ে, আকাশ আৰু পৃথিৱী প্লাবিত কৰে, তেতিয়াই যেন এই জগতত চন্দ্ৰপুৰী অৱতীৰ্ণ হয়! অলপ পিছত সৰযূবালাই তললৈ মুখ কৰি মন্দিৰত সোমাল আৰু পিতাকক ৰঘুনাথজীৰ আগমনৰ বাতৰি দিলে। জনাৰ্দ্দনদেৱেও বহু সম্মানেৰে শিৱজীৰ দূতক আহ্বান কৰিলে।

সন্ধ্যা সময়ত ৰঘুনাথে পুৰোহিতৰ সমুখত বহি সকলো সমাচাৰ জনালে। সায়েস্তা খাঁই পৰাস্ত হৈ দিল্লীলৈ প্ৰত্যাৱৰ্ত্তন কৰিছে, শিৱজীয়ে ৰাজগড়লৈ গৈ ৰজা উপাধি গ্ৰহণ কৰিছে, দেশ শাসনৰ সুন্দৰ বন্দৱস্ত কৰিবলৈ ধৰিছে। কিন্তু দিল্লীৰ সম্ৰাটে শিৱজীক জয় কৰিবলৈ অম্বৰাধিপতি মহা পৰাক্ৰান্ত ৰজা জয়সিংহক পঠিয়াই দিছে। তাকে শুনি মহাৰাষ্ট্ৰৰাজ চিন্তিত হৈ উঠিছে। মহাৰাষ্ট্ৰ-ৰাজে সম্ভৱতঃ ৰাজা জয়সিংহৰ লগত সন্ধি স্থাপন কৰিব আৰু সেই কাৰ্য্য সম্পাদন কৰাৰ বাবে অম্বৰদেশীয় শাস্ত্ৰজ্ঞ জনাৰ্দ্দনদেৱক স্মৰণ কৰিছে! ৰজাৰ আদেশত ৰঘুনাথে পুৰোহিতক নিবলৈ

আহিছে, দোলাও প্ৰস্তুত আছে। যদি পুৰোহিত মহাশয়ৰ সুবিধা হয়, দুই চাৰি দিনৰ ভিতৰতে ৰাজগড়লৈ গলে ভাল হয়, ৰজাই এনেকুৱা আদেশ দিছে।

ঘৰৰ একাষে সৰযূবালাই আহাৰৰ আয়োজন কৰিছিল, পাঠকক কোৱা বাহুল্য যে এই কথাবোৰ গোটেই সৰযূৰ কাণত পৰিল। পিতা ৰাজধানীলৈ যাব? ৰজাৰ আদেশত এই তৰুণ যোদ্ধাই আমাক নিবলৈ আহিছে?—সৰযূৰ হিয়া নাচি উঠিল, হাতৰ পৰা পানীৰ পাত্ৰ পৰি গ'ল, লজ্জাৱনতমুখী পুলকিতশৰীৰা সৰযূবালা ঘৰৰ পৰা ওলাই গ'ল।

তেতিয়া ৰঘুনাথে ভালেখিনি সময়লৈ জনাৰ্দ্দনদেৱৰ সৈতে কি কথা কবলৈ ধৰিলে। নিজৰ দেশৰ কথা কলে, জাতিকুলৰ পৰিচয় দিলে, পিতাক মাকৰ পৰিচয় দিলে, জনাৰ্দ্দনক পিতা বুলি সম্বোধন কৰিবলৈ ধৰিলে। জনাৰ্দ্দনেও ৰঘুনাথৰ উন্নত কুলৰ পৰিচয় পাই আৰু যুৱকৰ বীৰ্য্য, সৌন্দৰ্য্য, গুণ আৰু বিনয় আলোচনা কৰি তুষ্ট হ'ল আৰু ৰঘুনাথক পুত্ৰ বুলি সম্বোধন কৰিলে। ৰঘুনাথৰ আহাৰৰ সময় হৈছে, সৰযূৱে সকলো প্ৰস্তুত কৰিছে। বুঢ়া জনাৰ্দ্দনে আসনৰ পৰা উঠি আনন্দ চিত্তেৰে ৰঘুনাথক আলিঙ্গন কৰি কলে—বাছা, ৰঘুনাথ, এতিয়া আহাৰ কৰিবলৈ বহা। আজি তোমাৰ পৰিচয় পাই বৰ সন্তুষ্ট হ'লো. তোমাৰ বংশ মোৰ অপৰিচিত নহয়, তোমাৰ গুণো বংশোচিত। মা সৰযূক মই কন্যা বুলি গ্ৰহণ কৰিছো, তোমাকো আজি পুত্ৰ বুলি গ্ৰহণ কৰিলোঁ। আৰু যদি ভগবানে কৰে এই যুদ্ধৰ শেষত তোমাৰ নিচিনা উপযুক্ত পাত্ৰত সৰযূক অৰ্পণ কৰিব পাৰোঁ, তেনেহলে নিশ্চিন্ত হৈ এই মানৱলীলা সম্বৰণ কৰিম। জগদীশ্বৰে তোমাক আৰু আই সৰযূক সুখে ৰাখক।

এই কথা শুনি ৰঘুনাথৰ চকুত পানী আহিল, ধীৰে ধীৰে পুৰোহিতৰ চৰণ তলত পৰি প্ৰণাম জনাই কলে—পিতা, আশীৰ্ব্বাদ

কৰক যেন এই দৰিদ্ৰ সৈনিকে আপোনাৰ অভিলাষ পূৰ্ণ কৰিব পাৰে। ৰঘুনাথ দৰিদ্ৰ হাবিলদাৰ মাত্ৰ, এতিয়া তাৰ মাম নাই, অৰ্থ নাই, পদ নাই। কিন্তু জগদাশ্বৰ সহায় হওক, পিতাই আশীৰ্ব্বাদ কৰক, ৰঘুনাথে এই অমূল্য ৰত্ন লাভ কৰিবলৈ যত্নবান হব।

এই আনন্দময়ী কথা সৰযূবালাৰ কাণত পৰিল। ৰতাহে কোবোৱা পাতৰ নিচিনাকৈ তেওঁৰ দেহলতা কঁপিব ধৰিছিল।

সিদিনা ৰঘুনাথে একোৱেই খাব নোৱাৰিলে, আৰক্তমুখী সৰযূৱেও ভালদৰে আহাৰ কৰাব নোৱাৰিলে।

# ত্ৰয়োদশ পৰিচ্ছেদ

## ৰাজগড়-যাত্ৰা

দেখিম প্ৰেমেৰ স্বপ্ন দুয়ো জাগি ৰই।

—মধুসূদন দত্ত।

যাত্ৰাৰ আয়োজন কৰোতে পাঁচ সাতদিন পলম হল। ৰঘুনাথে পুৰোহিতৰ ঘৰতেই থাকিবলৈ ধৰিলে। ৰাতিপুৱা আৰু গধূলি সৰযূক বাগিচাত ফুল তোলা দেখে, দুপৰীয়া আৰু আবেলি সৰযূৰ প্ৰিয় হাতেৰে আহাৰ গ্ৰহণ কৰে। এই পাঁচ সাত দিনৰ ভিতৰত ৰঘুনাথে সাহ কৰি সৰযূৰ সৈতে কথা কব নোৱাৰিলে। সৰযূক দেখিলেই ৰঘুনাথৰ হিয়াত সজোৰে আঘাত কৰে, কুমাৰীয়েও ওৰণি টানি আঁতৰি যায়।

তোৰণদুৰ্গৰ পৰা ৰাজগড়লৈ যাত্ৰাৰ সময়ত সৰযূৰ দোলাৰ কাষে কাষে এজন অশ্বাৰোহী যায়, পৰ্ব্বতময় পথত, বা বননিত, গছগছনিহীন পথাৰত বা নদীতীৰত, সেই অশ্বাৰোহী মুহূৰ্ত্তৰ বাবেও দোলাৰ ওচৰৰ পৰা দূৰলৈ নেযায়। মাজনিশা যেতিয়া সৰযূৱে সহচৰীৰে সৈতে সাধাৰণ কোনো মন্দিৰত, দোকানত বা ভদ্ৰলোকৰ ঘৰত আশ্ৰয় গ্ৰহণ কৰে, ৰাতি সময়ে এজন অনিদ্ৰ যোদ্ধাই বৰ্শা হাতত লৈ তাত পদচাৰণ কৰি থাকে।

নাৰী মাত্ৰেই এইবোৰ বিষয় বুজিব পাৰে, এইবোৰ বিষয় দেখিবলৈ পায়। পুৰুষৰ যত্ন, পুৰুষৰ আগ্ৰহ, পুৰুষৰ হৃদয়ৰ আবেগ নাৰীৰ চকুত গোপনে নেথাকে। সৰযূৱে দোলাৰ ভিতৰৰ পৰা সেই অবিশ্ৰান্ত অশ্বাৰোহীক দেখে, মাজনিশা সেই সজাগ যোদ্ধাক দেখা পায়। সেই দেৱনিন্দিত আকৃতি দেখোঁতে

দেখোতে সৰযূৰ চকুৰ জেউতি যায়, সেই দুৰ্দ্দমনায় আগ্ৰহ-চিহ্ন দেখি সৰযূৰ হিয়া আনন্দ, প্ৰেম আৰু উদ্বেগেৰে প্লাবিত হ'ল।

সন্ধ্যাৰ সময়ত যেতিয়া সৰযূৱে সেই যোদ্ধাক ভোজন কৰাবলৈ আহিল, মৌনভাব অৱলম্বন কৰা যোদ্ধাক দেখি সৰযূৱে তলমূখ কৰিলে, ভালকৈ আহাৰ কৰাব নোৱাৰে। ৰাতিপুৱা দোলাত উঠিবৰ সময়ত সৰযূৱে যেতিয়া সেই যোদ্ধাক ঘোঁৰাৰ পিঠিত উঠা দেখা পায়, তেওঁৰ ম্লান মুখমণ্ডলৰ পৰা সৰযূৱে সহজে চকু ঘূৰাব নোৱাৰা হয়।

কেইদিনমান এনেকৈ ভ্ৰমণৰ পিছত সকলোৱে ৰাজগড়ত উপস্থিত হ'ল। জনাৰ্দ্দনে সন্ধ্যাৰ সময়ত দুৰ্গৰ তলৰ এখন গাৱঁত উপস্থিত হৈ মহাৰাষ্ট্ৰৰাজৰ ওচৰলৈ সমাচাৰ পঠিয়ালে। ৰজাৰ অনুমতি পালে পিছ দিনা দুৰ্গত প্ৰৱেশ কৰিব।

সেই দিনাখন ৰাতি আহাৰ আদি প্ৰস্তুত কৰোঁতে অলপ পলম হ'ল। জনাৰ্দ্দনে অলপ জলপান খাই শুবলৈ গ'ল। ৰাতি এপৰৰ সময়ত সৰযূবালাই ৰঘুনাথক ভোজন কৰালে।

খোৱা-বোৱাৰ পিছত ৰঘুনাথ আন দিনাৰ দৰে ঘৰৰ পৰা বাহিৰ নোলাল। অলপ সময় ইতস্ততঃ কৰিবলৈ ধৰিলে। ভালেমান সময়ৰ পিছত য'ত সৰযূ অকলে বহি আছিল, লাহে লাহে তালৈ গৈ তলমূৰকৈ থিয় দিলে। হিয়াৰ উদ্বেগ দমন কৰি স্থিৰ স্বৰেৰে কলে,—দেৱি, এতিয়া মোক বিদায় দিয়ক।

ৰঘুনাথৰ উচ্চাৰিত এই কথাবোৰ যেন তৃষিতৰ পক্ষে জলধাৰাৰ নিচিনা সৰযূৰ কাণত পৰিল। সৰযূৰ হিয়া নাচি উঠিল, সৰযূৱে ৰঙচুৱা মুখখনি তললৈ নমাই অলপ পৰ থিয় দি ৰ'ল।

ৰঘুনাথে আকৌ কলে,—দেৱি, বিদায় দিয়ক, কাইলৈ আপোনালোক ৰাজপ্ৰাসাদলৈ যাব, এই দৰিদ্ৰ সৈনিকে পুনৰাই নিজ কাৰ্য্যলৈ যাবৰ কাৰণে ইচ্ছা কৰে।

এই কথা শুনি সৰযূৱে লাজ পাহৰি গ'ল, দুচকুৰ পানী মচি

নাৰীৰ মমতাপূৰ্ণ সুৰেৰে ক'লে,—আপুনি আমাৰ বাবে যি যত্ন কৰিছে, পিতাৰ কাৰণে, মোৰ কাৰণে যি পৰিশ্ৰম কৰিছে, তাৰ বাবে ভগবানে আপোনাক যুদ্ধত জয়ী কৰক, আপোনাৰ মনৰ কামনা পূৰ্ণ কৰক। আমি সেই যত্নৰ জানো প্ৰতিদান দিব পাৰো ?

ৰঘুনাথে বিনীত সুৰেৰে উত্তৰ দিলে, ৰজাৰ আদেশত আপোনালোকক ৰাজগড়লৈ নিৰাপদে আনিব পাৰিছো এইটো মোৰ পৰম ভাগ্য, ইয়াত মোৰ অকণো গুণ নাই। তথাপি দৰিদ্ৰ সৈনিকৰ যত্নত যদি তুষ্ট হৈছে তেন্তে,—তেন্তে, এই দৰিদ্ৰ সৈনিকক পাহৰি নেযাব।

কথাটো সৰযূৱে বুজিলে, মুখখনি অৱনত কৰিলে। ৰঘুনাথে তেতিয়া সাহ পাই, লাজ পাহৰি কবলৈ ধৰিলে,—এই দৰিদ্ৰ সৈনিকে যদি উচ্চ আশা কৰি থাকে, আপুনি অপৰাধ নলব। আপোনাৰ পিতাকে প্ৰসন্ন চকুৰে মোৰ প্ৰতি দৃষ্টি কৰিছে, ভৰসা কৰোঁ, আপুনিও মোৰ প্ৰতি অপ্ৰসন্ন নহব। যদি ভগবানে মোৰ মনোবাঞ্ছা পূৰ্ণ কৰে, যদি জীৱনৰ চেষ্টা আৰু আশা ফলৱতী হয়, তেন্তে এদিন মনৰ কথা ক'ম, তেতিয়ালৈ এই দৰিদ্ৰ সৈনিকক একো একো বাৰ স্মৰণ-পথত ঠাই দিব।

বিনীত ভাবেৰে বিদায় লৈ ৰঘুনাথ গুচি গ'ল। সৰযূ এদণ্ড সময় সেই পথলৈ চাই ৰ'ল, মনত যেন কিবা চিন্তা কৰিবলৈ ধৰিলে। দোভাগ ৰাতিৰ সময়ত এটা দীঘল হুমুনীয়াহ কাঢ়ি নিজকে নিজে কলে,—সৈনিক শ্ৰেষ্ঠ, তুমি চিৰকাল এই দাসীৰ স্মৰণ-পথত জাগৰিত থাকিবা, ভগবান সাক্ষী থাকিব।




## চতুৰ্দ্দশ পৰিচ্ছেদ

## ৰাজা জয়সিংহ

নৰকুলোত্তম তুমি—
বিদ্যা, বুদ্ধি, বাহুবলে অতুল ধৰাত।

—মধুসূদন দত্ত।

আগেয়েই কোৱা হৈছে যে, আৰংজীবে সায়েস্তা খাঁ আৰু যশোৱন্ত সিংহ উভয়কেই অকর্ম্মণ্য বিবেচনা কৰি তেওঁলোকক মাতি পঠিয়ালে আৰু নিজ পুত্ৰ চুলতান মোৱাজীমক দক্ষিণকালে পঠিয়ায় আৰু তেওঁৰ সহায়তাৰ বাবে যশোৱন্তকেই আকৌ পঠিয়ায়। তেওঁলোকেও বিশেষ ফললাভ কৰিব নোৱাৰাত সম্রাটে অৱশেহত তেওঁলোকক স্থানান্তৰিত কৰি অম্বৰাধিপতি প্ৰসিদ্ধনামা ৰাজা জয়সিংহ আৰু তেওঁৰ মতে দিলৱাৰ খাঁ নামে এজন বিক্ৰমশালী আফগান সেনাপতিক দক্ষিণলৈ পঠিয়াই দিয়ে। ১৬৬৫ খৃষ্টাব্দৰ চ'তমাহৰ শেষভাগত জয়সিংহ পুনৰাই উপস্থিত হ'ল। সায়েস্তা খাঁৰ দৰে নিৰুৎসাহ হৈ বহি নেথাকি তেওঁ দিলৱাৰ খাঁক পুৰন্দৰ দুৰ্গ আক্ৰমণ কৰিবলৈ আদেশ কৰিলে আৰু নিজে সিংহগড় আগুৰি ৰাজগড়লৈকে সসৈন্যে আগবাঢ়ি গ'ল।

শিৱজী হিন্দু সেনাপতিৰ সৈতে যুদ্ধ কৰিবলৈ পৰাঙ্মুখ, বিশেষকৈ জয়সিংহৰ নাম, সৈন্যসংখ্যা, তীক্ষ্ণ বুদ্ধি, দোৰ্দ্দণ্ড প্ৰতাপ তেওঁৰ ওচৰত অবিদিত নাছিল। তেনেকুৱা পৰাক্ৰান্ত সেনাপতি যোধ হয় সম্রাট আৰংজীৱৰ আৰু কোনো নাছিল। তেতিয়াৰ ফৰাচী ভ্ৰমণকাৰী, বেৰ্ণীয়ে লিখি গৈছে যে, সমগ্ৰ ভাৰতবৰ্ষত জয়সিংহৰ নিচিনা বিচক্ষণ, বুদ্ধিমান, দূৰদৰ্শী লোক আৰু এজনো নাছিল।

শিৱজী প্ৰথমৰ পৰাই ভগ্নোদ্যম হ'ল আৰু বাৰে বাৰে জয়সিংহৰ ওচৰলৈ সন্ধিৰ প্ৰস্তাৱ পঠাবলৈ ধৰিলে, কিন্তু তীক্ষ্ণবুদ্ধি জয়সিংহই প্ৰথমে এইবোৰ প্ৰস্তাৱ বিশ্বাস নকৰিলে। অৱশেহত শিৱজীৰ বিশ্বস্ত মন্ত্ৰী ৰঘুনাথ পন্থ ন্যায়শাস্ত্ৰীয়ে দূতৰ বেশে জয়সিংহৰ ওচৰলৈ আহিল আৰু ৰজাক বিশেষকৈ বুজালে, যে, শিৱজীয়ে ৰজা জয়সিংহৰ লগত চতুৰতা কৰা নাই, তেৱোঁ ক্ষত্ৰিয়, ক্ষত্ৰিয়োচিত সম্মান তেওঁ জানে। শাস্ত্ৰজ্ঞ ব্ৰাহ্মণৰ এই সত্য বাক্য ৰাজা জয়সিংহই বিশ্বাস কৰিলে, তেতিয়া ব্ৰাহ্মণৰ হাতত ধৰি কলে,—দ্বিজবৰ, আপোনাৰ কথাত মই আশ্বস্ত হলো। ৰাজা শিৱজীক জনাব যে, দিল্লীৰ সম্ৰাটে তেওঁৰ বিদ্ৰোহ-আচৰণ মাৰ্জ্জনা কৰিব অধিক তেওঁক যথেষ্ট সম্মান কৰিব, সেইবাবে মই কথা দিছো। আপোনাৰ প্ৰভুক কব, মই ৰাজপুত, ৰাজপুতৰ কথাৰ অন্যথা নহয়।

ইয়াৰ কেইদিনমান পিছত বাৰিষা-কালত ৰাজা জয়সিংহ নিজৰ শিবিৰত সভাত বহি আছে, এজন প্ৰহৰীয়ে আহি খবৰ দিলে—মহাৰাজৰ জয় হওক! ৰাজা শিৱজী নিজে বাহিৰৰ দুৱাৰত থিয় হৈ আছে, মহাৰাজৰ সৈতে সাক্ষাতৰ প্ৰাৰ্থনা কৰিছে।

সভাসদ্‌সকল বিস্মিত হ'ল, ৰাজা জয়সিংহই নিজে শিৱজীক আহ্বান কৰিবলৈ শিবিৰৰ বাহিৰলৈ গল। বহু সমাদৰপূৰ্ব্বক তেওঁক আহ্বান আৰু আলিঙ্গন কৰি শিবিৰৰ ভিতৰলৈ আনিলে আৰু ৰাজগদিত নিজৰ সোঁফালে বহুৱালে।

শিৱজীও এনেকুৱা সমাদৰ পাই যথেষ্ট সম্মানিত হ'ল। জয়সিংহই অলপ সময় মধুৰ আলাপ কৰি অৱশেহত কলে,—আপুনি আমাৰ শিবিৰলৈ আহি মোক সম্মানিত কৰিছে, এই শিবিৰ নিজৰ ঘৰৰ দৰে বিবেচনা কৰিব।

শিৱজী। এই দাসে কেতিয়া আপোনাৰ আদেশ পালনত বিমুখ হৈছে? ৰঘুনাথপন্থৰ হতুৱাই আপুনি দাসক

আহিবলৈ আদেশ কৰিছে, দাস উপস্থিত হৈছে। আপোনাৰ মহৎ আচৰণত ময়েই সম্মানিত হৈছো।

জয়সিংহ। হয়, ৰঘুনাথ ন্যায়শাস্ত্ৰীক যি কৈছিলো সেইটো মনত আছে। মই যি কৈছিলো সেইটো কৰিম, দিল্লীশ্বৰে আপোনাৰ বিদ্ৰোহ আচৰণ মাৰ্জ্জনা কৰিব, আপোনাক ৰক্ষা কৰিব, আপোনাক যথেষ্ট সম্মান কৰিব, এই বিষয়ে মই কথা দিছো, ৰাজপুত কথাৰ অন্যথা নহয়।

এইদৰে অলপ সময় কথোপকথনৰ পিছত সভা ভঙ্গ হ'ল, শিবিৰত শিৱজী আৰু জয়সিংহৰ বাহিৰে কোনো নেথাকিল। তেতিয়া শিৱজীয়ে কপট আনন্দ চিহ্ন ত্যাগ কৰিলে, হাতত গাল থৈ চিন্তা কৰিবলৈ ধৰিলে। জয়সিংহই দেখিলে তেওঁৰ চকুত পানী।

জয়সিংহ। আপুনি যদি আত্মসমৰ্পণ কৰি ক্ষুণ্ণ হৈছে, তেন্তে সেই খেদ নিষ্প্ৰয়োজন। আপুনি বিশ্বাস কৰি মোৰ ওচৰলৈ আহিছে, ৰাজপুতে বিশ্বস্তৰ ওপৰত হস্তক্ষেপ নকৰিব। আজি ৰাতিয়েই মোৰ অশ্বশালাৰ পৰা অশ্ব বাছি লওক, আকৌ গমন কৰক। আপুনি নিৰাপদে আহিছে, নিৰাপদে যাব, মোৰ আদেশত কোনো ৰাজপুতে আপোনাৰ ওপৰত হস্তক্ষেপ নকৰিব। পিছত যুদ্ধত জয়লাভ কৰিব পাৰো ভাল, নোৱাৰো ক্ষতি নাই, কিন্তু ক্ষত্ৰিয়ধৰ্ম্ম কেতিয়াও বিস্মৃত নহম।

শিৱজী। মহাৰাজ! আপোনাৰ দৰে মানুহৰ ওচৰত পৰাজয় স্বীকাৰ কৰি আত্মসমৰ্পণ কৰিছো, তাত খেদ নাই। বাল্যকালৰ পৰা যি হিন্দুধৰ্ম্মৰ বাবে, যি হিন্দু গৌৰৱৰ বাবে চেষ্টা কৰিছোঁ, সেই মহৎ উদ্যম, সেই উন্নত উদ্দেশ্য শেষ হ'ল, সেই চিন্তাত হিয়া বিদীৰ্ণ হব লাগিছে; কিন্তু সেই বিষয়তো মনস্থিৰ কৰি আপোনাৰ শিবিৰলৈ আহিছিলো, তাৰ বাবেও এতিয়া দুখ কৰা নাই।

জয়সিংহ। তেন্তে কি কাৰণে ক্ষুণ্ণ হৈছে?

শিৱজী। বাল্যকালৰ পৰাই আপোনালোকৰ গৌৰৱ-গীত গাবলৈ ভাল পাইছিলো, আজি দেখিলো সেই গীত মিছা নহয়, জগতত যদি মাহাত্ম্য, সত্যধৰ্ম্ম থাকে, তেন্তে ৰাজপুত-শৰীৰত আছে। এই ৰাজপুতে জানো যৱনৰ অধীনতা স্বীকাৰ কৰিব? মহাৰাজ জয়সিংহ জানো যৱন আৰংজীৱৰ সেনাপতি?

জয়সিংহ। ক্ষত্ৰিয়ৰাজ! সেইটো আচল দুখৰ কাৰণ। কিন্তু ৰাজপুতসকলে সহজে অধীনতা স্বীকাৰ কৰা নাই। যিমানদিন সাধ্য দিল্লীৰ সৈতে যুদ্ধ কৰিছিল, বিধিৰ নিৰ্ব্বন্ধত পৰাধীন হৈছে। মেৱাৰৰ বীৰপ্ৰবৰ প্ৰাতঃস্মৰণীয় প্ৰতাপসিংহই অসাধ্যসাধন কৰিবলৈও যত্ন কৰিছিল, কিন্তু তেওঁৰ সন্ততিও দিল্লীৰ কৰপ্ৰদ, এইবোৰ বোধকৰোঁ মহাশয়ে ভালদৰে জানে।

শিৱজী। জানো। সেই বাবেই সুধিছো, যাৰ লগত আপোনা-লোকৰ ইমান দিন বৈৰভাব, সিবিলাকৰ কাৰ্য্যত আপুনি এনে যত্নশীল কিয়?

জয়সিংহ। যেতিয়া দিল্লীশ্বৰৰ সেনাপতিত্ব গ্ৰহণ কৰিছো, তেতিয়া তেওঁৰ কাৰ্য্যসিদ্ধিৰ বাবে সত্যদান কৰিছো সেইটো কৰিম।

শিৱজী। সকলোৰে ওচৰত সকলো সময়ত জানো সত্য পালনীয়? যিবোৰ আমাৰ দেশৰ শত্ৰু, ধৰ্ম্মৰ বিৰুদ্ধাচাৰী, সিবিলাকৰ লগত সত্য-সম্বন্ধ কি?

জয়সিংহ। আপুনি ক্ষত্ৰিয় হৈ এই কথা সুধিছে? ৰাজপুতক এই কথা সুধিছে? ৰাজপুতৰ ইতিহাস পাঠ কৰক, তেওঁলোকে বহুশ' বছৰ মুছলমানসকলৰ লগত যুদ্ধ কৰিছে, কেতিয়াও সত্য লঙ্ঘন কৰা নাই। কেতিয়াবা জয়লাভ কৰিছে, অনেক সময়ত পৰাস্ত হৈছে; কিন্তু জয়-পৰাজয়ত, বিপদ-সম্পদত সদায় সত্য পালন কৰিছে। এতিয়া আমাৰ সেই গৌৰৱৰ স্বাধীনতা নাই, কিন্তু সত্য-পালনৰ গৌৰৱ আছে। দেশ-বিদেশত, মিত্ৰৰ মাজত শত্ৰুৰ

মাজত ৰাজপুতৰ নাম গৌৰৱান্বিত। ক্ষত্ৰিয়ৰাজ, টোডৰমল্লই বঙ্গদেশ জয় কৰিছিল, মানসিংহই কাবুলৰ পৰা উড়িষ্যালৈকে দিল্লীশ্বৰৰ বিজয়-পতাকা উড়াইছিল, কোনোৱে কেতিয়াও ন্যস্ত বিশ্বাসৰ বিৰুদ্ধাচৰণ কৰা নাই, মুছলমান সম্ৰাটৰ ওচৰত যি সত্য কৰিছিল তাক পালন কৰিবলৈ ত্ৰুটি কৰা নাই। মহাৰাষ্ট্ৰৰাজ! ৰাজপুতৰ কথাই সন্ধিপত্ৰ, বহু সন্ধিপত্ৰ লঙ্ঘন হৈছে, ৰাজপুতৰ কথা লঙ্ঘন হোৱা নাই।

শিৱজী। মহাৰাজ যশোৱন্ত সিংহ হিন্দুধৰ্ম্মৰ এজন প্ৰধান প্ৰহৰী, তেওঁ মুছলমানৰ বাবে হিন্দুৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ অস্বীকাৰ কৰিছিল।

জয়সিংহ। যশোৱন্ত বীৰশ্ৰেষ্ঠ, যশোৱন্ত হিন্দু-ধৰ্ম্মৰ প্ৰহৰী সন্দেহ নাই। তেওঁৰ মাড়ৱাৰ দেশ মৰুভূমিময়, তেওঁৰ মাড়ৱাৰ সেনাতকৈ কঠোৰ জাতি আৰু সাহসী সেনা জগতত নাই। যদি যশোৱন্ত সেই মৰুভূমিত বেষ্টিত হৈ সেই সেনাৰ সহায়ত হিন্দু-স্বাধীনতা ৰক্ষাৰ যত্ন কৰিছিল, মই তেওঁক সাধু বুলিছিলো। যদি জয়ী হৈ আৰংজীৱক পৰাস্ত কৰি দিল্লীত হিন্দু-পতাকা উড়ালে-হেঁতেন, মই তেওঁক সম্ৰাট বুলি সম্মান কৰিলোহেঁতেন। নাইবা যদি যুদ্ধত পৰাস্ত হৈ স্বদেশ আৰু স্বধৰ্ম্ম ৰক্ষাৰ বাবে সেই মৰুভূমিত প্ৰাণত্যাগ কৰিলেহেঁতেন, মই তেওঁক দেৱতা বুলি পূজা কৰিলো-হেঁতেন; কিন্তু যিদিনা তেওঁ দিল্লীশ্বৰৰ সেনাপতি হৈছে, সেইদিনা তেওঁ মুছলমানৰ কাৰ্য্যসাধনত ব্ৰতী হৈছে। ব্ৰত গ্ৰহণ কৰি তাক লঙ্ঘন কৰা ক্ষত্ৰিয়ৰ উচিতকাৰ্য্য হোৱা নাই, যশোৰ কলঙ্কই নিজৰ যশোৰাশি ম্লান কৰিছে। তেওঁ সিপ্ৰা নদী-তীৰত আৰংজীৱৰ ওচৰত পৰাস্ত হোৱাৰ পৰাই আৰংজীৱৰ অতি বিদ্বেষী, নহলে তেওঁ গৰ্হিত কাম নকৰিলেহেঁতেন।

চতুৰ, শিৱজীয়ে দেখিলে জয়সিংহ যশোৱন্ত সিংহ নহয়। অলপ পিছত আকৌ কলে,—"হিন্দুধৰ্ম্মৰ উন্নতি-চেষ্টা জানো

গৰ্হিত কাৰ্য্য? হিন্দুক ভাই বুলি সহায়তা কৰা জানো গৰ্হিত কাৰ্য্য?"

জয়সিংহ। মই সেইটো কোৱা নাই। যশোৱন্তই কিয় আৰংজীৱৰ কাৰ্য্য ত্যাগ কৰি জগতৰ সাক্ষাতত, ভগৱানৰ সাক্ষাতত আপোনাৰ লগত যোগ নিদিলে। আপুনি যেনেদৰে স্বাধীনতাৰ চেষ্টা কৰিছে, তেওঁ তেনেদৰে নকৰিলে কি কাৰণে? সম্ৰাটৰ কাৰ্য্যত থাকি গোপনে বিৰুদ্ধাচৰণ কৰা কপট আচৰণ। ক্ষত্ৰিয়ৰাজ, কপটাচৰণ ক্ষত্ৰিয়ৰ উচিতকাৰ্য্য নহয়।

শিৱজী। তেওঁ মোৰ লগত প্ৰকাশ্যে যোগ দিলে দিল্লীশ্বৰে আন সেনাপতি পঠালেহেঁতেন, সম্ভৱতঃ আমি উভয়ে পৰাস্ত আৰু হত হলোহেঁতেন।

জয়সিংহ। যুদ্ধত মৰণ ক্ষত্ৰিয়ৰ সৌভাগ্য। কপটাচৰণ ক্ষত্ৰিয়ৰ অৱমাননা।

শিৱজীৰ মুখ আৰক্ত হৈ উঠিল, তেওঁ কলে,—"ৰাজপুত, মহাৰাষ্ট্ৰীয় সকলেও মৃত্যুভয় নকৰে, যদি এই সাধাৰণ জীৱন দান কৰিলে আমাৰ উদ্দেশ্য সাধন হয়, হিন্দু-স্বাধীনতা, হিন্দু-গৌৰৱ পুনৰাই স্থাপিত হয়, তেন্তে ভৱানীৰ সাক্ষতত এই মুহূৰ্ত্তে এই বক্ষস্থল বিদীৰ্ণ কৰিব পাৰো। নাইবা ৰাজপুত! নিজৰ অব্যৰ্থ বৰ্শা ধাৰণ কৰক, এই বুকত আঘাত কৰক, হাঁহিমুখে মৃত্যুবৰণ কৰো। কিন্তু যি হিন্দু গৌৰৱৰ বিষয়ে বাল্যকালত সপোন দেখিছিলো, যাৰ কাৰণে শত যুদ্ধ কৰিছিলো, শত শত্ৰুক পৰাস্ত কৰিছিলো, এই কুৰি বছৰ পৰ্ব্বতত, উপত্যকাত, শিবিৰত, শত্ৰুৰ মাজত, দিনে-ৰাতিয়ে, গধূলি আৰু গভীৰ নিশা চিন্তা কৰিছো, সেই গৌৰৱ আৰু স্বাধীনতাৰ আশা ত্যাগ কৰিবলৈ হিয়াত ব্যথা লাগে। যুদ্ধত প্ৰাণ দিলে জানো সেই স্বাধীনতা ৰক্ষা হ'ব?"

জয়সিংহই শিৱজীৰ তেজস্বী কথাবোৰ শুনিলে, চকুত পানী দেখিলে, কিন্তু আগৰদৰে স্থিৰ ভাবেৰে উত্তৰ দিলে,—"সত্যপালনত

যদি সনাতন হিন্দুধৰ্ম্ম ৰক্ষা নহয়, তেন্তে সত্য লঙ্ঘন হব ?—বীৰৰ তেজেৰে যদি স্বাধীনতা-বীজ অঙ্কুৰিত নহয়, তেন্তে বীৰৰ চাতুৰীত কি হ'ব পাৰে ?"

শিৱজী পৰাস্ত হ'ল। ভালেখিনি পিছত আকৌ লাহে লাহে কলে,—"মহাৰাজ, মই আপোনাক পিতৃতুল্য জ্ঞান কৰো ; আপোনাৰ নিচিনা ধৰ্ম্মজ্ঞ, তীক্ষ্ণবুদ্ধিৰ যোদ্ধা মই কেতিয়াও দেখা নাই, মই আপোনাৰ পুত্ৰতুল্য, এটা কথা সুধিম, আপুনি পিতৃতুল্য, সত্য পৰামৰ্শ দিয়ক। মই বাল্যকালত যেতিয়া কঙ্কণ প্ৰদেশৰ অসংখ্য পৰ্ব্বত আৰু উপত্যকাত ভ্ৰমণ কৰিছিলো মোৰ হিয়ালৈ চিন্তা আহিছিল, স্বপ্ন উদিত হৈছিল। ভাবিছিলোঁ,—যেন সাক্ষাৎ ভৱানীয়ে মোক স্বাধীনতা স্থাপনৰ বাবে আদেশ কৰিছে, যেন দেৱালয়ৰ সংখ্যা বৃদ্ধি কৰিবলৈ, ব্ৰাহ্মণসকলৰ সন্মান বৃদ্ধি কৰিবলৈ, গোবৎসাদি ৰক্ষা কৰিবলৈ, ধৰ্ম্মবিৰোধী মুছলমানসকলক দূৰ কৰিবলৈ দেৱীয়ে সাক্ষাৎ উত্তেজনা কৰিছে। মই ল'ৰা আছিলো, সেই সপোনত পাহৰি গলো, সদৰ্পে খড়গ গ্ৰহণ কৰিলো, বীৰশ্ৰেষ্ঠ-সকলক একত্ৰ কৰিলো, দুৰ্গ অধিকাৰ কৰিবলৈ ধৰিলো। যৌবনতো সেই সপোন দেখিছো,—হিন্দুনামৰ গৌৰব, হিন্দুধৰ্ম্মৰ প্ৰাধান্য, হিন্দু-স্বাধীনতা-সংস্থাপন ! সেই সপোন বলতে দেশজয় কৰিছো, শত্ৰুজয় কৰিছো, ৰাজ্য বিস্তাৰ কৰিছো,—দেৱালয় স্থাপন কৰিছো। ক্ষত্ৰিয়-ৰাজ ! মোৰ এই উদ্দেশ্য জানো মন্দ ? এই সপোন কি তেন্তে অলীক সপোন মাত্ৰ ? আপুনি পুত্ৰক উপদেশ দিয়ক।"

বহুদূৰদৰ্শী ধৰ্ম্মপৰায়ণ ৰাজা জয়সিংহই অলপ সময় নিস্তব্ধ হৈ ৰল, পিছত গম্ভীৰস্বৰে ধীৰে ধীৰে কলে,—"আপোনাৰ উদ্দেশ্যতকৈ মহত্তৰ উদ্দেশ্য মই নেজানো, আপোনাৰ সপোনতকৈ প্ৰকৃত আৰু একোকেই মই নেজানো। শিৱজী ! আপোনাৰ মহৎ উদ্দেশ্য মোৰ অবিদিত নহয়, মই শত্ৰুৰ আগত আপোনাৰ উদ্দেশ্যৰ প্ৰশংসা কৰিছো, পুত্ৰ ৰামসিংহক আপোনাৰ উদাহৰণ

দেখুৱাই শিক্ষা দিছো, ৰাজপুত স্বাধীনতাৰ গৌৰৱ এতিয়াও পাহৰা নাই। আৰু শিৱজী! আপোনাৰ সপোনো সপোন নহয়, চাৰিওপিনে যিমান দেখো, মনত চিন্তা কৰো, বোধ হয় মোগলৰাজ্য আৰু নেথাকে, যত্ন-চেষ্টা সকলোৱেই বিফল।

মুছলমানৰাজ্য কলঙ্কৰাশিৰে পৰিপূৰ্ণ হৈছে, বিলাস-প্ৰিয়তাত জৰ্জ্জৰিত হৈছে, হিন্দুৰ প্ৰতি অত্যাচাৰত শাপগ্ৰস্ত হৈছে, পতনোম্মুখ গৃহৰ দৰে আৰু থিয় হৈ থাকিব নোৱাৰে। সোনকালে বা পলমে এই প্ৰাসাদতুল্য মোগলৰাজ্য বোধকৰোঁ ধূলিসাৎ হ'ব, তাৰ পিছত পুনৰাই হিন্দুৰ প্ৰাধান্য। মহাৰাষ্ট্ৰীয় জীৱন অঙ্কুৰিত হ'ব ধৰিছে, মহাৰাষ্ট্ৰীয়-যৌৱনতেজত বোধহয় ভাৰতবৰ্ষ প্লাৱিত হ'ব। শিৱজী! আপোনাৰ স্বপ্ন, স্বপ্ন নহয়, ভৱানীয়ে আপোনাক মিছা উত্তেজনা কৰা নাই।"

উৎসাহ, আনন্দত শিৱজীৰ শৰীৰ কণ্টকিত হৈ উঠিল। তেওঁ পুনৰাই সুধিলে,—"তেন্তে আপোনাৰ দৰে মহাত্মা সেই পতনোম্মুখ মোগল-প্ৰাসাদৰ একমাত্ৰ স্তম্ভস্বৰূপ হৈ বৈ আছে কিয় ?"

জয়সিংহ। সত্যপালন ক্ষত্ৰিয় ধৰ্ম্ম, যি সত্য কৰিছো, তাক পালন কৰিম। কিন্তু অসাধ্য সাধন নহ'ব, পতনোম্মুখ ঘৰ পতিত হ'ব।

শিৱজী। ভাল, সত্যপালন কৰক, কপটাচাৰী আৰংজীৱৰ ওচৰতো আপোনাৰ ধৰ্ম্মাচৰণ দেখি দেৱতাসকলেও বিস্মিত হৈ আপোনাৰ সাধুবাদ কীৰ্ত্তন কৰিব। কিন্তু মই আৰংজীৱৰ ওচৰত কেতিয়াও সত্য কৰা নাই, মই যদি বুদ্ধিবলে স্বদেশৰ উন্নতিসাধন কৰিবলৈ চেষ্টা কৰো, আৰংজীৱক পৰাস্ত কৰিব পাৰো, সেইটো জানো নিন্দনীয় ?

জয়সিংহ। ক্ষত্ৰিয়ৰাজ! চাতুৰী যোদ্ধাৰ পক্ষে সকলো সময়তে নিন্দনীয়, বিশেষতঃ মহৎ উদ্দেশ্যসাধনত চাতুৰী অধিকতৰ নিন্দনীয়। মহাৰাষ্ট্ৰীয়সকলৰ গৌৰৱবৃদ্ধি অনিবাৰ্য্য, বোধহয়

তেওঁলোকৰ বাহুবল ক্ৰমশঃ বৃদ্ধি হ'ব, বোধহয় তেওঁলোক ভাৰতৰ অধীশ্বৰ হব। কিন্তু শিৱজী! আজি আপুনি যি শিক্ষা দিছে, সেই শিক্ষা তেওঁলোকে কেতিয়াও নেপাহৰিব। মোৰ কথাত দোষ গ্ৰহণ নকৰিব, আজি আপুনি নগৰ লুণ্ঠন কৰিবলৈ শিকাইছে, কাইলৈ সিহঁতে ভাৰতবৰ্ষ লুণ্ঠন কৰিব, আজি আপুনি চতুৰতাৰে জয়লাভ কৰিবলৈ শিকাইছে, পিছত সিহঁতে সমুখযুদ্ধ কেতিয়াও নিশিকিব। যি জাতি অচিৰতে ভাৰতবৰ্ষৰ অধীশ্বৰ হব, আপুনি সেই জাতিৰ বাল্যগুৰু, গুৰুৰ দৰে ধৰ্ম্মশিক্ষা দিয়ক। আজি আপুনি মন্দ শিক্ষা দিলে এশবছৰলৈকে দেশে দেশে সেই শিক্ষাৰ ফল দেখা পোৱা যাব! বৃদ্ধ বহুদৰ্শী ৰাজপুতৰ কথা গ্ৰহণ কৰক, মহাৰাষ্ট্ৰীয়সকলক সমুখৰণ শিক্ষা দিয়ক, চতুৰতা পাহৰি যাবলৈ কওক। আপুনি হিন্দুশ্ৰেষ্ঠ। আপোনাৰ মহৎ উদ্দেশ্যক মই এশবাৰ ধন্যবাদ দিছো, আপুনি এই উন্নত শিক্ষা নিদিলে কোনে দিব? মহাৰাষ্ট্ৰৰ শিক্ষাগুৰু! সাৱধান, আপোনাৰ প্ৰত্যেক কাৰ্য্যৰ ফল, বহুকালব্যাপী আৰু বহুদেশব্যাপী হ'ব।

এই মহৎবাক্য শুনি শিৱজী অলপ সময় স্তম্ভিত হৈ ৰ'ল, শেষত কলে,—"আপুনি গুৰুৰ গুৰু, আপোনাৰ উপদেশবোৰ শিৰোধাৰ্য্য। কিন্তু আজি মই আৰংজীবৰ অধীনতা স্বীকাৰ কৰিলো, শিক্ষা কেতিয়া দিম?"

জয়সিংহ। জয়-পৰাজয়ৰ স্থিৰতা নাই। আজি মোৰ জয় হ'ল, কাইলৈ আপোনাৰ জয় হ'ব পাৰে। আজি আপুনি আৰংজীবৰ অধীন হ'ল, ঘটনা-ক্ৰমে কাইলৈ আকৌ স্বাধীন হব পাৰে।

শিৱজী। জগদীশ্বৰে তাকেই কৰক। কিন্তু আপুনি আৰংজীবৰ সেনাপতি থকাত মোৰ স্বাধীন হোৱাৰ আশা বৃথা। স্বয়ং ভৱানীয়ে হিন্দু-সেনাপতিৰ লৈতে যুদ্ধ কৰিবলৈ নিষেধ কৰিছে।

জয়সিংহই মিচিকিয়া হাঁহি মাৰি কলে,—"শৰীৰ ক্ষণভঙ্গুৰ,

এই বৃদ্ধ দেহ কিমান দিন থাকিব ? কিন্তু যিমানদিন থাকিব, সত্যপালনত বিৰত নহ'ব।"

শিৱজী। আপুনি দীৰ্ঘজীৱী হওক।

জয়সিংহ। শিৱজী ! এতিয়া বিদায় দিয়ক, মই আৰংজীবৰ পিতাকৰ ওচৰত কাম কৰিছো। এতিয়া আৰংজীবৰ অধীনত কাম কৰি আছো, যিমান দিন জীয়াই থাকিম দিল্লীৰ এই বৃদ্ধ সেনাই বিদ্ৰোহ-আচৰণ নকৰিব। কিন্তু ক্ষত্ৰিয়প্ৰবৰ ! নিশ্চিন্ত থাকক, মহাৰাষ্ট্ৰৰ গৌৰৱ আৰু হিন্দু-প্ৰাধান্য অনিবাৰ্য্য।

বুঢ়াৰ কথা গ্ৰাহ্য কৰক, মোগল ৰাজ্য আৰু নেথাকে, হিন্দুতেজ আৰু নিবাৰিত নহয়। অচিৰেই দেশে দেশে হিন্দুৰ গৌৰৱ-নাম, আপোনাৰ গৌৰৱ-নাম প্ৰতিধ্বনিত হব।

শিৱজীয়ে অশ্ৰুপূৰ্ণলোচনে জয়সিংহক আলিঙ্গন কৰি কলে,—ধৰ্ম্মাত্মন্ ! আপোনাৰ মুখত ফুলচন্দন পৰক, আপোনাৰ কথাই হেন সাৰ্থক হয় ! আপোনাৰ সৈতে যুদ্ধ নকৰো, মই আত্মসমৰ্পণ কৰিছো, কিন্তু যদি ঘটনাক্ৰমে পুনৰাই স্বাধীন হব পাৰো, তেন্তে ক্ষত্ৰিয় প্ৰবৰ ! আৰু এদিন আপোনাৰ লগত সাক্ষাৎ কৰিম, আৰু এদিন পিতাৰ চৰণোপ্ৰান্তত বহি উপদেশ গ্ৰহণ কৰিম।



## পঞ্চদশ পৰিচ্ছেদ

### দুৰ্গ বিজয়

কেউপিনে এই সময় সমৰতৰঙ্গ
উথলিল সিন্ধু যেন দ্বন্দ্ব লাগি
বায়ু স'তে প্ৰবল নিৰ্ঘোষে।

—মধুসূদন দত্ত।

সোনকালে সন্ধি স্থাপন হ'ল। শিৱজীয়ে মোগলসকলৰ পৰা যি যি দুৰ্গ জয় কৰিছিল তাক ঘূৰাই দিলে, বিলুপ্ত আহম্মদনগৰ ৰাজ্যৰ মাজত যি ৩২টা দুৰ্গ অধিকাৰ বা নিৰ্ম্মাণ কৰিছিল, তাৰ ভিতৰতো ২০টা ওভতাই দিলে, বাকী ১২টা মাথোন আৰংজীবৰ অধীনত জায়গীৰ হিচাবে ৰাখিলে। যি প্ৰদেশ তেওঁ সম্ৰাটক দিলে তাৰ বিনিময়ত বিজয়পুৰ ৰাজ্যৰ অধীনস্থ কেইখনমান প্ৰদেশ সম্ৰাটে শিৱজীক দান কৰিলে আৰু শিৱজীৰ আঠবছৰীয়া বালক শম্ভুজীয়ে পাঁচ হাজাৰীৰ মন্সবদাৰ পদ প্ৰাপ্ত হ'ল।

শিৱজীৰ সৈতে যুদ্ধ-সমাপ্তিৰ পিছত ৰাজা জয়সিংহই বিজয়পুৰৰ ৰাজ্য ধ্বংস কৰি সেই প্ৰদেশ দিল্লীশ্বৰৰ অধীনত আনিবলৈ যত্ন কৰিবলৈ ধৰিলে। শিৱজীৰ পিতাকে বিজয়পুৰৰ সৈতে শিৱজীৰ যি সন্ধি স্থাপন কৰিছিল, শিৱজীৰ বিপদকালত বিজয়পুৰৰ চুলতানে সন্ধি পাহৰি গৈ শিৱজীৰ ৰাজ্য আক্ৰমণ কৰিবলৈ সঙ্কুচিত হোৱা নাই। গতিকে শিৱজীয়ে এতিয়া জয়সিংহৰ পক্ষ অৱলম্বন কৰি বিজয়পুৰৰ চুলতান আলী আদিল শাহৰ সৈতে যুদ্ধ আৰম্ভ কৰিলে, আৰু নিজৰ মাউলী সৈন্যৰ দ্বাৰা বহুসংখ্যক দুৰ্গ হস্তগত কৰিলে।

জয়সিংহৰ সৈতে শিৱজীৰ সম্ভাৱ উত্তৰোত্তৰ বৃদ্ধি পাবলৈ ধৰিলে, আৰু পৰস্পৰৰ মাজত অতিশয় স্নেহ জন্মিল। উভয়ে

সদায় একেলগে থাকে, আৰু যুদ্ধত পৰস্পৰৰ সহায়তা কৰে। কোৱা অধিক যে, শিৱজীৰ এজন তৰুণ হাবিলদাৰ সদায় জয়সিংহৰ পুৰোহিতৰ ঘৰলৈ যায়। নাম কোৱাৰ জানো আৱশ্যক আছে ?

সৰল স্বভাৱৰ পুৰোহিত জনাৰ্দ্দনে ক্ৰমে ক্ৰমে ৰঘুনাথক পুত্ৰৱৎ দেখিবলৈ ধৰিলে, সদায় ঘৰলৈ মাতি আনিবলৈ আৰম্ভ কৰিলে। ৰঘুনাথেও অৱসৰ পালেই সেই সৰল স্বভাৱ পুৰোহিতৰ ঘৰলৈ আহে, তেওঁৰ পৰা ৰাজস্থানৰ বাতৰি পায়, ৰাজা জয়সিংহৰ কথা শুনে, স্বদেশৰ কথা শুনে। কেতিয়াবা কেতিয়াবা আকৌ মাজনিশালৈকে বহি যুদ্ধৰ কথা কয়, পৰ্ব্বত-দুৰ্গ আক্ৰমণৰ কথা, শত্ৰু-শিবিৰ আক্ৰমণৰ কথা, অৰণ্য বা গিৰিচূড়াত ভীষণ যুদ্ধৰ কথা বৰ্ণনা কৰে।

এইবোৰ কথা কওঁতে কওঁতে যোদ্ধাৰ নয়ন প্ৰজ্বলিত হৈ উঠে, মাত কঁপিবলৈ ধৰে, মুখমণ্ডল আৰক্ত হৈ উঠে।

বৃদ্ধ জনাৰ্দ্দনে সভয়ে যুদ্ধৰ বাতৰি শুনে, কাষৰ ঘৰত নীৰৱে বহি সৰযূবালাই সেই জ্বলন্ত কথাবোৰ শুনি থাকে, নীৰৱে অশ্ৰু-জল ত্যাগ কৰে, নীৰৱে ভগবানৰ ওচৰত সেই তৰুণ যোদ্ধাক ৰক্ষা কৰিবৰ বাবে প্ৰাৰ্থনা কৰে।

ৰাতি দুই পৰত কথা শেষ হ'ল, সৰযূবালাই আহাৰ আনি দিয়ে, যিমান পৰলৈ ৰঘুনাথে আহাৰ কৰে, সৰযূৱে নীৰৱে সেই দেৱমূৰ্ত্তিৰ পিনে চাই চাই তৃপ্তি লাভ নকৰে। খোৱাৰ পিছত যদি যোদ্ধাই মৃদুস্বৰে বিদায় মাগে, বা আন দুটা এটা কথা কয়, বেগমুখৰতী উদ্বিগ্না সৰযূবালাই তাৰ উত্তৰ দিব নোৱাৰে। লাজতে তেওঁৰ গাল দুখন আৰক্ত হৈ উঠে, চকুযুৰি মুদখাই যায়, ওৰণি টানি সৰযূ আঁতৰি যায়, সহচৰীৰ হতুৱাই উত্তৰ পঠিয়াই দিয়ে।

কিন্তু উত্তৰৰ আৱশ্যক কি ? সৰযূৰ নয়নৰ ভাষা ৰঘুনাথে বুজে, ৰঘুনাথৰ নয়নৰ ভাষা সৰযূৱে বুজে। উভয়ৰ জীৱন, মন, প্ৰাণ,

প্ৰথম প্ৰণয়ৰ অনিৰ্ব্বচনীয় আনন্দ লহৰীত প্লাবিত হৈছিল, উভয়ৰ হৃদয় প্ৰথম প্ৰণয়ৰ উদ্বেগত উৎক্ষিপ্ত হৈছিল।

অলপ দিনৰ ভিতৰত বিজয়পুৰৰ অধীনৰ ভালেমান দুৰ্গ হস্তগত কৰি শিৱজীয়ে অৱশেষত এটা অতিশয় দুৰ্গম পৰ্ব্বত দুৰ্গ লবলৈ মানস কৰিলে। তেওঁ কেতিয়া কোন দুৰ্গ আক্ৰমণ কৰিব, আগত কাকো তাৰ খবৰ নিদিয়ে, নিজৰ সৈন্যবোৰেও আগেয়ে অলপো জানিব নোৱাৰে। দিনৰ ভাগত সেই দুৰ্গৰ পৰা পাঁচ-ছয় ক্ৰোশ দূৰত জয়সিংহৰ শিবিৰৰ কাষতেই তেওঁৰ শিবিৰ আছিল, গধূলি এহেজাৰ মাউলী আৰু মহাৰাষ্ট্ৰীয় সেনাক প্ৰস্তুত হবলৈ কলে, এপৰ ৰাতি গভীৰ এন্ধাৰত প্ৰকাশ কৰিলে যে, ৰুদ্ৰমণ্ডল দুৰ্গ আক্ৰমণ কৰিব। নিশব্দেৰে সেই এহেজাৰ সেনাৰ সৈতে দুগৰ অভিমুখে গমন কৰিলে।

এন্ধাৰ ৰাতি নিশব্দে দুৰ্গতলত উপস্থিত হ'ল। চাৰিওপিনে সমভূমি, তাৰ মাজত এটা উচ্চ পৰ্ব্বত শৃঙ্গৰ ওপৰত ৰুদ্ৰমণ্ডল দুৰ্গ নিৰ্ম্মিত হৈছে। পৰ্ব্বতত উঠিবলৈ এটামাত্ৰ পথ আছে, এতিয়া যুদ্ধ কালত সেই পথ বন্ধ হৈছে। আন আন পিনে উঠা অতিশয় কষ্টসাধ্য, পথ নাই, কেৱল মাথোন হাবি আৰু শিলাৰাশিৰে পৰিপূৰ্ণ। শিৱজীয়ে সেই কঠোৰ দুৰ্গম ঠাইৰে সেনাসকলক পৰ্ব্বতত উঠিবলৈ আদেশ দিলে। তেওঁৰ মাউলী আৰু মহাৰাষ্ট্ৰীয় সেনা যেন পৰ্ব্বতীয়া মেকুৰীৰ দৰে গছত ধৰি পৰ্ব্বতৰ পৰা পৰ্ব্বতলৈ জাপ মাৰি মাৰি পৰ্ব্বতত উঠিবলৈ ধৰিলে। কোনো ঠাইত থিয়দি, কোনো ঠাইত বহি, ক'তো আকৌ গছৰ ডালত ধৰি ওলমি, কোনো ঠাইত লাফ দি সৈন্যসকল আগবাঢ়িবলৈ ধৰিলে। মহাৰাষ্ট্ৰীয় সেনাৰ বাহিৰে আৰু আন কোনো জাতীয় সৈন্যই এনেকৈ পৰ্ব্বত আৰোহণত সমৰ্থ হয়নে নহয় সন্দেহ।

আধা পথ উঠাৰ পিছত শিৱজীয়ে হঠাৎ দেখিলে, ওপৰত

দুৰ্গ-প্ৰাচীৰৰ ওপৰত কিছুমান জোঁৰৰ পোহৰ জ্বলি উঠিল। চিন্তাকুল হৈ অলপ থিয় হৈ ৰ'ল, শত্ৰুৱে জানো তেওঁৰ আগমনৰ কথা শুনিবলৈ পাইছে? নহলে প্ৰাচীৰৰ ওপৰত এনেকুৱা আলোক জ্বলিল কিয়? আলোকৰ কিৰণ দুৰ্গৰ তললৈকে আহি পৰিছে, যেন দুৰ্গবাসীসকলে শত্ৰুক বাট চায়েই এই জোঁৰ জ্বলাইছে, যেন অন্ধকাৰত আবৃত হৈ কোনেও দুৰ্গ আক্ৰমণ কৰিব নোৱাৰে। শিৱজীয়ে নিজৰ সৈন্যসকলক আৰু সতৰ্কভাবে গছ আৰু শৈলৰাশিৰ মাজেৰে গৈ ধীৰে ধীৰে আৰোহণ কৰিবলৈ আদেশ দিলে। নিশব্দেৰে মহাৰাষ্ট্ৰীয়সকলে সেই পৰ্ব্বতত আৰোহণ কৰিবলৈ ধৰিলে, যত ডাঙৰ গছ, য'ত জোপাবন, য'ত শৈলৰাশি, সেই সেই ঠাইৰে বুকেৰে চোঁচৰি উঠিবলৈ ধৰিলে। শব্দ মাত্ৰ নাই, এন্ধাৰত নিশব্দে শিৱজীয়ে সেই পৰ্ব্বতত উঠিবলৈ ধৰিলে।

অলপ পিছত মহাৰাষ্ট্ৰীয় সকলে এখন পৰিষ্কাৰ ঠাইত আহি উপস্থিত হ'ল, ওপৰৰ পৰা আলোক আহি তাত স্পষ্টৰূপে পতিত হৈছে, সেই ঠাইৰে সৈন্য গলে ওপৰৰ পৰা দেখা পোৱাৰ অতি সম্ভাবনা। শিৱজী আকৌ থিয় হ'ল, গছৰ আঁৰত ঠিয় হৈ ইফালে সিফালে চাবলৈ ধৰিলে। সমুখত দেখিলে প্ৰায় এশ হাত পৰিমাণ ঠাইত গছ-লতা একো নাই, তাৰ পিছত আকৌ গছৰ শাৰী। এই এশ হাত কেনেকৈ যোৱা যাব? কাষত দেখিলে যোৱাৰ কোনো উপায় নাই, তলৰ পিনে দেখিলে, বহু দূৰলৈ আহিছে, আকৌ তললৈ গৈ আন পথ অৱলম্বন কৰিলে দুৰ্গলৈ অহাৰ আগেয়ে ৰাতি পুৱাই যাব। শিৱজী অলপ সময় নিশব্দে ঠিয় হৈ ৰল, পিছত বাল্যকালৰ সুহৃদ বিশ্বাসী মাউলী যোদ্ধা তন্নজী-মালশ্ৰীক মতাই আনিলে, দুজনে সেই বৃক্ষৰ আঁৰত থিয় হৈ অলপ পৰ অতি মৃদুস্বৰে পৰামৰ্শ কৰিবলৈ ধৰিলে। অলপ পিছত তন্নজী গুচি গ'লত শিৱজীয়ে বাট চাবলৈ ধৰিলে, তেওঁৰ সকলো সৈন্যই নিশব্দে বাটচাই ৰ'ল।

আধাদণ্ডৰ ভিতৰত তন্নজী উভতি আহিল। শিৱজীৰ কাষলৈ আহি অতি মৃদু স্বৰে কি যেন কলে, শিৱজীয়ে খন্তেক চিন্তা কৰি কলে,—"সেইটোৱেই হওক, আন উপায় নাই।"

বৰষুণৰ পানী পৰি এঠাইত খহি গৈ আৰু ক্ষতবিক্ষত হৈ এটা প্ৰণালীৰ দৰে হৈছিল। দুকাষ ওখ, মাজখিনি গভীৰ, সেই প্ৰণালীৰে বুকুৰে চুঁচৰি-বাগৰি গলে সম্ভৱতঃ দুকাষে পাৰ থকাত শত্ৰুৱে দেখা নেপাব, এই পৰামৰ্শ স্থিৰ হ'ল। সকলো সৈন্যই ধীৰে ধীৰে সেই প্ৰণালীৰ মাজেৰে পৰ্ব্বতত উঠিবলৈ ধৰিলে। শ শ শিলৰ ওপৰেদি নিস্তব্ধ নিশাৰ এন্ধাৰ ভেদ কৰি সহস্ৰসেনাই নিঃশব্দেৰে পৰ্ব্বতত আৰোহণ কৰিবলৈ ধৰিলে। অচিৰেই ওপৰৰ বৃক্ষশ্ৰেণীৰ মাজত সোমালগৈ, শিৱজীয়ে মনে মনে ভৱানীক ধন্যবাদ দিলে।

হঠাৎ তেওঁৰ কাষৰ এজন সেনা বাগৰি পৰিল, শিৱজীয়ে দেখিলে তাৰ বুকুত কাঁড় লাগিছে! আৰু এপাট কাঁড়, আৰু এপাট, আৰু বহু কাঁড়! শত্ৰুবোৰ জাগৰিত হৈছে, শিৱজীৰ সৈন্য প্ৰণালীৰে উঠিবৰ সময়ত সিহঁতে দেখা পাইছে, আৰু সেইকালে কাঁড় নিক্ষেপ কৰিছে।

শিৱজীৰ সকলো সৈন্য গছৰ আঁৰত থিয় হ'ল, কাঁড় নিক্ষেপ বন্ধ হ'ল, কিন্তু শিৱজীয়ে বুজিলে যে শত্ৰুৱে তেওঁৰ আগমন জানিব পাৰিছে। তেওঁ দুৰ্গৰ পিনে চাই দেখিলে, এতিয়া বহুত জোঁৰ জ্বলিছে, সময়ে সময়ে প্ৰহৰীসকলে ইকালে সিকালে ঘূৰি ফুৰিছে। তেতিয়া তেওঁ দুৰ্গৰ প্ৰাচীৰৰ পৰা মাথোন পঞ্চাশ হাত দূৰত। বুজিলে—সৈন্যবোৰ সতৰ্ক হৈছে, ভীষণ যুদ্ধৰ বাহিৰে আজি দুৰ্গ হস্তগত নহব।

শিৱজীৰ চিৰ সহচৰ তন্নজীয়ে এইবোৰ দেখিলে; লাহে লাহে কলে—ৰজা, এতিয়াও নামি যোৱাৰ সময় আছে, আজি দুৰ্গ হস্তগত নহয়, কাইলৈ হ'ব, কিন্তু আজি চেষ্টা কৰিলে সকলোৰে বিনাশ হোৱাৰ সম্ভাৱনা।

শিৱজীয়ে গম্ভীৰ সুৰে কলে,—"জয়সিংহৰ ওচৰত যি কৈ আহিছো তাকে কৰিম, আজি কদ্ৰমণ্ডল লম নাইবা এই যুদ্ধত প্ৰাণত্যাগ কৰিম।"

শিৱজীয়ে সেই বৃক্ষশ্ৰেণীৰ ভিতৰেদি আগুৱাবলৈ ধৰিলে। শত্ৰুক ভুলাবলৈ এশ সৈন্যক দুৰ্গৰ আনফালে গৈ গোলমাল কৰিবলৈ আদেশ দিলে। অলপ পিছত দুৰ্গৰ আনফালে বন্দুকৰ শব্দ শুনা গ'ল, সেই ফালৰ পৰা শিৱজীয়ে দুৰ্গ আক্ৰমণ কৰিছে বুলি দুৰ্গৰ প্ৰহৰী আৰু সৈন্যবোৰ সেইফাললৈ গ'ল, ইপিনে প্ৰাচীৰৰ ওপৰত যি আলোক জ্বলিছিল সি নুমাই গ'ল। তেতিয়া শিৱজীয়ে কলে,—"মহাৰাষ্ট্ৰীয়সকল, এশ যুদ্ধত তোমালোকে আপোন বিক্ৰমৰ পৰিচয় দিছা, শিৱজীৰ নাম ৰাখিছা, আজি আৰু এবাৰ সেই পৰিচয় দিয়া। তন্নজী! বাল্যকাল্যৰ সৌহৃদ্যৰ পৰিচয় আজি প্ৰদান কৰা।"

প্ৰভুৰ কথাত সকলোৰে হিয়া সাহসেৰে পৰিপূৰ্ণ হ'ল, নিঃশব্দেৰে সেই গভীৰ এন্ধাৰত সকলোৱে আগবাঢ়ি গ'ল, সোনকালে দুৰ্গপ্ৰাচীৰৰ কাষত উপস্থিত হ'ল। ৰাতি দুপৰ পাৰ হৈ গৈছে, আকাশত পোহৰ নাই, জগতত শব্দ নাই, কেৱল মাথোন বৈ বৈ নৈশ বায়ু সেই পৰ্ব্বতৰ বৃক্ষৰাজিৰ ভিতৰেদি সো-সোৱাই বৈ যাব ধৰিছে।

কদ্ৰমণ্ডলৰ প্ৰাচীৰৰ পৰা শিৱজী বিশ হাত দূৰত আছে, এনে সময়ত দেখিলে প্ৰাচীৰৰ ওপৰত এজন প্ৰহৰী, গছৰ মাজৰ শব্দ শুনি প্ৰহৰী পুনৰাই এইফালে আহিছে। এজন মাউলীয়ে নিঃশব্দেৰে এপাট কাঁড় নিক্ষেপ কৰিলে, হতভাগ্য প্ৰহৰীৰ মৃত শৰীৰ প্ৰাচীৰৰ বাহিৰত পৰি গ'ল।

সেই শব্দ শুনি আৰু এজন, দুজন, দহজন, এশজন, ক্ৰমে ক্ৰমে দুই তিন শ সৈনিক প্ৰাচীৰৰ ওপৰত আৰু তলত গোট খালে। শিৱজীয়ে খঙত দাঁত কামুৰি ধৰিলে, আৰু লুকাই থকাৰ উপায় নেদেখিলে, সৈন্যক আগবাঢ়িবলৈ আদেশ দিলে।

তৎক্ষণাৎ মহাৰাষ্ট্ৰীয়সকলৰ “হৰ হৰ মহাদেও” যুদ্ধনাদ আকাশত বিয়পি পৰিল, এদল সৈন্যই প্ৰাচীৰ লঙ্ঘন কৰিবলৈ দৌৰি গ’ল, আৰু এদলে গছৰ মাজত থাকিয়েই ক্ষিপ্ৰহস্তে প্ৰাচীৰ-আৰোহী মুছলমানসকলক কাঁড়েৰে বিন্ধিবলৈ ধৰিলে। মুছলমানসকলেও শত্ৰুৰ আগমনত অলপো ভীত নহৈ “আল্লাহু আকবৰ” শব্দেৰে আকাশ আৰু পৃথিৱী কঁপাই তুলিলে, কোনোৱে প্ৰাচীৰৰ ওপৰৰ পৰা কাঁড় নিক্ষেপ কৰিব ধৰিলে, কোনোৱে আকৌ উৎসাহেৰে পৰিপূৰ্ণ হৈ প্ৰাচীৰৰ পৰা গছৰ মাজত মহাৰাষ্ট্ৰীয়সকলৰ ওপৰত জপিয়াই পৰিল।

লগে লগে সেই প্ৰাচীৰৰ তলত আৰু গছৰ মাজত যুদ্ধ আৰম্ভ হ’ল। প্ৰাচীৰৰ তলত থকা মুছলমানবোৰে বৰ্শা চলাই আক্ৰমণকাৰীসকলক নিহত কৰিবলৈ ধৰিলে। তেওঁলোকেও অব্যৰ্থ কাঁড় সঞ্চালনত মুছলমানসকলক বিনাশ কৰিবলৈ ধৰিলে। ৰাশি ৰাশি মৃত দেহেৰে প্ৰাচীৰৰ কাষ পৰিপূৰ্ণ হ’ল, যোদ্ধাসকলে সেই মৃতদেহৰ ওপৰত থিয় হৈ খড়্গ বা বৰ্শা চালনা কৰিবলৈ ধৰিলে। শ’ শ’ মুছলমান বৃক্ষৰ ভিতৰলৈকে আহিছিল, শিৱজীৰ মাউলীসকলে একেবাৰে বাঘৰ দৰে জপিয়াই সিহঁতক আক্ৰমণ কৰিলে। প্ৰবল প্ৰতাপ আফগানসকলো যুদ্ধত অপটু নহয়, তেজৰ নদী সেই পৰ্ব্বতেৰে ববলৈ ধৰিলে। গছৰ আঁৰত, জোপৰ ভিতৰত, শিলাৰাশিৰ কাষত শ’ শ’ মহাৰাষ্ট্ৰীয় থিয় হৈ অব্যৰ্থ কাঁড় সন্ধান কৰিবলৈ ধৰিলে। গছৰ পাত আৰু গছৰ ডালৰ মাজেদি সেই অবাৰিত কাঁড় শ্ৰেণীয়ে মুছলমানৰ সংখ্যা ক্ষীণতৰ কৰিবলৈ ধৰিলে।

হঠাৎ এইবোৰ শব্দক তল পেলাই প্ৰাচীৰৰ পৰা “শিৱজীকি জয়” এইৰূপ বজ্ৰনাদ উত্থিত হ’ল, মুহূৰ্ত্তৰ কাৰণে সকলোৱে সেই পিনে চালে। দেখা পালে শত্ৰু সৈন্য ভেদ কৰি, ৰক্তাপ্লুত বৰ্শাৰ ওপৰত ভৰ দি এজন ৰাজপুত যোদ্ধাই একেজাপে কক্ষমণ্ডলৰ

প্ৰাচীৰৰ ওপৰত উঠিছে। তাত পাঠানসকলৰ পতাকা পদাঘাতেৰে পেলাই দিছে, পতাকাধাৰী প্ৰহৰীক খড়্গাঘাতেৰে হত কৰিছে, প্ৰাচীৰৰ ওপৰত থিয় হৈ সেই অপূৰ্ব্ব যোদ্ধাই বজ্ৰনাদেৰে "শিৱজীকি জয়" শব্দ কৰিছে। সেই যোদ্ধা ৰঘুনাথজী হাবিলদাৰ।

হিন্দু আৰু মুছলমান একমুহূৰ্ত্তৰ বাবে যুদ্ধত ক্ষান্ত হৈ বিস্ময়ত উৎফুল্ল নয়নেৰে তাৰকাৰ পোহৰত সেই দীৰ্ঘমূৰ্ত্তিৰ পিনে দৃষ্টি কৰিলে। যোদ্ধাৰ লোহনিৰ্ম্মিত শিৰস্ত্ৰাণ তৰাৰ পোহৰত চিক্‌মিক্ কৰিছে, হাত আৰু বাহুদুটা তেজেৰে ৰাঙলী, বিশাল বুকুৰ ওপৰত দুপাট এপাট কাঁড় লাগি আছে। দীঘল হাতত তেজেৰে ৰঙা দীঘল বৰ্শা, উজ্জ্বল নয়ন কোকোঁৰা চুলিৰে আগুৰা। জাহাজ বা নাৱৰ আগত তৰঙ্গৰাশিৰ দৰে শত্ৰুৰে এই যোদ্ধাৰ দুকাষে মুহূৰ্ত্তৰ কাৰণে সচকিত হৈ আঁতৰি গ'ল, মুহূৰ্ত্তৰ বাবে বোধ হ'ল যেন স্বয়ং ৰণদেৱ দীঘল বৰ্শা ধাৰণ কৰি আকাশৰ পৰা প্ৰাচীৰৰ ওপৰত অৱতীৰ্ণ হৈছে।

ক্ষন্তেক মাত্ৰ সময় সকলোৰে নিস্তব্ধ হৈ ৰল, পিছত আফগানসকলে শত্ৰু-প্ৰাচীৰত উঠা দেখি চাৰিওপিনৰ পৰা বেগেৰে আহিবলৈ ধৰিলে, ৰঘুনাথক চাৰিওপিনে শত্ৰুবোৰে ক'লা মেঘৰ দৰে আহি আগুৰি ধৰিছে। ৰঘুনাথ খড়্গ আৰু বৰ্শা চালনত অদ্বিতীয়, কিন্তু শত লোকৰ সৈতে যুদ্ধ অসম্ভৱ, ৰঘুনাথৰ জীৱন সংশয়।

তেতিয়া মাউলীসকলে ৰঘুনাথৰ বিক্ৰম দেখি উৎসাহিত হৈ সেই প্ৰাচীৰৰ ফালে দৌৰি গ'ল, বাঘৰ দৰে কৈ জাপ মাৰি প্ৰাচীৰত উঠিল, ৰঘুনাথক চাৰিওকালে আঁগুৰি যুদ্ধ কৰিবলৈ ধৰিলে। দহ, পঞ্চাশ, দুই তিনি শ জন সেই প্ৰাচীৰৰ ওপৰত বা দুকাষত আহি লগ লাগিল, ছুৰিকা আৰু খড়্গাঘাতে পাঠান-সকলৰ শাৰী ছিন্ন ভিন্ন কৰি বাট মুকলি কৰিলে, মহানাদেৰে দুৰ্গ পৰিপূৰ্ণ কৰিলে। সহস্ৰ মহাৰাষ্ট্ৰীয়ৰ সৈতে দুই তিন শ পাঠানৰ যুদ্ধ কৰা সম্ভৱ নহয়, সিহঁতে মহাৰাষ্ট্ৰীয়ৰ গতিৰোধ কৰিব নোৱাৰিলে।

তেতিয়া শিৱজী আৰু তন্নজী প্ৰাচীৰৰ পৰা জাপ মাৰি দুৰ্গৰ ভিতৰৰ পিনে দৌৰিছে; সৈন্যসকলে বুজিলে, আৰু এই ঠাইত যুদ্ধৰ আৱশ্যক নাই, সকলোৱে প্ৰভুৰ পাছে পাছে দুৰ্গৰ ভিতৰলৈ দৌৰি গ'ল।

শিৱজীয়ে বিদ্যুৎগতিত কিল্লাদাৰৰ প্ৰাসাদত উপস্থিত হ'ল, সেই প্ৰাসাদ অতিশয় কঠিন আৰু সুৰক্ষিত। শিৱজীৰ আদেশ অনুসাৰে মহাৰাষ্ট্ৰীয়সকলে সেই প্ৰাসাদ আগুৰি ধৰিলে আৰু বাহিৰৰ প্ৰহৰীসকলক নিহত কৰিলে। শিৱজীয়ে তেতিয়া বজ্ৰনাদেৰে কিল্লাদাৰক কলে,—"দুৱাৰ খুলি দিয়া, নহলে প্ৰাসাদ দাহ কৰিম।" নিৰ্ভীক পাঠানে উত্তৰ দিলে,—"জুইত পুৰি মৰিম, কিন্তু কাফেৰৰ সমুখত দুৱাৰ খুলি নিদিম।"

ততালিকে মহাৰাষ্ট্ৰীয়সকলে জোঁৰ আনি দুৱাৰত আৰু খিৰিকীত জুই লগাই দিলে। ওপৰৰ পৰা কিল্লাদাৰ আৰু তেওঁৰ সঙ্গীসকলে কাঁড় নিক্ষেপ কৰি প্ৰাসাদত অগ্নিদান নিবাৰণ কৰিবৰ চেষ্টা কৰিলে। অনেক মহাৰাষ্ট্ৰীয় জোঁৰ হাতত লৈ ভূতলশায়ী হ'ল, কিন্তু জুই জ্বলিল।

প্ৰথমে দুৱাৰ, খিৰিকী, পিছত চালৰ কাঠ, পিছত সেই বিস্তীৰ্ণ প্ৰাসাদ সমস্ত জুইত জ্বলি উঠিল। সেই প্ৰচণ্ড আলোক ভীষণ শব্দেৰে আকাশত উত্থিত হ'ল, আৰু নিশাৰ এন্ধাৰক আলোকময় কৰি তুলিলে। বহুদূৰলৈ পৰ্ব্বত আৰু উপত্যকাৰ পৰা সেই পোহৰ দেখা পোৱা গ'ল, সেই দাহৰ শব্দ শুনা গ'ল, সকলোৱে জানিলে শিৱজীৰ দুৰ্দ্দমনীয় আৰু অপ্ৰতিহত সেনাই মুছলমান দুৰ্গ জয় কৰিছে।

বীৰৰ যি সাধ্য, পাঠান কিল্লাদাৰ ৰহমৎ খাঁই তাকে কৰিছিল, এতিয়া বীৰৰ দৰে মৰিবলৈ বাকী আছিল। যেতিয়া ঘৰ জুইৰে পৰিপূৰ্ণ হ'ল, ৰহমৎ খাঁ আৰু সঙ্গীসকলে জাপ দি ছাদৰ পৰা তলত অৱতৰণ কৰিলে। একো একোজনে একো একোজন মহাবীৰৰ দৰে

খড়গচালনা কৰিবলৈ ধৰিলে, সেই খড়গচালনাত বহু মহাৰাষ্ট্ৰীয় হত হ'ল।

সকলোৱে সেই মুছলমানসকলক আগুৰি ধৰিলে, সিহঁত শত্ৰুৰ মাজত এটা এটাকৈ হত হবলৈ ধৰিলে। এজন, দুজন, দহজন হত হ'ল, ৰহমৎ খাঁ আহত আৰু ক্ষীণ, কিন্তু তেতিয়াও সিংহপৰাক্ৰমেৰে যুদ্ধ কৰিছে। মহাৰাষ্ট্ৰীয়সকলে তেওঁক চাৰিওফালে আগুৰি ধৰিছে। খড়গ চাৰিওফালে উত্তোলিত হৈছে, তেওঁৰ জীৱনৰ আশা নাই, এনে সময়ত উচ্চৈঃস্বৰে শিৱজীৰ আদেশ শুনা গ'ল,—"কিল্লাদাৰক বন্দী কৰা, বীৰৰ প্ৰাণ সংহাৰ নকৰিবা।" ক্ষীণ আহত আফগানৰ হাতৰ পৰা শিৱজীৰ সেনাসকলে খড়্গ কাঢ়ি ললে, তেওঁৰ হাত বান্ধি বন্দী কৰি ৰাখিলে।

মহাৰাষ্ট্ৰীয়সকলে প্ৰাসাদৰ জুই লুমাব লাগিছে, এনে সময়ত শিৱজীয়ে দেখিলে, দুৰ্গৰ আনফালে কৃষ্ণবৰ্ণ মেঘৰ দৰে প্ৰায় পাঁচশ আফগান সৈন্য সজ্জিত হৈ পৰ্ব্বতত উঠিছে। শিৱজীয়ে দুৰ্গ-প্ৰাচীৰ আক্ৰমণ কৰাৰ আগেয়ে যি এশ সৈন্যক দুৰ্গৰ আনফালে পঠিয়াইছিল, সিহঁতে গোলমাল কৰা বাবে দুৰ্গৰ অধিকাংশ সেনা সেই পিনে গৈছিল। চতুৰ মহাৰাষ্ট্ৰীয়সকলে ক্ষন্তেক গছৰ আঁৰৰ পৰা যুদ্ধ কৰি ক্ৰমে ক্ৰমে পলাবলৈ ধৰিলে, তাতে মুছলমানসকলে উৎসাহিত হৈ পৰ্ব্বতৰ সেই এশ মহাৰাষ্ট্ৰীয়ৰ পাছে পাছে দৌৰিলে, আনপিনে শিৱজীয়ে আক্ৰমণ কৰি যে দুৰ্গ হস্তগত কৰিছিল, তাক সিহঁতে একোকেই জানিব পৰা নাই।

পিছত যেতিয়া প্ৰাসাদৰ পোহৰত পথাৰ, গাওঁ, পৰ্ব্বত আৰু উপত্যকা উদ্দীপ্ত হৈ উঠিল, তেতিয়া সেই অধিকাংশ মুছলমানে নিজৰ ভ্ৰম জানিব পাৰি পুনৰাই দুৰ্গত আৰোহণ কৰি শত্ৰু বিনাশ কৰিবলৈ কৃতসঙ্কল্প হ'ল। শিৱজীয়ে অলপ সংখ্যক সেনাক পৰাস্ত কৰি দুৰ্গজয় কৰিছিল, এতিয়া দেখিলে, পাঁচশ যোদ্ধাই দ্ৰুতবেগেৰে সেই পৰ্ব্বত দুৰ্গত আৰোহণ কৰিছে। দেখি তেওঁৰ মুখ গম্ভীৰ হ'ল।

সুতীক্ষ্ণ নয়নে দেখিলে,—দুৰ্গৰ ভিতৰত কিল্লাদাৰৰ প্ৰাসাদেই আটাইতকৈ দুৰ্গম ঠাই। চাৰিওপিনে শিলাময় প্ৰাচীৰ, জুইত সেই প্ৰাচীৰৰ অলপো অনিষ্ট হোৱা নাই। প্ৰাসাদৰ দুৱাৰ আৰু খিৰিকী পুৰি গৈছে, ক'তোবা ঘৰ পৰি শিল স্তুপাকাৰ হৈছে। তীক্ষ্ণনয়ন শিৱজীয়ে মুহূৰ্ত্তৰ ভিতৰতে দেখিলে বেছি সৈন্যৰ সৈতে যুদ্ধ কৰিবৰ কাৰণে ইয়াতকৈ উৎকৃষ্টতৰ ঠাই আৰু নাই।

ক্ষন্তেকতে মনতে সকলো থিৰ কৰিলে। তন্নজী আৰু দু'শ সেনাক সেই প্ৰাসাদত ৰাখিলে, প্ৰাচীৰৰ কাষত তীৰন্দাজ ৰাখিলে, দুৱাৰ আৰু খিৰিকীৰ কাষতো তীৰন্দাজ সন্নিবিষ্ট কৰিলে, ছাদৰ ওপৰত বৰ্শাধাৰী যোদ্ধাসকলক ৰাখিলে। কোনো ঠাইত শিল পৰিষ্কাৰ কৰিলে ক'তোবা বহু শিল একত্ৰ কৰিলে, মুহূৰ্ত্তৰ ভিতৰতে সকলো প্ৰস্তুত হ'ল। তেতিয়া হাঁহি মাৰি তন্নজীক কলে,—"তন্নজী, শত্ৰুৱে যদি এই প্ৰাসাদ আক্ৰমণ কৰে, তুমি ইয়াক ৰক্ষা কৰিব পাৰিবা। কিন্তু শত্ৰুক এই ঠাইলৈ আহিবলৈ দিয়াৰ আগতে বোধহয় পৰাস্ত কৰিব পৰা যাব, সিহঁতে এতিয়াও পৰ্ব্বতত আৰোহণ কৰিবলৈ ধৰিছে, এই সময়তে আক্ৰমণ কৰা উচিত। তন্নজী, দু'শ সৈন্যৰ সৈতে এই ঠাইত থাকা, মই এবাৰ উদ্যোগ কৰি চাওঁ।"

তন্নজী। তন্নজী ইয়াত নেথাকে, এজন মহাৰাষ্ট্ৰীয় সেনাও ইয়াত নেথাকিব! ক্ষত্ৰিয়ৰাজ! আপুনি এই প্ৰাসাদ ৰক্ষা কৰক, সকলো শৃঙ্খলা কৰক। আগন্তুক শত্ৰুসমূহক খেদি দিবলৈ আপোনাৰ ভৃত্যসকল জানো সক্ষম নহয়?

শিৱজীয়ে অলপ হাঁহি কলে,—"তন্নজী! তোমাৰ কথাই ঠিক! মই সমুখত শত্ৰু দেখি যুদ্ধলোলুপ হৈ পৰিছিলো, কিন্তু তোমাৰ পৰামৰ্শই উৎকৃষ্ট, এই ঠাইতেই মোৰ থকা কৰ্ত্তব্য। মোৰ হাবিলদাৰসকলৰ মাজত কোনে দু'শ মাত্ৰ সেনা লৈ এই আফগান-সকলক অন্ধকাৰত হঠাৎ আক্ৰমণ কৰি পৰাস্ত কৰিব পাৰিব?"

পাঁচ, সাত, দহজন হাবিলদাৰে একেবাৰে একেলগে থিয় হৈ গোলমাল আৰম্ভ কৰিলে। ৰঘুনাথ তেওঁলোকৰ একাষত থিয় হ'ল, কিন্তু কথা নকলে, নিঃশব্দে মাটিৰ পিনে চাই থাকিল।

শিৱজীয়ে লাহে লাহে সকলোৰে পিনে চাই, পিছত ৰঘুনাথক দেখি কলে,—"হাবিলদাৰ! তুমি এওঁলোকৰ মাজত সকলোতকৈ সৰু, কিন্তু সৌ বাহুত তুমি অসুৰবীৰ্য্য ধাৰণ কৰা, আজি তোমাৰ বিক্ৰম দেখি পৰিতুষ্ট হৈছো। ৰঘুনাথ! তুমিয়েই আজি দুৰ্গবিজয় আৰম্ভ কৰিছা, তুমিয়েই শেষ কৰা।"

ৰঘুনাথে নিঃশব্দে ভূমিত মূৰ দোঁৱাই দু'শ সেনাৰ সৈতে বিজুলীগতিত চকুৰ আঁতৰলৈ গুচি গ'ল। শিৱজীয়ে তন্নজীৰ পিনে চাই কলে,—"এই হাবিলদাৰ ৰাজপুত জাতীয়, এওঁৰ মুখমণ্ডল আৰু আচৰণ দেখিলে কোনো উন্নত বীৰবংশোদ্ভৱ বুলি ভাব হয়। কিন্তু হাবিলদাৰে কেতিয়াও বংশৰ বিষয়ে এটা কথাও নকয়, নিজৰ অসাধাৰণ সাহস সম্বন্ধে এটা গৰ্ব্বিত বাক্যও উচ্চাৰণ নকৰে। এদিন পুণাত ৰঘুনাথে মোৰ প্ৰাণৰক্ষা কৰিছিল, আজি ৰঘুনাথেই দুৰ্গ-বিজয়ত আগ বাঢ়িছিল। মই এতিয়ালৈকে কোনো পুৰস্কাৰ দিয়া নাই, কাইলৈ ৰাজসভাত ৰাজা জয়সিংহৰ সমুখত ৰাজপুত হাবিলদাৰক উচিত পুৰস্কাৰ দিম।"

ৰঘুনাথজীয়ে যি কাৰ্য্যৰ ভাৰ ললে, তাক সম্পন্ন কৰিলে। আফগানসকলে এতিয়াও পৰ্ব্বতত উঠিছে, এনে সময়ত প্ৰাচীৰৰ ওপৰৰ পৰা মহাৰাষ্ট্ৰীয় সকলে বৰ্শা নিক্ষেপ কৰিলে, পিছত "হৰ হৰ মহাদেও" ভীষননাদে যুদ্ধৰ উপক্ৰম কৰিলে। সেই যুদ্ধ নহল। প্ৰাচীৰৰ ওপৰত জোঁৰৰ পোহৰত অসংখ্য শত্ৰু দেখি আফগান-সকলে দুৰ্গ উদ্ধাৰ কৰা দুঃসাধ্য বুলি জানি পুনৰাই পৰ্ব্বতত অৱতৰণ কৰি পলাল। মাউলীসকলে পাছে পাছে খেদি গ'ল, উন্মত্ত মাউলীসকলৰ অবাৰিত ছুৰিকা আৰু খড়্গাঘাতত আফগানসকল নিপাতিত হ'বলৈ ধৰিলে।

ৰঘুনাথে তেতিয়া উচ্চৈঃস্বৰে আদেশ দিলে,—“পলাতকক যাবলৈ দিয়া, হত্যা নকৰিবা, শিৱজীৰ আদেশ পালন কৰা।” যুদ্ধ শেষ হ'ল, আফগানসকলে পৰ্ব্বতৰ পৰা নামি পলাল।

তেতিয়া ৰঘুনাথে দুৰ্গৰ প্ৰাচীৰৰ ঠায়ে ঠায়ে প্ৰহৰী স্থাপন কৰিলে, গোলা-বাৰুদ আৰু অস্ত্ৰ শস্ত্ৰৰ ঘৰত নিজৰ প্ৰহৰী নিযুক্ত কৰিলে, দুৰ্গৰ সকলো ঘৰ, সকলো ঠাই হস্তগত কৰি সুবন্ধাৰ আদেশ দি শিৱজীৰ ওচৰলৈ গৈ মুৰ দোঁৱাই সকলো সমাচাৰ নিবেদন কৰিলে।

যেতিয়া উষাৰ ৰক্তিম আভা পূৱফালে দেখা পোৱা গ'ল, প্ৰাতঃকালৰ সুমন্দ শীতল বায়ু ববলৈ ধৰিলে, তেতিয়া সমস্ত দুৰ্গ শব্দশূন্য নিস্তব্ধ হ'ল। যেন এই সুন্দৰ শান্ত পাদপশ্ৰেণীমণ্ডিত পৰ্ব্বত-শিখৰ যোগী-ঋষিৰ আশ্ৰম, যেন যুদ্ধৰ পৈশাচিক ৰৱ কেতিয়াও এই ঠাইত শ্ৰুত হোৱা নাই।

# ষোড়শ পৰিচ্ছেদ

## বিজেতাৰ পুৰস্কাৰ

ছিন্ন তুষাৰৰ দৰে বাল্যবাঞ্ছা দূৰে যায়
তাপদগ্ধ জীৱনৰ ধুমুহা কোবত।
পৰি ৰয় সুদূৰৰ যত জীৰ্ণ অভিলাষ
ছিন্ন পতাকাৰ দৰে দুৰ্গ প্ৰাকাৰত॥

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায়।

পিছদিনা আবেলি সেই দুৰ্গৰ ওপৰত অপৰূপ সভা আহূত হ'ল, ৰৌপ্য বিনিৰ্ম্মিত চাৰিটা স্তম্ভৰ ওপৰত ৰঙা বৰণৰ, চন্দ্ৰাতপ, তলতো ৰঙা বৰণীয়া কাপোৰেৰে সুসজ্জিত ৰাজগদিৰ ওপৰত ৰাজা জয়সিংহ আৰু ৰাজা শিৱজী উপবেশন কৰিছে, চাৰিওকাষে সৈন্যসকলে বন্দুক লৈ শ্ৰেণীবদ্ধ হৈ থিয় দি আছে। সেই বন্দুকৰ কিৰীচৰ পৰা ৰঙাবৰণৰ পতাকা আবেলিৰ বায়ু-হিল্লোলত নাচি উঠিছে। চাৰিওপিনে শ' শ' মানুহে দিল্লীশ্বৰৰ, জয়সিংহৰ আৰু শিৱজীৰ জয়নাদ কৰিব লাগিছে।

জয়সিংহই সহাস্য বদনে শিৱজীক কলে,—"আপুনি দিল্লীশ্বৰৰ পক্ষ অৱলম্বন কৰি তেওঁৰ সোঁহাত স্বৰূপ হৈছে। এই উপকাৰ দিল্লীশ্বৰে কেতিয়াও পাহৰিব নোৱাৰে, আপোনাৰ সকলো চেষ্টাৰে জয় হৈছে।"

শিৱজী। য'ত জয়সিংহ তাতেই জয়।

জয়সিংহ। বোধকৰোঁ আমি সোনকালেই বিজয়পুৰ হস্তগত কৰিব পাৰিম, আপুনি এৰাতিৰ ভিতৰতে এই দুৰ্গ অধিকাৰ কৰিব, সেইটো মই কেতিয়াও আশা কৰা নাছিলো।

শিৱজী। মহাৰাজ, বাল্যকালৰ পৰা দুৰ্গবিজয় শিক্ষা কৰিছো, তথাপি যেনে সহজতে দুৰ্গ লম বুলি বিবেচনা কৰিছিলো, তেনেকৈ পৰা নাই।

জয়সিংহ। কিয় ?

শিৱজী। মুছলমানসকলক সুপ্ত পাম বুলি ভাবিছিলো। দেখিলো সকলোৱে জাগ্ৰত আৰু সজ্জিত। আগেয়ে দুৰ্গ জয় কৰোঁতে কেতিয়াও মোৰ ইমান সৈন্য হত হোৱা নাই।

জয়সিংহ। বোধকৰোঁ এই সময় যুদ্ধৰ সময় বুলিয়ে ৰাতি সদায় শস্ত্ৰইঁত সজ্জিত হৈ থাকে।

শিৱজী। সঁচা, কিন্তু ইমান দুৰ্গজয় কৰিছো, ক'তো সৈন্য-সকলক এনেকুৱা প্ৰস্তুত দেখা নাই।

জয়সিংহ। শিক্ষা পাই ক্ৰমে ক্ৰমে সতৰ্ক হৈ উঠিছে। কিন্তু সতৰ্কই থাকক বা অসতৰ্কই থাকক, ৰাজা শিৱজীৰ গতিৰোধ কৰা অসাধ্য, শিৱজীৰ জয় অনিবাৰ্য্য।

শিৱজী। মহাৰাজৰ অনুগ্ৰহত দুৰ্গ জয় হৈছে সঁচা, কিন্তু যোৱা নিশাৰ ক্ষতি জীৱনত পূৰ্ণ নহব। হেজাৰ আক্ৰমণকাৰীৰ ভিতৰত দুই তিনিশ জনক মই আৰু এই জীৱনত দেখা নেপাম, সেইৰূপ দৃঢ়প্ৰতিজ্ঞ বিশ্বস্ত সেনা বোধকৰোঁ আৰু নেপাম।

শিৱজী ক্ষন্তেক শোকাকুল হৈ ৰ'ল ; পিছত বন্দীসকলক আনিবলৈ আদেশ দিলে।

ৰহমৎ খাঁৰ অধীনত হেজাৰ সেনাই সেই দুৰ্গম দুৰ্গ ৰক্ষা কৰিছিল, যোৱাকালিৰ যুদ্ধৰ পিছত মাথোন দুই এশ বন্দীভাবে আছে, আন সকলোবোৰ হত বা পলায়ন কৰিছে। বন্দীসকলৰ দুহাত পাছৰ ফালে বন্ধা, সিহঁত সভাৰ সমুখত উপস্থিত হ'ল।

শিৱজীয়ে আদেশ কৰিলে, সকলোৰে হাত খুলি দিয়া। আফগান সেনাসকল! তোমালোকে বীৰৰ নাম ৰাখিছা, তোমালোকৰ আচৰণত মই পৰিতুষ্ট হৈছো, তোমালোক স্বাধীন,

ইচ্ছা হয়,—দিল্লীশ্বৰৰ কাৰ্য্যত নিযুক্ত হোৱা, নহয় আপোন প্ৰভু বিজয়পুৰৰ চুলতানৰ ওচৰলৈ গুচি যোৱা। মোৰ আদেশত কোনোৱে তোমালোকৰ কেশাগ্ৰ স্পৰ্শ নকৰিব।

শিৱজীৰ এই সদাচৰণ দেখি কোনোৱে বিস্মিত নহ'ল। সকলো যুদ্ধত সকলো দুৰ্গ-বিজয়ৰ পিছত তেওঁ বিজিতসকলৰ প্ৰতি যথেষ্ট দয়া প্ৰকাশ আৰু সদাচৰণ কৰে, তেওঁৰ বন্ধুসকলে এই বাবে কেতিয়াবা কেতিয়াবা তেওঁক দোষ দিয়ে, কিন্তু তেওঁ গ্ৰাহ্য নকৰিছিল। শিৱজীৰ সদাচৰণত বিস্মিত হৈ আফগানসকলে অনেকেই দিল্লীশ্বৰৰ বেতনভোগী হবলৈ স্বীকাৰ কৰিলে।

পিছত শিৱজীয়ে কিল্লাদাৰ ৰহমৎখাঁক আনিবলৈ আদেশ দিলে। তেওঁৰো দুহাত পাছফালে বন্ধা, তেওঁৰ কপালত খড়গৰ আঘাত, বাহুত কাঁড় বিদ্ধ হৈ ক্ষত হৈছে, বীৰে সদৰ্পে সভাৰ সমুখত থিয় দিলে, সদৰ্পে শিৱজীৰ পিনে চালে। শিৱজীয়ে সেই বীৰ-শ্ৰেষ্ঠক দেখি নিজে আসনৰ পৰা উঠি খড়গৰ দ্বাৰা হাতৰ জৰী কাটি পেলালে, পিছত লাহে লাহে কলে, বীৰবৰ, যুদ্ধৰ নিয়মানুসাৰে আপোনাৰ হাত বন্ধা হৈছিল, আপুনি এৰাতি • বন্দী হিচাবে আছিল। মোৰ দোষ মাৰ্জ্জনা কৰক। আপুনি এতিয়া স্বাধীন। জয়-পৰাজয় ভাগ্যক্ৰমে ঘটে, কিন্তু আপোনাৰ নিচিনা যোদ্ধাৰ সৈতে যুদ্ধ কৰি ময়েই বৰ সম্মানিত হৈছো।

ৰহমৎ খাঁই প্ৰাণদণ্ডৰ আদেশ প্ৰত্যাশা কৰিছিল, তাতেও তেওঁৰ স্থিৰ গৰ্ব্বিত নয়নৰ এটা পাতো কঁপা নাই, কিন্তু শিৱজীৰ এই অসাধাৰণ ভদ্ৰতা দেখি তেওঁৰ হিয়া বিচলিত হ'ল। যুদ্ধৰ সময়ত শত্ৰুৰ মাজত কোনেও কেতিয়াও ৰহমৎ খাঁৰ কাতৰতা-চিহ্ন দেখা নাই, আজি বৃদ্ধৰ উজ্জ্বল দুচকুৰ পৰা দুই বিন্দু চকুপানী পৰিল। ৰহমৎ খাঁই মুখ ফিৰাই তাক মচি পেলালে। ধীৰে ধীৰে কলে,—ক্ষত্ৰিয়ৰাজ! কালি নিশা আপোনাৰ বাহুবলত পৰাস্ত হৈছিলো, আজি আপোনাৰ ভদ্ৰতা আচৰণত তাতকৈ বেছি

পৰাস্ত হ'লো। যিজন হিন্দু আৰু মুছলমানসকলৰ অধীশ্বৰ, যিজন বাদচাহৰ ওপৰত বাদচাহ, জমীন আৰু আশমানৰ চুলতান, তেওঁ এই বাবে আপোনাক নতুন ৰাজ্য বিস্তাৰৰ ক্ষমতা দিছে।

জয়সিংহ। পাঠান-সেনাপতি, আপোনাৰো উচ্চপদৰ যোগ্যতা আপুনি প্ৰমাণ কৰিছে। দিল্লীশ্বৰে আপোনাৰ নিচিনা সেনা পালে আৰু পদবৃদ্ধি কৰিব সন্দেহ নাই। দিল্লীশ্বৰক জানো লিখিব পাৰো যে, আপোনাৰ নিচিনা বীৰশ্ৰেষ্ঠ তেওঁৰ সৈন্যৰ এজন প্ৰধান কৰ্ম্মচাৰী হবলৈ সম্মত হৈছে?

ৰহমৎ খাঁ। মহাৰাজ! আপোনাৰ প্ৰস্তাৱত মই যথেষ্ট সম্মানিত হৈছো, কিন্তু আজীৱন যাৰ কাৰ্য্য কৰিছো, তেওঁক পৰিত্যাগ নকৰিম। যিমান দিন এই হাতে খড়গ ধৰিব পাৰিব, বিজয়পুৰৰ বাবেই ধৰিব।

শিৱজী। সেয়ে হ'ক। আপুনি আজি ৰাতি জিৰণি লওক, কাইলৈ ৰাতিপুৱা মোৰ এদল সেনাই আপোনাক বিজয়পুৰত নিৰাপদে থৈ আহিব।

ৰহমৎখাঁ। ক্ষত্ৰিয় প্ৰৱৰ! আপুনি মোৰ লগত ভদ্ৰ আচৰণ কৰিছে, মই অভদ্ৰ আচৰণ নকৰো, আপোনাৰ ওচৰত কোনো বিষয় গোপন নেৰাখোঁ, আপোনাৰ সেনাৰ ভিতৰত বিশেষ অনুসন্ধান কৰি চাওক, সকলোৱেই প্ৰভুভক্ত নহয়। কালি দুৰ্গ আক্ৰমণৰ গোপন অনুসন্ধান মই আগেয়েই জানিছিলো, সেই বাবেই সকলো সেনা গোটেই ৰাতি সুসজ্জিত আৰু প্ৰস্তুত আছিল। অনুসন্ধানদাতা আপোনাৰেই এজন সেনা। ইয়াতকৈ বেছি কব নোৱাৰো, সত্য লঙ্ঘন কৰিব নোৱাৰিম।

এই বুলি ৰহমৎ খাঁ লাহে লাহে প্ৰহৰীসকলৰ লৈতে প্ৰাসাদৰ পিনে খোজ ললে। খণ্ডত শিৱজীৰ মুখমণ্ডল একেবাৰে ক'লা পৰি গ'ল, চকুৰ পৰা জুইৰ ফিৰিঙতি ওলাবলৈ ধৰিলে, শৰীৰ কঁপি

উঠিল। তেওঁৰ বন্ধুসকলে বুজিলে, এতিয়া পৰামৰ্শ দিয়া বৃথা, তেওঁৰ সৈন্যবোৰে বুজিলে, আজি প্ৰমাদ উপস্থিত।

জয়সিংহই শিৱজীক এনে অৱস্থাত দেখি তেওঁক অলপ শান্ত কৰি পিছত সৈন্যসকলক লক্ষ্য কৰি কলে,—এই দুৰ্গ আক্ৰমণ কৰা হব, তোমালোকে কেতিয়া জানিছিলা ?

সৈন্যসকলে উত্তৰ দিলে,—এপৰ ৰাতি।

জয়সিংহ। তাৰ আগেয়ে কোনেও এই কথা নেজানিছিলা ?

সৈন্যগণ। ৰাতি কোনো এটা দুৰ্গ আক্ৰমণ কৰিব লাগিব জানিছিলো, এই দুৰ্গ আক্ৰমণ কৰিব লাগিব তাক নেজানিছিলো।

জয়সিংহ। ভাল, কোন সময়ত তোমালোকে দুৰ্গত উপস্থিত হৈছিলা ?

সৈন্যগণ। অনুমান ডেৰপৰ ৰাতি।

জয়সিংহ। উত্তম, এপৰ ৰাতিৰ পৰা ডেৰপৰলৈকে তোমালোক সকলোৱে জানো একেলগে আছিলা ? কোনো অনুপস্থিত নাছিল ? যদি আছিল, প্ৰকাশ কৰা। এজনৰ দোষত হেজাৰ জনৰ গ্লানি অনুচিত। তোমালোকে দেশে দেশে গাৱেঁ গাৱেঁ ৰাজা শিৱজীৰ অধীনত যুদ্ধ কৰিছা, ৰাজাই তোমালোকক বিশ্বাস কৰে, তোমালোকে এনেকুৱা প্ৰভু কেতিয়াও নেপাবা। তোমালোক বিশ্বাসৰ যোগ্য বুলি প্ৰমাণ কৰা, যদি কোনো বিদ্ৰোহী থাকে, তাক আনি দিয়া। যদি সি কালি ৰাতিৰ যুদ্ধত মৰিছে, তাৰ নাম কোৱা, অন্যায় সন্দেহত কিয় সকলোৱে নাম কলুষিত হব ?

সৈন্যসকলে তেতিয়া যোৱা কালিৰ কথা ভাবিবলৈ ধৰিলে, পৰস্পৰে কথা কবলৈ ধৰিলে, শিৱজীৰ ক্ৰোধ অলপ হ্ৰাস হ'ল। সুস্থ হৈ শিৱজীয়ে কলে,—মহাৰাজ, আজি যদি সেই কপট যোদ্ধাক বাহিৰ কৰি দিব পাৰে, মই চিৰকাল আপোনাৰ ওচৰত ঋণী থাকিম।

চন্দ্ৰৰাও নামে এজন জুমলাদাৰ অগ্ৰসৰ হৈ লাহে লাহে কলে,—মহাৰাজ! কালি এপৰ ৰাতি যেতিয়া আমি যুদ্ধ যাত্ৰা কৰো, তেতিয়া মোৰ অধীনৰ এজন হাবিলদাৰক অনুসন্ধান কৰি পোৱা নাছিলো। যেতিয়া দুৰ্গৰ তলত উপস্থিত হলো, তেতিয়া তেওঁ আমাৰ লগত যোগ দিলে।

শিৱজী। সি কোন, এতিয়াও জীয়াই আছে?

বিদ্ৰোহীৰ নাম শুনিবলৈ সকলোৱে নিস্তব্ধ! শিৱজীৰ ঘন ঘন নিশ্বাসৰ শব্দ শুনা গৈছে, সভাতলত এটা বেজি পৰিলেও বোধ হয় তাৰ শব্দ শুনা যায়। সেই নিস্তব্ধতাৰ মাজত চন্দ্ৰৰাও জুমলাদাৰে লাহে লাহে কলে,—ৰঘুনাথজী হাবিলদাৰ!

সকলোৱে নিৰ্ব্বাক, বিস্ময়ত স্তব্ধ।

চন্দ্ৰৰাও এজন প্ৰসিদ্ধ যোদ্ধা আছিল, কিন্তু ৰঘুনাথৰ আগমনৰ পৰা সকলোৱে চন্দ্ৰৰাওৰ নাম আৰু বিক্ৰম বিস্মৃত হৈছিল। মানৱ প্ৰকৃতিত ঈৰ্ষ্যাৰ নিচিনা ভীষণ বলৱতী প্ৰবৃত্তি আৰু নাই।

শিৱজীৰ মুখমণ্ডল আকৌ ক'লা পৰিল, দাঁত মুখ কামুৰি চন্দ্ৰৰাওক লক্ষ্য কৰি সক্ৰোধে কলে,—হেৰ কপটাচাৰী, বৃথা এই কপট অভিযোগ কৰিছ, তোৰ নিন্দাই ৰঘুনাথৰ যশোৰাশি স্পৰ্শ কৰিব নোৱাৰিব, ৰঘুনাথৰ আচৰণ মই নিজ চকুৱে দেখিছো। কিন্তু মিথ্যা নিন্দুকৰ শাস্তি সৈন্যবোৰে দেখক।

সেই বজ্ৰহস্তে শিৱজীয়ে বৰ্শা উত্তোলন কৰিছে, হঠাৎ ৰঘুনাথ সমুখলৈ আহি কলে,—মহাৰাজ, প্ৰভু চন্দ্ৰৰাওৰ প্ৰাণসংহাৰ নকৰিব, তেওঁ মিথ্যাবাদী নহয়, মোৰ দুৰ্গৰ তললৈ আহোঁতে পলম হৈছিল।

আকৌ সভাস্থল নিস্তব্ধ, সকলো নিৰ্ব্বাক, বিস্ময়ত স্তব্ধ।

শিৱজী খন্তেক পাষাণ মূৰ্ত্তিৰ দৰে নিশ্চেষ্ট হৈ ৰ'ল, পিছত লাহে লাহে কপালৰ ঘামৰ টোপালবোৰ মচি কলে,—মই কি সপোন দেখিছো? তুমি ৰঘুনাথ, তুমি এই কাম কৰিছা? তুমি

যে প্ৰাচীৰ লঙ্ঘনৰ সময়ত অকলে দুৰ্দমনীয় তেজে আগ বাঢ়িছিলা, তুমি যে দু'শ মাত্ৰ সৈন্য লৈ পাঁচশ আফগানক দুৰ্গৰ তললৈকে হোহোঁকাই পঠিয়াইছিলা, তুমি বিদ্ৰোহাচৰণ কৰি কিল্লাদাৰক আগেয়ে আক্ৰমণৰ খবৰ দিছিলা ?

ৰঘুনাথে ধীৰে ধীৰে উত্তৰ দিলে, প্ৰভু, মই সেই দোষে নিৰ্দ্দোষ।

দীৰ্ঘকায় নিৰ্ভীক তৰুণ যোদ্ধা শিৱজীৰ অগ্নিদৃষ্টিৰ সমুখত নিষ্কম্প হৈ থিয় দি আছে, চকুৰ পলক পৰা নাই, এটি পাতো কঁপা নাই। সভাৰ সকলোৰে আৰু চাৰিওপিনে অসংখ্য মানুহে ৰঘুনাথৰ ফালে তীব্ৰ দৃষ্টি নিক্ষেপ কৰিছে। ৰঘুনাথজী স্থিৰ, অবিচলিত, অকম্পিত, তেওঁৰ বিশাল বুকু মাথোন গভীৰ নিশ্বাসত ওফন্দি উঠিছে। কালি যেনেকৈ অসংখ্য শত্ৰুৰ মাজত প্ৰাচীৰৰ ওপৰত অকলে থিয় দি আছিল, আজি তাতকৈ বেছি সংকটৰ মাজত যোদ্ধা তেনেকৈ ধীৰ, তেনে অবিচলিত।

শিৱজীয়ে তৰ্জ্জন কৰি কলে, তেন্তে কি কাৰণে মোৰ আজ্ঞা লঙ্ঘন কৰি এপৰ ৰাতি অনুপস্থিত আছিলা ?

ৰঘুনাথৰ ওঁঠ অলপ কঁপি উঠিল, কিন্তু তেওঁ একো উত্তৰ নিদি মাটিৰ পিনে চাই ৰ'ল।

ৰঘুনাথক নিৰ্ব্বাক্ দেখি শিৱজীৰ সন্দেহ বাঢ়িল, চকু দুটি আকৌ ৰঙা হ'ল, ক্ৰোধকম্পিত স্বৰেৰে কলে,—কপটাচাৰী, এই কাৰণেই বীৰত্ব দেখুৱাইছিলা ? কিন্তু কুক্ষণত শিৱজীৰ ওচৰত ছলনাৰ চেষ্টা কৰিছিলা ?

ৰঘুনাথে তেনেকুৱা ধীৰ অকম্পিত স্বৰেৰে কলে,—মহাৰাজ, ছলনা আৰু কপট আচৰণ মোৰ বংশৰ ৰীতি নহয়, বোধকৰোঁ প্ৰভু চন্দ্ৰৰাৱে তাক জানিব পাৰে।

ৰঘুনাথৰ স্থিৰ ভাব শিৱজীৰ ক্ৰোধত আহুতিৰ দৰে হ'ল, তেওঁ কৰ্কশ ভাবে কলে,—পাপিষ্ঠ, পৰিত্ৰাণৰ চেষ্টা বৃথা, ক্ষুধাৰ্ত্ত সিংহৰ

গ্ৰাসত পৰি পলাব পাৰ, কিন্তু শিৱজীৰ জ্বলন্ত ক্ৰোধৰ পৰা পৰিত্ৰাণ নাই।

ৰঘুনাথে আগৰ দৰে ধীৰে ধীৰে উত্তৰ দিলে,—মই মহাৰাজৰ ওচৰত পৰিত্ৰাণ প্ৰাৰ্থনা নকৰো, মানুহৰ ওচৰত ক্ষমা প্ৰাৰ্থনা নকৰো, জগদীশ্বৰে মোৰ দোষ মাৰ্জ্জনা কৰক।

উন্মত্তৰ দৰে শিৱজীয়ে বৰ্শা উত্তোলন কৰি বজ্ৰনাদেৰে আদেশ দিলে, – বিদ্ৰোহ আচৰণৰ শাস্তি প্ৰাণদণ্ড।

ৰঘুনাথে সেই বজ্ৰমুষ্টিত তীক্ষ্ণ বৰ্শা দেখিলে, তেতিয়াও সেই অবিচলিত সুৰে কলে,—যোদ্ধা মৰিবলৈ প্ৰস্তুত আছে, বিদ্ৰোহ-আচৰণ সি কৰা নাই।

শিৱজীয়ে আৰু সহ্য কৰিব নোৱাৰিলে, অব্যৰ্থ মুষ্টিত সেই বৰ্শা কঁপিব লাগিছে, এনে সময়ত ৰাজা জয়সিংহই তেওঁৰ হাতত ধৰিলে।

তেতিয়া শিৱজীৰ মুখমণ্ডল ক্ৰোধত বিকৃত হৈছিল, শৰীৰ কঁপিছিল, তেওঁ জয়সিংহৰ প্ৰতিও সমুচিত সন্মান পাহৰি কৰ্কশ সুৰেৰে কলে,—হাত এৰি দিয়ক, ৰাজপুতসকলৰ কি নিয়ম নেজানোঁ, জানিব নোখোজো; মহাৰাষ্ট্ৰীয়সকলৰ সনাতন নিয়ম, বিদ্ৰোহীৰ শাস্তি প্ৰাণদণ্ড, শিৱজীয়ে সেই নিয়ম পালন কৰিব।

জয়সিংহই অলপো ক্ৰুদ্ধ নহৈ লাহে লাহে কলে,—ক্ষত্ৰিয়ৰাজ! আজি যি কৰিব, কাইলৈ তাৰ অন্যথা কৰিব নোৱাৰিব। এই যোদ্ধাৰ আজি প্ৰাণদণ্ড দিলে চিৰকাল তাৰ বাবে অনুতাপ কৰিব। যুদ্ধ ব্যৱসায়ত মোৰ চুলি পকিছে, মোৰ মত গ্ৰহণ কৰক, এই যোদ্ধা বিদ্ৰোহী নহয়। কিন্তু সেই বিচাৰৰ এতিয়া আৱশ্যক নাই, আপুনি মোৰ সুহৃদ, সুহৃদৰ ওচৰত মই এই ৰাজপুত যোদ্ধাৰ প্ৰাণ ভিক্ষা কৰিছো, মোক ভিক্ষা দিয়ক।

শিৱজীয়ে জয়সিংহৰ ভদ্ৰতা দেখি অলপ অপ্ৰতিভ হ'ল; কলে,—পিতৃ, মোৰ পৌৰুষবাক্য মাৰ্জ্জনা কৰক, আপোনাৰ কথা

কেতিয়াও অৱহেলা নকৰো ; কিন্তু শিৱজীয়ে যে বিদ্ৰোহীক ক্ষমা কৰিব তাক তেওঁ তেতিয়াও ভৰা নাই। হাবিলদাৰ! ৰাজা জয়সিংহই তোমাৰ প্ৰাণ ৰক্ষা কৰিলে, কিন্তু মোৰ সমুখৰ পৰা আঁতৰি যোৱা, শিৱজীয়ে বিদ্ৰোহীৰ মুখ চাব নোখোজে।

ৰঘুনাথে সভাস্থল ত্যাগ কৰিবলৈ ওলাইছে, এনেসময়ত শিৱজীয়ে আকৌ কলে,—ৰবা। দু'বছৰ হ'ল, তোমাৰ কঁকালৰ এই অসি ময়েই তোমাক দিছিলো, বিদ্ৰোহীৰ হাতত মোৰ অসিৰ অৱমাননা হব নোৱাৰে, প্ৰহৰীসকল, অসি কাঢ়ি লোৱা, পিছত বিদ্ৰোহীক দুৰ্গৰ পৰা উলিয়াই দিয়া।

ৰঘুনাথৰ যেতিয়া প্ৰাণদণ্ডৰ আদেশ হৈছিল, ৰঘুনাথ তেতিয়া অবিচলিত আছিল ; কিন্তু প্ৰহৰীসকলে যেতিয়া অসি কাঢ়ি লৈছিল তেতিয়া তেওঁৰ শৰীৰ কঁপি উঠিল, চকু দুটা ৰঙা পৰিল। কিন্তু তেওঁ সেই উদ্বেগ দমন কৰিলে, শিৱজীৰ পিনে এবাৰ চাই মাটিত মূৰ নমাই নিঃশব্দে দুৰ্গৰ পৰা ওলাই গল।

সন্ধ্যাৰ ছায়া ক্ৰমে ক্ৰমে গাঢ়তৰ হৈ জগতক আগুৰি ধৰিছে। এজন বাটকৰাই অকলে নিঃশব্দে পৰ্ব্বতৰ পৰা নামি প্ৰান্তৰৰ পিনে যাবলৈ ধৰিলে। প্ৰান্তৰ পাৰ হ'ল, অকলে গাৱঁত উপস্থিত হ'ল, সেই গাওঁ পাৰ হৈ আৰু এখন পথাৰ পালে। এন্ধাৰ গভীৰতৰ হ'ল, নিশাৰ বতাহ বৈ বৈ ৰবলৈ ধৰিছে, তাৰ পিছত কোনেও আৰু সেই বাটকৰাক দেখিবলৈ নেপালে।

## সপ্তদশ পৰিচ্ছেদ

### চন্দ্ৰৰাও জুমলাদাৰ

মোতকই আন কোনোবাই যদি
অধিক গৌৰৱ লভে দহে যেন দেহ,
হৃদয়ত জ্বলে হলাহল।—

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায়।

চন্দ্ৰৰাও জুমলাদাৰৰ সৈতে আমাৰ এই প্ৰথম পৰিচয়। তেওঁৰ অসাধাৰণ ধীশক্তি, অসাধাৰণ বীৰ্য্য, অসাধাৰণ দৃঢ়প্ৰতিজ্ঞা। তেওঁৰ বয়স ৰঘুনাথ হাবিলদাৰতকৈ ৫।৬ বছৰ বেছি মাথোন, কিন্তু দূৰৰ পৰা দেখিলে হঠাৎ তেওঁক ৪০ বছৰৰ মানুহ বুলি ভাব হয়। প্ৰশস্ত ললাটত এই বয়সতেই দুটা এটা চিন্তাৰ গভীৰ ৰেখা অঙ্কিত হৈছে, মুৰৰ চুলি দুডাল এডাল বগা। চকু সৰু আৰু অতি উজ্জ্বল। চন্দ্ৰৰাওক যিবোৰে বিশেষকৈ জানে, তেওঁলোকে কয় যে, চন্দ্ৰৰাওৰ তেজ আৰু সাহ যেনে দুৰ্দ্দমনীয়, গভীৰ দূৰদৰ্শী চিন্তা আৰু ভীষণ অনিবাৰ্য্য স্থিৰ প্ৰতিজ্ঞাও তেনেকুৱা। সমগ্ৰ মুখমণ্ডলত এই দুটা ভাব বিশেষকৈ পৰিস্ফুট হয়। শৰীৰ যেন লৌহনিৰ্ম্মিত। যি সকলে চন্দ্ৰৰাওৰ অসীম পৰাক্ৰম, বিজাতীয় ক্ৰোধ, গম্ভীৰ বুদ্ধি আৰু দৃঢ় প্ৰতিজ্ঞাৰ বিষয় জানিছিল তেওঁলোকে কেতিয়াও সেই অল্পভাষী স্থিৰপ্ৰতিজ্ঞ জুমলাদাৰৰ সৈতে বিবাদ নকৰিছিল। এইবোৰৰ বাহিৰেও চন্দ্ৰৰাওৰ আৰু এটা গুণ বা দোষ আছিল, তাক কোনেও বিশেষকৈ নেজানিছিল। বিজাতীয় উচ্চাভিলাষত তেওঁৰ হিয়া দিনে ৰাতিয়ে জ্বলি উঠিছিল। অসাধাৰণ বুদ্ধিৰ বলত তেওঁ আত্মোন্নতিৰ পথ আবিষ্কাৰ কৰি লয়, অতুল দৃঢ় প্ৰতিজ্ঞাৰে সৈতে

সেই পথ অৱলম্বন কৰে, খড়্গ হস্তে সেই পথ পৰিষ্কাৰ কৰে। শত্ৰুৱে হওক, মিত্ৰই হওক, দোষীয়ে হওক, নিৰ্দ্দোষীয়ে হওক, অপৰাধী হওক বা উপকাৰী হওক, সেই পথৰ সমুখত যি পৰিব, উচ্চাভিলাষী চন্দ্ৰৰাৱে নিঃসঙ্কোচে পতঙ্গৰ দৰে তেওঁক পদদলিত কৰি নিজৰ পথ পৰিষ্কাৰ কৰি লয়। আজি বালক ৰঘুনাথ ঘটনাবশতঃ সেই পথৰ সমুখত পৰিছিল, তেওঁক পতঙ্গৰ দৰে দলিত কৰি জুমলাদাৰে পথ পৰিষ্কাৰ কৰিলে। এই প্ৰকৃতিৰ অসাধাৰণ পুৰুষৰ পূৰ্ব্ব বৃত্তান্ত জনা আৱশ্যক। লগে লগে ৰঘুনাথৰ বংশবৃত্তান্তও অলপ অলপ জানিব পাৰিম।

চন্দ্ৰৰাৱে তেওঁৰ জন্মবৃত্তান্ত প্ৰকাশ নকৰিছিল। ৰাজা যশোৱন্ত সিংহৰ এজন প্ৰধান সেনানী গজপতি সিংহই চন্দ্ৰৰাওক বাল্যকালত লালনপালন কৰিছিল। অনাথ বালকে গজপতিৰ ঘৰৰ কাম কৰে, গজপতিৰ লৰা-ছোৱালীক যত্ন কৰে, নাইবা গজপতিৰে সৈতে যুদ্ধে যুদ্ধে ঘূৰি ফুৰে।

যেতিয়া চন্দ্ৰৰাওৰ বয়স পোন্ধৰ বছৰ মাথোন, তেতিয়া গজপতিয়ে তেওঁৰ গভীৰ চিন্তা, দুৰ্দ্দমনীয় তেজ আৰু দৃঢ় প্ৰতিজ্ঞা দেখি আনন্দিত হ'ল, নিজপুত্ৰ ৰঘুনাথৰ নিচিনাকৈ চন্দ্ৰৰাওক ভাল পায় আৰু এই কোমল বয়সতেই নিজৰ অধীনত সৈনিকৰ কাৰ্য্যত নিযুক্ত কৰে।

সৈনিকৰ ব্ৰত লোৱাৰ পৰাই চন্দ্ৰৰাৱে দিনে দিনে যি বিক্ৰম প্ৰকাশ কৰিবলৈ ধৰিলে, তাকে দেখি প্ৰাচীন যোদ্ধা সকলো বিস্মিত হ'ল। যুদ্ধত যি ঠাই অতি বিপদৰ, যি ঠাইত শত্ৰু আৰু মিত্ৰৰ শৱদেহ ৰাশীকৃত হৈ আছে, যিঠাইত ধূলি আৰু ধোঁৱাৰে আকাশ আচ্ছাদিত, যি ঠাইত বিজেতাৰ হুঙ্কাৰত আৰু আৰ্ত্তনাদত কাণ ফাঁটি যায়, তাত বিচাৰি চোৱা পোন্ধৰ বছৰীয়া অল্পভাষী দৃঢ়প্ৰতিজ্ঞ বালকক তাত পাবা। যুদ্ধ শেষ হলে যি ঠাইত যুদ্ধজয়ী সেনাসকলে একত্ৰিত হৈ ৰাতি গীতবাদ্য কৰিবলৈ ধৰিছে, হাঁহিৰে আমোদ-প্ৰমোদ

কৰিছে, চন্দ্ৰৰাও ভাত নাই। অল্পভাষী দৃঢ়প্ৰতিজ্ঞ বালক শিবিৰত এন্ধাৰত অকলে বহি আছে নাইবা কুঞ্চিত কপালেৰে পথাৰ বা নদীৰ পাৰত অকলে সন্ধ্যাসময়ত ফুৰি আছে। চন্দ্ৰৰাওৰ উদ্দেশ্য কিছু পৰিমাণে সাধিত হ'ল। তেওঁ এতিয়া অজান ৰাজপুত শিশু নহয়। তেওঁৰ পদবৃদ্ধি হৈছে, গজপতি সিংহৰ অধীনস্থ সকলো সেনাৰ ভিতৰত চন্দ্ৰৰাও এতিয়া এজন অসাধাৰণ তেজস্বী বীৰ বুলি পৰিচিত। মৰ্য্যদা বৃদ্ধিৰ সৈতে চন্দ্ৰৰাওৰ উচ্চাভিলাষ আৰু গৰ্ব্ব অধিকতৰ বৃদ্ধি পালে।

এদিনাখন এখন যুদ্ধত চন্দ্ৰৰাৱে গজপতিক পৰম বিপদৰ পৰা উদ্ধাৰ কৰে। গজপতিয়ে যুদ্ধৰ পিছত চন্দ্ৰৰাওক ওচৰলৈ মাতি আনি সকলোৰে আগত যথোচিত সম্মান দেখুৱাই কলে,—চন্দ্ৰৰাও, আজি তোমাৰ সাহতেই মোৰ জীৱন ৰক্ষা পৰিছে। ইয়াৰ পুৰস্কাৰ তোমাক কি দিব পাৰো ?

চন্দ্ৰৰাৱে তলমুৰ কৰি বিনীত ভাবে থিয় দি ৰ'ল।

গজপতিয়ে সস্নেহে কলে,—মনত ভাবি চোৱা, যি ইচ্ছা হয় প্ৰকাশ কৰি কোৱা। অৰ্থ, ক্ষমতা, পদবৃদ্ধি, চন্দ্ৰৰাও! তোমাক অদেয় একোৱে নাই।

তেতিয়া চন্দ্ৰৰাৱে লাহে লাহে মুৰ তুলি কলে, ৰাজপুতবীৰে কেতিয়াও অঙ্গীকাৰ অন্যথা নকৰে, জগতত বিদিত আছে। বীৰশ্ৰেষ্ঠ, আপোনাৰ কন্যা লক্ষ্মীদেৱীক মোৰ লগত বিয়া দিয়ক।

সভাৰ সকলো নিৰ্ব্বাক্ নিস্তব্ধ। গজপতিৰ মুৰত যেন আকাশী সৰগ ভাঙি পৰিল, ক্ৰোধত তেওঁৰ শৰীৰ কঁপিবলৈ ধৰিলে, কঁকালৰ পৰা অসি আধা মুকলি হ'ল। কিন্তু সেই ক্ৰোধ কোনো ৰকমে সংযত কৰি গজপতিয়ে ডাঙৰকৈ হাঁহি কলে,—অঙ্গীকাৰ পালনত স্বীকৃত আছো, কিন্তু তোমাৰ মহাৰাষ্ট্ৰ দেশত জন্ম, ৰাজপুত ছোৱালীবিলাকৰ মহাৰাষ্ট্ৰীয় দস্যুৰ সৈতে পৰ্ব্বত কন্দৰত আৰু হাবিৰ মাজত থকাৰ অভ্যাস নাই। আগেয়ে লক্ষ্মীৰ থাকিবলৈ উপযুক্ত

বাসস্থান নিৰ্ম্মাণ কৰা, হাবিত কুটীৰৰ পৰিৱৰ্ত্তে দুৰ্গ প্ৰস্তুত কৰা, দস্যুৰ পৰিৱৰ্ত্তে যোদ্ধাৰ নাম গ্ৰহণ কৰা, তাৰ পিছত ৰাজপুত জীয়ৰীৰ বিবাহ কামনা কৰিবা। এতিয়া আন কোনো যাচ্ঞা আছে ?

চন্দ্ৰৰায়ে ধীৰে ধীৰে কলে,—আন কোনো যাচ্ঞা এতিয়া নাই, যেতিয়া থাকিব, প্ৰভুক জনাম।

সভা ভঙ্গ হ'ল, সকলোৱে নিজ নিজ শিবিৰলৈ গুচি গ'ল, উদাৰচেতা গজপতিয়ে চন্দ্ৰৰাওৰ প্ৰতি অচিৰেই ক্ৰোধ পাহৰি গ'ল, সেই দিনৰ কথা পাহৰি গ'ল। চন্দ্ৰৰায়ে সেই কথা নেপাহৰিলে, সেইদিনা সন্ধ্যাৰ সময়ত নিজৰ শিবিৰত লাহে লাহে ইফাল সিফাল কৰি আছে। শিবিৰ এন্ধাৰ, কিন্তু তাতকৈ দুৰ্ভেদ্য অন্ধকাৰ চন্দ্ৰৰাওৰ হৃদয় আৰু ললাটত বিৰাজ কৰিছিল।

দুই দণ্ডৰ পিছত চন্দ্ৰৰায়ে এটা চাকি জ্বলালে, এখন বহীত সযত্নে কিবা কিবি লিখিলে; বহীখন জপাই থলে, আকৌ মেলিলে, আকৌ লিখিলে, আকৌ দেখিলে, আকৌ জপাই থলে। ঈষৎ বিকট হাঁহি মুখমণ্ডলত দেখা গ'ল। তেওঁৰ এজন বন্ধু ইয়াৰ ভিতৰতে শিবিৰলৈ আহি সুধিলে,—চন্দ্ৰ, কি লিখিছা ? চন্দ্ৰৰায়ে সহজ অবিচলিত সুৰেৰে কলে,—একো নহয়, হিচাব লিখি ৰাখিছো, মই কাৰ ওচৰত কি কি ঋণী আছো তাকেই লিখিছো।

বন্ধু গুচি যোৱাত চন্দ্ৰৰায়ে বহীখনি আকৌ মেলিলে। সেইখন যথাৰ্থতে হিচাবৰ বহী, চন্দ্ৰৰায়ে এটা ঋণৰ কথাকেই লিখিছিল। আকৌ বহী জপাই চাকি নুমাই দিলে।

এই ঘটনাৰ এবছৰ পিছত আৰংজীবৰ সৈতে যশোৱন্তৰ উজ্জয়িনীৰ ওচৰত মহাযুদ্ধ হয়। সেই যুদ্ধত গজপতি সিংহ হত হয়। "মাধৱী কঙ্কন" নামৰ উপন্যাসৰ পাঠকে তাক ভালকৈ জানে।

গজপতিৰ অনাথ বালক আৰু বালিকা মাড়ৱাৰৰ পৰা আকৌ

মেৱাৰ প্ৰদেশৰ সূৰ্য্যমহল নামৰ দুৰ্গলৈ যাব ধৰিছিল। ৰঘুনাথৰ বয়স বাৰ বছৰ, লক্ষ্মীৰ ন বছৰ মাত্ৰ। লগত মাথোন পুৰণি ভৃত্য। বাটত এদল দস্যুৱে সেই ভৃত্যক বধ কৰি বালক বালিকাক মহাৰাষ্ট্ৰ দেশলৈ লৈ গ'ল। বালক অলপ বয়সতেই তেজস্বী, ৰাতি দস্যুদলৰ শিবিৰৰ পৰা পলাই গ'ল, ছোৱালীজনীক দস্যুপতিয়ে বলেৰে বিয়া কৰালে। তেওঁ চন্দ্ৰৰাও।

তীক্ষ্নবুদ্ধি চন্দ্ৰৰাওৰ মনোৰথ কিছু পৰিমাণে পূৰ্ণ হ'ল। গজপতিৰ সংসাৰৰ পৰা কিছু অৰ্থ আনিছিল, বিস্তীৰ্ণ জায়গীৰ কিনিলে, মহাৰাষ্ট্ৰ দেশত এজন সমাদৃত সম্ভ্ৰান্ত মানুহ হৈ উঠিল। চন্দ্ৰৰাওৰ বংশ এটা পুৰণি ৰাজপুত বংশৰ পৰা উদ্ভূত, এই কথা কোনোৱে অবিশ্বাস নকৰিছিল, তেওঁ প্ৰসিদ্ধনামা ৰাজপুত গজপতি সিংহৰ একমাত্ৰ জীয়েকক বিয়া কৰাইছে, সকলোৱে দেখিবলৈ পালে। তেওঁৰ সাহস আৰু বিক্ৰম দেখি শিৱজীয়ে তেওঁক জুমলাদাৰৰ পদ দিলে, তেওঁৰ বিপুল অৰ্থ আৰু জায়গীৰ দেখি সকলোৱে তেওঁক সমাদৰ কৰিলে। দিনে দিনে চন্দ্ৰৰাওৰ যশস্যা বাঢ়িবলৈ ধৰিলে, এনে সময়ত কু-ক্ষণত বালক ৰঘুনাথ তেওঁৰ উন্নতিৰ পথত আহি থিয় দিলে। জুমলাদাৰে সোনকালে পথ পৰিষ্কাৰ কৰি ললে।

# অষ্টাদশ পৰিচ্ছেদ

## লক্ষ্মী বাই

স্বামী বনিতাৰ পতি স্বামী বনিতাৰ গতি
স্বামী বনিতাৰ যে বিধাতা।
স্বামী বনিতাৰ ধন স্বামী বিনা অন্যজন,
কোনেও নহয় সুখদাতা ॥

মুকুন্দৰাম চক্রবর্ত্তী।

বাৰ বছৰ বয়সত ৰঘুনাথ দস্যুবেশী চন্দ্ৰৰাওৰ দ্বাৰা আক্রান্ত হৈ ৰাজস্থানৰ পৰা মহাৰাষ্ট্ৰ দেশলৈ নীত হৈছিল। এদিন ৰাতি তেওঁ পলাই যায়, পৰ্ব্বত কন্দৰত, বনৰ মাজত, পথাৰত বা গৃহস্থৰ ঘৰত কেইদিনমান লুকাই থাকে। সুন্দৰ অনাথ অলপ বয়সীয়া লৰাটোক দেখি কোনোৱে মুষ্টিভিক্ষা দিবলৈ পৰাঙ্মুখ নহৈছিল।

তাৰ পিছত পাঁচ ছবছৰ ৰঘুনাথে নানা ঠাইত নানা কষ্টেৰে অতিবাহিত কৰিলে। সংসাৰৰূপ অনন্ত সাগৰত অনাথ বালকে অকলে ভাহি ফুৰিবলৈ ধৰিলে। নানা দেশ ঘূৰিলে, নানা মানুহৰ ওচৰত ভিক্ষা বা দাসত্ব বৃত্তি অৱলম্বন কৰি জীৱন যাপন কৰিলে। পূৰ্ব্ব গৌৰৱৰ কথা, পিতাৰ বীৰত্ব আৰু সম্মানৰ কথা বালকৰ মনত সদায় জাগি উঠিবলৈ ধৰিলে, কিন্তু অভিমানী বালকে সেই কথা, সেই দুখ কাৰো আগত প্ৰকাশ নকৰে। কেতিয়াবা কেতিয়াবা দুখৰ বোজা সহ্য কৰিব নোৱাৰিলে নিঃশব্দে প্ৰান্তৰ বা পৰ্ব্বতৰ শৃঙ্গত বহি অকলে হেঁপাহ পলুৱাই কান্দে, আকৌ চকুৰ পানী মচি নিজৰ কামলৈ যায়।

বয়স বঢ়াৰ লগে লগে বংশোচিত ভাব যেন হিয়াত

আপোনা-আপুনি জাগিবলৈ ধৰিলে। অলপ বয়স্কীয়া ভৃত্যাই গোপনে কেতিয়াবা কেতিয়াবা প্ৰভুৰ শিৰস্ত্ৰাণ মূৰত পিন্ধি লয়, প্ৰভুৰ অসি কঁকালত আঁৰি লয়; সন্ধ্যা সময়ত পথাৰত বহি দেশীয় চাৰণসকলৰ গীত উচ্চৈঃস্বৰে গায়, ৰাতিৰ পথিকবোৰে পৰ্ব্বতৰ গুহাত সংগ্ৰামসিংহ বা প্ৰতাপসিংহৰ গীত শুনি চমকিত হয়। যেতিয়া ওঠৰ বছৰ বয়স, তেতিয়া ৰঘুনাথে শিৱজীৰ কীৰ্ত্তি, শিৱজীৰ উদ্দেশ্য, শিৱজীৰ বীৰ্য্যৰ কথা চিন্তা কৰে। ৰাজস্থানৰ দৰে মহাৰাষ্ট্ৰ দেশ স্বাধীন হব, শিৱজীয়ে দক্ষিণ দেশত হিন্দুৰাজ্য বিস্তাৰ কৰিব, এনে ধৰণৰ চিন্তা কৰোঁতে বালকৰ হিয়া উৎসাহেৰে পূৰ্ণ হল, তেওঁ শিৱজীৰ ওচৰলৈ গৈ এটি সামান্য সেনাৰ কাৰ্য্য প্ৰাৰ্থনা কৰিলে।

শিৱজী মানুহ চিনা কামত অদ্বিতীয়, কেইদিনমানৰ ভিতৰত ৰঘুনাথক চিনিলে, এটা হাবিলদাৰৰ পদত নিযুক্ত কৰিলে, আৰু তাৰে কেইদিনমান পিছত তোৰণ দুৰ্গলৈ পঠালে। বাটত ৰঘুনাথৰ লগত আমাৰ প্ৰথমে দেখা হৈছিল। তেওঁৰ প্ৰকৃত নাম ৰঘুনাথ সিংহ; কিন্তু মহাৰাষ্ট্ৰ দেশত হাবিলদাৰী কাম পোৱাৰ পৰা সকলোৱে তেওঁক ৰঘুনাথজী হাবিলদাৰ বুলি মাতিছিল।

ৰঘুনাথে হাবিলদাৰী পদ পাইছিল,—কোৱা হৈছে। ৰঘুনাথ শিৱজীৰ ওচৰলৈ অহাৰ সময়ত চন্দ্ৰৰাও জুমলাদাৰৰ অধীনত এজন হাবিলদাৰৰ মৃত্যু হয়, তেওঁৰ পদটোৱেই ৰঘুনাথে লাভ কৰে। ৰঘুনাথে চন্দ্ৰৰাওক পিতাকৰ পুৰণি ভৃত্য আৰু নিজৰ বাল্যসুহৃদ বুলি চিনি পালে। তেওঁক দস্যু বা ভনীয়েকৰ স্বামী বুলি নেজানিছিল গতিকে তেওঁ আনন্দেৰে সৈতে তেওঁৰ লগত কথা পাতিবলৈ গ'ল। চন্দ্ৰৰাৱে ৰঘুনাথক অভ্যৰ্থনা কৰিলে, কিন্তু অল্পভাষী জুমলাদাৰৰ কপাল আকৌ আজি কোঁচ খালে।

দিনে দিনে ৰঘুনাথজীৰ সাহস, আৰু বিক্ৰমৰ যশস্যা অধিক বিয়পি পৰিবলৈ ধৰিলে, চন্দ্ৰৰাওৰ চিন্তা গভীৰতৰ হ'ল। চন্দ্ৰৰাওৰ স্থিৰ প্ৰতিজ্ঞা কেতিয়াও বিচলিত নহয়, গভীৰ মন্ত্ৰণা কেতিয়াও ব্যৰ্থ

নহয়। আজি ৰঘুনাথজীয়ে দৈৱযোগেই প্ৰাণৰক্ষা পাইছে, কিন্তু বিদ্ৰোহী কপটাচাৰী বুলি শিৱজীৰ কাৰ্য্যৰ পৰা দূৰীভূত হৈছে!

চন্দ্ৰৰাৱে শিৱজীৰ পৰা কেইদিনমানৰ বিদায় লৈ ঘৰলৈ গ'ল। পাঠক, বলা,—আমিও এবাৰ ডাঙৰ মানুহৰ ঘৰত সভয়ে সোমাওঁ গৈ।

জুমলাদাৰ ঘৰলৈ আহিলত পদূলি মুখত নহবৎ বাজিবলৈ ধৰিলে, অসংখ্য দাস-দাসী সমুখলৈ আহিল, ভালেমান প্ৰতিবেশীয়ে দেখা কৰিবলৈ আহিল। ততালিকে চন্দ্ৰৰাওৰ আগমনৰ কথা গোটেই দেশত ৰাষ্ট্ৰ হ'ল। জুমলাদাৰৰ ঘৰৰ অন্তঃপুৰত ধুমধাম লাগিল, সেই ধুমধামৰ মাজত শান্তনয়না ক্ষীণাঙ্গী লক্ষ্মীবায়ে নীৰৱে স্বামীৰ অভ্যৰ্থনাৰ আয়োজন কৰিবলৈ ধৰিলে।

লক্ষ্মীবাই আচলতে লক্ষ্মীস্বৰূপা, শান্ত, ধীৰ, বুদ্ধিমতী, পতিব্ৰতা; বাল্যকালত পিতাকৰ আদৰৰ ছোৱালী আছিল, কিন্তু কোমলবয়সত বিদেশত অপৰিচিত মানুহৰ মাজত অল্পভাষী কঠোৰ স্বভাৱৰ স্বামীৰ হাতত পৰিল, গছৰ পৰা ছিঙি পেলোৱা কোমল ফুলৰ নিচিনা দিনে দিনে শুকাই যাবলৈ ধৰিলে, নবছৰীয়া ছোৱালীৰ জীৱন শোকাচ্ছন্ন হ'ল, কিন্তু সেই শোক কাক জনাব? কোনে দুটা কথাকৈ সান্ত্বনা দিব? ছোৱালীজনীয়ে আগৰ কথা স্মৰণ কৰে, পিতাকৰ কথা মনত পৰে, প্ৰাণৰ সহোদৰৰ কথা স্মৰণ কৰে, আৰু গোপনে চকুপানী টোকে।

শোকত পৰিলে, কষ্টত পৰিলে আমাৰ বুদ্ধি তীক্ষ্ণ হয়, আমাৰ হিয়া আৰু মন সহিষ্ণু হয়।

বালিকাই দুই এবছৰৰ ভিতৰতেই সংসাৰৰ কাম কৰিবলৈ ধৰিলে, স্বামীৰ সেৱাত ৰত হ'ল। হিন্দুৰমণীৰ পতিৰ বাহিৰে আৰু জানো গতি আছে? স্বামী যদি সহৃদয় আৰু সদয় হয়, নাৰী আনন্দত ভাহি তেওঁৰ সেৱা কৰে, স্বামী নিৰ্দ্দয় আৰু বিমুখ হলেও নাৰীৰ পতিসেৱাৰ বাহিৰে আৰু জানো উপায় আছে? কিন্তু

যদি'ও চন্দ্ৰৰাওৰ অন্তৰত অভিমান, জিঘাংসা আৰু উচ্চাভিলাষ বিৰাজ কৰিছিল, তথাপি তেওঁ অসহায় নাৰীৰ প্ৰতি নিৰ্দ্দয় নাছিল। নম্ৰমুখী, নম্ৰহৃদয়া লক্ষ্মীবাইৰ পৰিচৰ্য্যাত চন্দ্ৰৰাও তুষ্ট হয়, যুদ্ধ-বিগ্ৰহ শেষ হোৱাত পতিপৰায়ণা লক্ষ্মীবাইৰ ওচৰলৈ আহি শান্তি লাভ কৰে। লক্ষ্মীবাইৰ স্নিগ্ধ কথাবোৰ শুনি সেইবোৰ সাদৰে অন্তৰত ধাৰণ কৰে। লক্ষ্মীবায়ে তেতিয়া জগতৰ ভিতৰত নিজক ভাগ্যৱতী বুলি ভাবে, স্বামীৰ অকণমান যত্নত তেওঁ পুলকিত হৈ উঠে, স্বামীৰ এটা মিঠা কথাতে তেওঁৰ হিয়া প্লাৱিত হয়। যি ফুলৰ পুলিটি ফুলনিৰ পৰা আনি ঘৰৰ ভিতৰত এন্ধাৰত ৰখা হয়, সেই পুলিটিয়ে ঘৰৰ ভিতৰত থকা এটা আলোক-ৰেখাৰ পিনে কিমান পুলকৰ সৈতে যায়।

এনেকৈ সংসাৰকাৰ্য্য আৰু পতিসেৱাত এবছৰৰ পিছত আৰু এবছৰ পাৰ হবলৈ ধৰিলে, ধীৰ শান্ত লক্ষ্মী যৌৱন প্ৰাপ্ত হ'ল, কিন্তু সেই যৌৱন কি শান্ত, নিৰুদ্বেগ!

লক্ষ্মীয়ে আগৰ কথা প্ৰায় পাহৰি গ'ল নাইবা যদি গধূলি কেতিয়াবা ৰাজস্থানৰ কথা মনত পৰে, বাল্যকালৰ সুখ, বাল্যকালৰ খেলা, আৰু প্ৰাণৰ ভায়েক ৰঘুনাথৰ কথা মনত পৰে, যদি নিঃশব্দে দুই এক বিন্দু অশ্ৰু সেই সুন্দৰ তেজহীন গালেৰে বৈ পৰে, লক্ষ্মীয়ে সেই অশ্ৰুবিন্দু মচি আকৌ ঘৰুৱা কামত মন দিলে।

আজি চন্দ্ৰৰাও আহাৰ কৰিবলৈ বহিছে, লক্ষ্মীবায়ে কাষত থিয় দি বিচনীৰে বিচি আছে, লক্ষ্মীবাইৰ বয়স এতিয়া সোতৰ বছৰ। অবয়ব কোমল, উজ্জ্বল আৰু লাৱণ্যময়, কিন্তু ঈষৎ ক্ষীণ। ভ্ৰূযুৰি কি সুন্দৰ আৰু চিকণ, যেন সেই পৰিষ্কাৰ শান্ত ললাটত তুলিকাৰে অঁকা। শান্ত কোমল ক'লা চকুযুৰিত যেন চিন্তাই নিজৰ বাসস্থান কৰি লৈছে। গাল দুখন সুন্দৰ চিকণ, কিন্তু অলপ পাণ্ডুবৰ্ণীয়া। সমস্ত শৰীৰ শান্ত আৰু ক্ষীণ। যৌৱনৰ অপৰূপ সৌন্দৰ্য্য বিকশিত, কিন্তু যৌৱনৰ প্ৰফুল্লতা আৰু উন্মত্ততা ক'ত? আহা! ৰাজস্থানৰ

এই অপূৰ্ব্ব কুসুমটোৱে মহাৰাষ্ট্ৰত সৌন্দৰ্য্য আৰু সুঘ্ৰাণ বিলাবলৈ ধৰিছে, কিন্তু জীৱনৰ অভাৱত অলপ শুকান। লক্ষ্মীবাইৰ চাৰু নয়ন, সুদীৰ্ঘ কেশৰাশি, কোমল বাহু দুটা আৰু কোমল দেহলতাত মুক্তাৰ লাৱণ্য আছে, কিন্তু হীৰকৰ উজ্জ্বল কিৰণ নাই।

এদিন চন্দ্ৰৰাৱে লক্ষ্মীক জনাইছিল যে, তোমাৰ ভায়েৰা মোৰ অধীনত হাবিলদাৰ হৈছে, আৰু যশস্যা লাভ কৰিছে। কথাটো শেষ হলত চন্দ্ৰৰাওৰ কপাল মেঘাচ্ছন্ন হৈছিল, তাকে দেখি লক্ষ্মীৰ মনত সন্দেহ হৈছিল।

আৰু এদিন স্বামীৰ দুটা এটা মিঠা কথাত অতি উৎসাহিত হৈ লক্ষ্মীয়ে স্বামীৰ ভৰি দুখনৰ কাষত বহি কলে দাসীৰ এটা নিবেদন আছে, কিন্তু কবলৈ ভয় কৰোঁ।

চন্দ্ৰৰাৱে শুই শুই তামোল চোবাই আছিল, নম্ৰমুখীক সস্নেহে চুমা খাই কলে,—কি কোৱাঁচোন। তোমাক মোৰ অদেয় কি আছে?

লক্ষ্মীয়ে কলে—মোৰ ভাই বালক, অজ্ঞান।

চন্দ্ৰৰাওৰ মুখ গম্ভীৰ হ'ল।

লক্ষ্মী। সি আপোনাৰ ভৃত্য। আপোনাৰেই অধীন।

চন্দ্ৰৰাও। নহয়, সি মোতকৈও সাহসী বুলি পৰিচিত।

বুদ্ধিমতী লক্ষ্মীয়ে বুজিব পাৰিলে, তেওঁ যি ভয় কৰি আছিল, সেইটোৱেই ঘটিছে। চন্দ্ৰৰাও ৰঘুনাথৰ ওপৰত অতি ক্ৰুদ্ধ। ভয়ত কঁপি উঠি কলে,—বালকে যদিও দোষ কৰে, আপুনি মাৰ্জ্জনা নকৰিলে কোনে কৰিব?

চন্দ্ৰৰাওৰ কপালত আকৌ সেই মেঘৰ ছায়া দেখা গ'ল। লক্ষ্মীয়ে স্বামীক জানে, সেই কথা আৰু উল্লেখ নকৰিলে।

তাৰ পিছত চন্দ্ৰৰাও আজি প্ৰথমে ঘৰলৈ আহিছে। ৰঘুনাথৰ যি ঘটিছে, লক্ষ্মীয়ে তাক নেজানে, কিন্তু তেওঁৰ হৃদয় চিন্তাকুল। তেওঁ মুখ ফুটাই কোনো কথা সুধিব নোৱাৰে, ৰাতি স্বামী শুই

পৰিলে ভৃত্যবোৰৰ পৰা ভায়েকৰ বাতৰি লৰ, মনতে থিৰ কৰিলে।

চন্দ্ৰৰাওৰ আহাৰ শেষ হ'ল, তেওঁ শোৱনি ঘৰলৈ গ'ল, লক্ষ্মী হাতত তামোল লৈ তালৈ গ'ল,—দেখিলে, স্বামীৰ কপাল চিন্তাযুক্ত। লক্ষ্মীয়ে তামোল দি লাহে লাহে ঘৰৰ পৰা বাহিৰ ওলাই গ'ল, চন্দ্ৰৰাৱে সতৰ্কভাবে দুৱাৰ বন্ধ কৰিলে।

ধীৰে ধীৰে এখন গোপন ঠাইৰ পৰা চন্দ্ৰৰাৱে এটা বাকচ উলিয়ালে, সেইটো মেলিলে, এখন বহী উলিয়ালে, দেখাত হিচাবৰ বহী। প্ৰায় দহ বছৰ আগতে গজপতিৰ দ্বাৰা যিদিনাখন সভাত অৱমানিত হৈছিল, সেইদিনাখন সেই বহীখনত এটা ঋণৰ কথা লিখিছিল; সেই পাত মেলিলে, সুন্দৰ স্পষ্ট হস্তাক্ষৰ সেইভাবে উজ্জ্বল হৈ আছে;—

"মহাজন..............গজপতি,

ঋণ ............অৱমাননা,

পৰিশোধ...........তেওঁৰ তেজেৰে; তেওঁৰ বংশৰ

অৱমাননাত।"

এবাৰ দুবাৰ এই আখৰবোৰ পঢ়িলে, অলপ হাঁহি সেই বিকট মুখমণ্ডলত দেখা দিলে, সেই ঠাইত লিখিলে,—"আজি পৰিশোধ হ'ল।" তাৰিখ লিখি বহীখন বন্ধ কৰিলে।

দুৱাৰ মেলি লক্ষ্মীক মাতিলে, লক্ষ্মীয়ে ভক্তিভাবেৰে স্বামীৰ ওচৰলৈ আহিল। চন্দ্ৰৰাৱে লক্ষ্মীৰ হাতত ধৰি অলপ হাঁহি মাৰি কলে,—বহুদিনৰ এটা ঋণ আজি পৰিশোধ কৰিছো।

লক্ষ্মী শিয়ঁৰি উঠিল।



# ঊনবিংশ পৰিচ্ছেদ

## ঈশানী-মন্দিৰত

দেখিলে ৰৌৰৱ
অদূৰত, কূলত তাৰ চণ্ডীৰ মন্দিৰ

—মধুসূদন দত্ত।

পৰাক্ৰান্ত জায়গীৰদাৰ আৰু জুমলাদাৰ চন্দ্ৰৰাওৰ ঘৰৰ কেই ক্ৰোশমান দূৰত ঈশানীৰ এটা মন্দিৰ আছিল। অলপ ওখ এখন পৰ্ব্বতৰ শৃঙ্গত সেই মন্দিৰ অতি প্ৰাচীন কালতে প্ৰতিষ্ঠিত হৈছিল। মন্দিৰৰ সমুখত শিলাৰাশি সোপানৰ নিচিনা খোদিত আছিল, তলত এটি পৰ্ব্বতীয়া তৰঙ্গিনীয়ে কুলু কুলু শব্দ কৰি সেই সোপানৰ পদ ধুৱাই বৈ গৈছে। পুৰণি কালৰ পৰা অসংখ্য যাত্ৰী আৰু উপাসকে এই পৱিত্ৰ জলত গা ধুই সোপানেৰে উঠি গৈ ঈশানীৰ পূজা দিয়ে, আজিলৈকে মন্দিৰৰ গৌৰৱ বা যাত্ৰীৰ সংখ্যা হ্ৰাস পোৱা নাই। মন্দিৰৰ পাছভাগত পৰ্ব্বতৰ পিঠিত বহু পুৰণি গছ চূড়াৰ পৰা তলৰ সমতলভূমিলৈকে সেই বৃক্ষশ্ৰেণীৰ বাহিৰে আৰু একোৱেই দেখা নেযায়। দিনৰ ভাগতো সেই বিশাল বৃক্ষশ্ৰেণীয়ে অলপ এন্ধাৰ কৰি দিয়ে, সেই সুস্নিগ্ধ ছায়াত ঈশানী মন্দিৰৰ পূজক আৰু ব্ৰাহ্মণবোৰে নিজৰ কুটীৰত বাস কৰে। সেই পুণ্যময় সুস্নিগ্ধ স্থান দেখিলেই ভাব হয় যেন, তাত শান্তিৰসৰ বাহিৰে আন কোনো ভাবৰ উদ্ৰেক হোৱা নাই, ভাৰতবৰ্ষৰ পৱিত্ৰ পুৰাণৰ কথা বা বেদমন্ত্ৰ ভিন্ন আন কোনো শব্দ সেই পুৰাতন পাদপৰাজিয়ে শুনা নাই। বহু যুদ্ধ-বিবাদত মহাৰাষ্ট্ৰ দেশ ব্যতিব্যস্ত আৰু বিপৰ্য্যস্ত হৈছিল,

কিন্তু, হিন্দু কি মুছলমান কোনোৱে এই ক্ষুদ্ৰ প্ৰশান্ত পৰ্ব্বত-মন্দিৰ, বিগ্ৰহৰ ধ্বনিৰে কলুষিত কৰা নাই।

ৰাতি এপৰৰ সময়ত এজন বাটকৰাই অকলে সেই শান্ত কাননত বিচৰণ কৰিছিল। বাটকৰাৰ হিয়া উদ্বেগেৰে পৰিপূৰ, প্ৰশস্ত কপাল কোঁচখোৱা মুখমণ্ডল ৰঙা, চকুৰ পৰা উন্মত্ততাৰ অস্বাভাৱিক জ্যোতিঃ নিৰ্গত হৈ আছিল। খঙ, জিঘাংসা আৰু বিবাদত আজি ৰঘুনাথৰ হিয়া একেবাৰে দগ্ধ হব ধৰিছিল।

ভালেখিনি সময় ঘূৰি ফুৰিবলৈ ধৰিলে। শৰীৰ একেবাৰে অৱসন্ন হৈ পৰিছে, তথাপি হৃদয়ৰ উদ্বেগ নিবাৰণ নহয়। ৰঘুনাথ উন্মত্তৰ নিচিনা। এই ভীষণ চিন্তা বেগেতে উপশম নহলে ৰঘুনাথৰ বিবেচনা শক্তি বিচলিত বা লুপ্ত হব। প্ৰকৃতি ভীষণ চিকিৎসক! এই বিষম সংসাৰত শেলৰ দৰে যি দুখে হৃদয় বিদীৰ্ণ কৰে, অগ্নিৰ দৰে যি চিন্তাই শৰীৰক শোষণ আৰু দাহ কৰে, যি মানসিক ৰোগৰ ঔষধ নাই, চিকিৎসা নাই,—প্ৰকৃতিয়ে চিন্তা শক্তি লোপ কৰি তাৰ উপশম কৰে। উন্মত্ততাই কত শত হতভাগ্যৰ আৰোগ্য! কত হেজাৰ হতভাগ্যই এই আৰোগ্যকে দিনে নিশাই প্ৰাৰ্থনা কৰে, কিন্তু নেপায়!

সেই গছৰ অলপ দূৰত কেইজনমান ব্ৰাহ্মণে পুৰাণ পাঠ কৰি আছিল। আহা! সেই সঙ্গীতপূৰ্ণ পুণ্যকথাই যেন শান্ত দোভাগনিশা শান্ত কাননত অমৃত বৰ্ষণ কৰিছিল, নক্ষত্ৰ বিভূষিত নৈশ গগনমণ্ডলত ধীৰে ধীৰে উঠিবলৈ ধৰিছিল। সেই পুণ্যকথা শান্ত নৈশ কাননত প্ৰতিধ্বনিত হবলৈ ধৰিলে। অচেতন পাদপকো যেন সচেতন কৰিবলৈ ধৰিলে। ডাল পাতেও যেন সেই গীত কৌতুকেৰে পান কৰিলে। বায়ুয়ে সেই গীত বিস্তাৰ কৰিলে, মানৱ-হৃদয় শান্তিৰসত বিগলিত হবলৈ ধৰিলে।

কিমান হেজাৰ বছৰৰ পৰা এই পুণ্যকথা ভাৰতবৰ্ষত ধ্বনিত আৰু প্ৰতিধ্বনিত হব ধৰিছে। সুন্দৰ বঙ্গদেশত তুষাৰপূৰ্ণ পৰ্ব্বত-

বেষ্টিত কাশ্মীৰত, বীৰপ্ৰসূ ৰাজস্থান আৰু মহাৰাষ্ট্ৰভূমিত, সাগৰ প্ৰক্ষালিত কৰ্ণাট আৰু দ্ৰাবিড়ত, কিমান হেজাৰ বছৰৰ পৰা এই গীত ধ্বনিত হয়, আমি যেন এই শিক্ষা কেতিয়াও পাহৰি নেযাওঁ। গৌৰৱৰ দিনত এই অনন্ত গীতে আমাৰ পূৰ্ব্বপুৰুষসকলক অতি উৎসাহিত কৰিছিল; হস্তিনা, অযোধ্যা, মিথিলা, কাশী, মগধ, উজ্জয়িনী প্ৰভৃতি দেশ বীৰত্ব আৰু যশস্যাবে প্লাৱিত কৰিছিল। দুৰ্দ্দিনত এই গীত গাই সমৰসিংহ, সংগ্ৰামসিংহ, প্ৰতাপসিংহই ধৰ্ম্ম ৰক্ষাৰ কাৰণে হিয়াৰ তেজ দিছিল, এই মহামন্ত্ৰত মুগ্ধ হৈ শিৱজীয়ে পুনৰাই পূৰ্ব্বকালৰ গৌৰৱ প্ৰতিষ্ঠিত কৰিবলৈ যত্ন কৰিছিল। আজি ক্ষীণ দুৰ্ব্বল হিন্দু সকলৰ আশ্বাসৰ ঠাই এই পূৰ্ব্বৰ গীত মাথোন; যেন বিপদত, বিষাদত, দুৰ্ব্বলতাত, আমি পূৰ্ব্বৰ কথা পাহৰি নেযাওঁ, যিমান দিন জাতীয় জীৱন থাকে, যেন হৃদয়যন্ত্ৰ এই গীতৰ লগে লগে ধ্বনিত হৈ থাকে।

নতুন পাঠক! তুমি ইলিয়দ আৰু ইনিয়দ পঢ়িছা, দান্তে আৰু ছেক্সপীয়েৰ, গ্যেটে আৰু ইউগো পঢ়িছা, ছাদী আৰু ফৰদুছী পঢ়িছা, কিন্তু হিয়াত বিচাৰি চোৱা, হিয়াৰ অন্তৰত কোন কথাবোৰ ৰসভাবেৰে পূৰ্ণ বুলি ভাবা? হিয়া কোন কথাত, অধিককৈ আলোড়িত, উৎসাহিত বা মুগ্ধ হয়? ভীষ্মাচাৰ্য্যৰ অপূৰ্ব্ব বীৰত্ব কথা, দুখিনী সীতাৰ অপূৰ্ব্ব পাতিব্ৰত্য কথা হিন্দু মাত্ৰৰেই অন্তৰৰ প্ৰতিস্তৰত গঁথা আছে, এই কথা যেন হিন্দু জাতিয়ে কেতিয়াও পাহৰি নেযায়।

পাঠক! একেলগে বহি একো একোবাৰ দেশীয় গৌৰৱৰ কথা গাম, আধুনিক আৰু প্ৰাচীন সময়ৰ বীৰত্বৰ কথা স্মৰণ কৰিম, মাথোন এই উদ্দেশ্যেৰে কলম ধাৰণ কৰিছো। যদি সেই কথা স্মৰণ কৰাবলৈ সমৰ্থ হওঁ, তেনেহলেই যত্ন সফল হৈছে, নহলে মোৰ কিতাপবোৰ দূৰত নিক্ষেপ কৰা, লেখক তাত ক্ষুণ্ণ নহব।

শান্ত কাননত পবিত্ৰ পুৰণি কথা আৰু সঙ্গীতে ৰঘুনাথৰ উত্তপ্ত

ললাটত পানী ঢালিবলৈ ধৰিলে, উদ্বিগ্ন হিয়াত শান্তি সিচিবলৈ ধৰিলে। হতভাগ্যৰ উন্মত্ততা ক্ৰমে হ্ৰাস পালে, সেই মহৎ কথাৰ ওচৰত আপোনাৰ শোক আৰু দুখ জানো সামান্য বোধ হল! আপোনাৰ মহৎ উদ্দেশ্য আৰু বীৰত্ব জানো ক্ষুদ্ৰ বোধ হ'ল! লাহে লাহে চিন্তাহাৰিণী নিদ্ৰাই ৰঘুনাথক কোলাত গ্ৰহণ কৰিলে। ৰঘুনাথৰ শ্ৰান্ত অৱসন্ন শৰীৰ সেই বৃক্ষমূলত শায়িত হ'ল।

ৰঘুনাথে সপোন দেখিবলৈ ধৰিলে। আজি কিহৰ সপোন? আজি জানো গৌৰৱৰ সপোন দেখিছে? দিনে দিনে পদোন্নতি, দিনে দিনে যশস্যা বিস্তাৰৰ সপোন দেখিছে? হায়! ৰঘুনাথৰ জীৱনৰ সেই সপোন ভাঙি গৈছে, সেই চিন্তা শেষ হৈছে, মৰীচিকা-পূৰ্ণ সংসাৰৰ সেই মৰীচিকা বিলুপ্ত হৈছে।

ৰঘুনাথে জানো যুদ্ধক্ষেত্ৰৰ সপোন দেখিছে? শত্ৰুক বিনাশ কৰিবলৈ ধৰিছে? দুৰ্গজয় কৰিছে? যোদ্ধাৰ কাৰ্য্য কৰিছে? ৰঘুনাথৰ সেই উদ্যম শেষ হৈছে, সেই সপোনো বিলুপ্ত হৈছে।

একো একোটাকৈ যৌৱনৰ উদ্যমবোৰ বিলুপ্ত হৈছে, আশাপ্ৰদীপ নুমাই গৈছে. এই এন্ধাৰ নিশা শ্ৰান্ত বন্ধুহীন যুৱকৰ বহুদিনৰ কথা পূৰ্ব্বজীৱনৰ স্মৃতিৰ দৰে জাগৰিত হৈছে। শোকৰ ভৰত হৃদয় আক্ৰান্ত হলে, আশা আৰু সুখে আমাৰ ওচৰৰ পৰা বিদায় ললে বন্ধুহীন জনৰ যি কথা স্মৰণ হয়, ৰঘুনাথে সেই সপোন দেখি আছিল। স্নেহময়ী জননীৰ স্নেহসিক্ত মুখখনি মনত ভাহি উঠিল, পিতাকৰ দীৰ্ঘ অৱয়ৱ আৰু প্ৰশস্ত কপাল মনত পৰিল, বাল্যকালত সেই দুৰণিৰ সূৰ্য্যমহলত খেলা কৰিছিল, হাঁহিৰ ধ্বনিত চাৰিওফাল প্ৰতিধ্বনিত কৰি তুলিছিল. সেই কথা মনত পৰিল, লগে লগে বাল্যকালৰ সহচৰী শান্ত ধীৰ প্ৰাণৰ ভনীয়েক লক্ষ্মীক মনত পৰিল। আহা, সেই স্নেহময়ী ভনীয়েকক আৰু জানো জীৱনত দেখিবলৈ পাব? আজি সেই সোণৰ সংসাৰ ক'ত, সেই প্ৰফুল্ল সুখৰ জগত ক'ত?

সেই হৃদয়ৰ সহোদৰা ক'ত ? নিদ্ৰিতৰ চকুৰ পৰা এটোপাল অশ্ৰু মাটিত বাগৰি পৰিল।

নিদ্ৰিত ৰঘুনাথে সেই স্নেহময়ীৰ মুখখনি চিন্তা কৰি কৰি চকু মেলিলে। কি দেখিলে ? ভাব হ'ল যেন স্বয়ং লক্ষ্মীদেৱীয়ে ভায়েকৰ মূৰটো নিজৰ কোলাত লৈ বহি আছে, কোমল শীতল হাত ভায়েকৰ উষ্ণ কপালত থৈ হিয়াৰ উদ্বেগ দূৰ কৰি দিছে। সহোদৰাই স্নেহভৰা নয়নেৰে যেন সহোদৰৰ মুখৰ পিনে একে থিৰে চাই আছে। আহা, বোধ হ'ল যেন, শোক বা চিন্তাত লক্ষ্মীৰ প্ৰফুল্ল মুখখনি অলপ শুকান হৈ পৰিছে, চকুদুটি তেনেকুৱা স্থিৰ, প্ৰশস্ত, স্নিগ্ধ, কিন্তু চিন্তাৰ নিবাসস্থল।

চকু মুদিলে, আৰু একবিন্দু অশ্ৰু ত্যাগ কৰিলে, "ভগবান, বহু সহ্য কৰিছো, কিয় মিছা আশাত হিয়া ব্যথিত কৰিছা ? মই যেন বলিয়া নহওঁ।"

যেন কোমল হাতেৰে ৰঘুনাথৰ অশ্ৰুবিন্দু মচা গ'ল। ৰঘুনাথে আকৌ চকু মেলিলে; এইটো সপোন নহয়, তেওঁৰ প্ৰাণৰ সহোদৰাই তেওঁৰ মূৰটো কোলাত তুলি লৈ সেই গছৰ তলত বহি আছে।

ৰঘুনাথৰ হিয়াত আলোড়ন জাগিল। তেওঁ লক্ষ্মীৰ হাত দুখন নিজৰ তপত হিয়াত থৈ সেই স্নেহপূৰ্ণ মুখৰ পিনে চালে, তেওঁৰ মুখত কথা নুফুটিল, চকুৰ পৰা দৰবিগলিত ধাৰা বৈ পৰিল। অৱশেষত আৰু সহ্য কৰিব নোৱাৰি সেই তৰুণ যোদ্ধাই উচ্চৈঃস্বৰে ৰোদন কৰি উঠিল ; কলে,—"লক্ষ্মী, লক্ষ্মী, তোমাক জানো এই জীৱনত আকৌ দেখিবলৈ পালো ? আন সুখ দূৰলৈ যাওক, আন আশা দূৰ হওক, লক্ষ্মী, তোমাৰ হতভাগ্য ককায়েৰাক ওচৰত ঠাই দিয়া, সি এই জীৱনত আৰু একো নিবিচাৰে।"

লক্ষ্মীয়েও শোক নিবাৰণ কৰিব নোৱাৰিলে, ককায়েকৰ বুকুত নিজৰ মুখ লুকাই এবাৰ হেঁপাহ পলুৱাই কান্দিলে। আহা, এই

কান্দোনত যি সুখ, জগতত জানো বস্তু আছে, স্বৰ্গত জানো সুখ আছে, যাক অভাগাসকলে সেই সুখৰ আগত তুচ্ছ জ্ঞান নকৰে ?

পৰস্পৰক বহুদিনৰ মূৰত পাই পৰস্পাৰে ভালেখিনি সময় বাক্য-ৰহিত হৈ ৰ'ল, বহুদিনৰ কথা বৈ বৈ অন্তৰত জাগিবলৈ ধৰিলে, সুখৰ লহৰীৰ লগত শোকৰ লহৰী মিহলি হৈ হিয়াত উথলি উঠিল, বৈ বৈ বৈ পৰা অশ্ৰু ধাৰাৰে উভয়ৰ হিয়া ভাহি গ'ল। ভগিনীৰ নিচিনা এই জগতত আৰু স্নেহময়ী কোন আছে ? ভ্ৰাতৃস্নেহৰ নিচিনা আৰু পবিত্ৰ স্নেহ কি আছে ? আমি সেই ভালপোৱা বৰ্ণাবলৈ অক্ষম, পাঠক, ক্ষমা কৰিবা।

ভালেখিনি সময়ৰ পিছত দুজনৰেই হিয়া শীতল হল। তেতিয়া লক্ষ্মীয়ে নিজৰ আঁচলেৰে ককায়েকৰ চকুৰ পানী মচি দি কলে,— "ঈশানীৰ ইচ্ছাত কিমান অনুসন্ধানৰ পিছত আজি তোমাক দেখিবলৈ পালো। আহা, মোৰ কি পৰম সুখ, দুখিনীৰ কপালত জানো ইমান সুখ আছিল ? দাদা, এই চেঁচা বতাহত থাকিলে তোমাৰ অসুখ হব। ব'লা মন্দিৰৰ ভিতৰলৈ যাওঁ, মই আৰু বেছি সময় থাকিব নোৱাৰিম।"

ককায়েক ভনীয়েক মন্দিৰৰ ভিতৰলৈ আহিল, লক্ষ্মীয়ে এটা স্তম্ভৰ কাষত বহিল, শ্ৰান্ত ৰঘুনাথে আগৰ দৰে লক্ষ্মীৰ কোলাত মূৰ থৈ শয়ন কৰিলে, মৃদুস্বৰে উভয়ে গভীৰ অন্ধকাৰ নিশা পূৰ্ব্বকথা কবলৈ ধৰিলে।

লাহে লাহে ককায়েকৰ কপাল আৰু দেহত হাত বুলাই লক্ষ্মীয়ে কিমান কথা সুধিবলৈ ধৰিলে। ৰঘুনাথে তাৰ উত্তৰ দি গ'ল। দস্যুৰ হাতৰ পৰা পলাই আহি অনাথ বালকে কোন কোন দেশত বিচৰণ কৰিছিল, ক'ত কি অৱস্থাত আছিল, তাকেই কবলৈ ধৰিলে। কেতিয়াবা মহাৰাষ্ট্ৰীয় কৃষকসকলৰ লগত হাল বায়, কেতিয়াবা গৰু-বাছুৰ বা মেষৰ পাল চৰায়, মেষৰ লগে লগে পৰ্ব্বত, উপত্যকা, বিস্তীৰ্ণ পথাৰত ভ্ৰমণ কৰে, বা নিৰ্জ্জনত বহি চাৰণসকলৰ গীত গায়। কেতিয়াবা গধূলি নদীৰ পাৰত অকলে বহি উচ্চৈঃস্বৰে সেই

গীত গাই হিয়াক শান্ত কৰিছে, কেতিয়াবা আকৌ দোক্ মোকালিতে বননিৰ মাজত সোমাই পূৰ্ব্বৰ কথা সুঁৱৰি উচ্চৈঃস্বৰে কান্দিছে। পৰ্ব্বতসঙ্কুল কঙ্কণ প্ৰদেশত কেইবছৰমান অৱস্থিতি কৰিছে, অৱশেষত এজন মহাৰাষ্ট্ৰীয় সেনানীৰ অধীনত কাম কৰিছে; তেওঁৰ লগে লগে কেতিয়াবা কেতিয়াবা যুদ্ধলৈ যায়। বয়স বঢ়াৰ লগে লগে যুদ্ধ ব্যৱসায়ত ৰঘুনাথৰ উৎসাহ বাঢ়িবলৈ ধৰিছিল। অৱশেহত মহানুভৱ শিৱজীৰ ওচৰত উপস্থিত হৈ তেওঁ সৈনিকৰ পদ গ্ৰহণ কৰে। আজি তিনি বছৰ হ'ল সেই কাম কৰি আছে। জগদীশ্বৰে জানে, তেওঁ কামত ত্ৰুটী কৰা নাই, কিন্তু প্ৰভু শিৱজীৰ অযথা সন্দেহত অপমানিত হৈ দেশে দেশে নিৰাশ্ৰয়ভাবে ঘূৰি ফুৰিছে। এতিয়া জীৱনত তেওঁৰ উদ্দেশ্য নাই, পিতাকৰ দৰে যুদ্ধত প্ৰাণত্যাগ কৰি অসাৰ পৃথিবী পৰিত্যাগ কৰিব।

ককায়েকৰ দুখৰ কাহিনী শুনি শুনি স্নেহময়ী ভনীয়েকে নিশব্দে অবাৰিত অশ্ৰুত্যাগ কৰিছিল। তেওঁ নিজৰ শোক সহিব পাৰে, ককায়েকৰ দুখত একেবাৰে ব্যাকুল হ'ল। যেতিয়া সেই কথা শেষ হল, কোনো ৰকমে শোক সংবৰণ কৰি, আপোনাৰ কি পৰিচয় দিব, তাকে চিন্তা কৰিবলৈ ধৰিলে। চন্দ্ৰৰাওৰ নাম নললে, ধীৰে ধীৰে চকুৰ পানী মচি কলে,—"মহাৰাষ্ট্ৰ দেশলৈ অহাৰ অলপ পিছতেই এজন সম্ভ্ৰান্ত মহাৰাষ্ট্ৰ জায়গীৰদাৰে তেওঁক বিয়া কৰায়। নাৰীয়ে স্বামীৰ নাম উচ্চাৰণ নকৰে, আকাশৰ শশধৰৰ নামেই তেওঁৰ স্বামীৰ নাম, গগনৰ শশধৰৰ নিচিনা তেওঁৰ ক্ষমতা আৰু গৌৰৱৰ কিৰণ চাৰিওফালে বিয়পি পৰিছে। তেওঁৰ বিপুল সংসাৰত লক্ষ্মী সুখেৰে আছে, প্ৰভুৱেও দাসীৰ ওপৰত অনুগ্ৰহ কৰে, সেই অনুগ্ৰহত দাসী সুখেৰে আছে। এই জীৱনত তেওঁৰ আৰু কোনো বাসনা নাই, মাথোন প্ৰাণৰ ককায়েকক সুখেৰে থকা দেখিলেই তেওঁৰ জীৱন সাৰ্থক হয়। ৰঘুনাথৰ খা-খবৰ তেওঁ মাজে মাজে পায়। তেওঁক এবাৰ চাবলৈ তেওঁ কিমান দিন চেষ্টা কৰিছে। আজি সেই

কামনা কৰি মন্দিৰত পূজা দিবলৈ আহিছিল, হঠাৎ মন্দিৰৰ কাষত গছৰ তলত প্ৰাণৰ ককায়েকক পুনৰাই পালে।"

এনেকৈ আত্মপৰিচয় দি লক্ষ্মীয়ে ককায়েকৰ হিয়াৰ শেলৰ দৰে দুখ উৎপাটন কৰিবলৈ যত্ন কৰিবলৈ ধৰিলে। লক্ষ্মী দুখিনী, দুখৰ কথা জানে; লক্ষ্মী নাৰী, দুখত সান্ত্বনা দিবলৈও জানে। সহিষ্ণু হৈ নিজৰ দুখ সহ্য কৰা, সান্ত্বনা দি পৰৰ দুখ দূৰ কৰা,—এইয়ে নাৰীৰ ধৰ্ম্ম।

অনেক প্ৰকাৰে প্ৰবোধ বাক্য দি লক্ষ্মীয়ে ককায়েকৰ মন শান্ত কৰিবলৈ ধৰিলে; কলে,—আমাৰ জীৱনেই এনেকুৱা, সকলো দিন সমানে নেযায়! ভগবানে যি সুখ দিয়ে তাকে আমি ভোগ কৰোঁ, যদি এদিন দুখ পাওঁ, তাক জানো সহ্য কৰিবলৈ বিমুখ হম? মানৱ জন্মটোৱেই দুখময়, যদি আমি দুখ সহ্য নকৰো তেন্তে কোনে কৰিব? সুদিন দুৰ্দ্দিন সকলোৰেই আছে, দুৰ্দ্দিনত আমি যেন সেই বিধাতাৰ নাম লৈ নিজৰ শোক পাহৰি যাওঁ। তেৱেঁই এদিন পিতাৰ ঘৰত আমাক সুখ দিছিল, তেৱেঁই আজি কষ্ট দিছে, তেৱেঁই আকৌ সেই কষ্ট মোচন কৰিব। দাদা, এই নিৰাশা দূৰ কৰা, এনেকুৱা অৱস্থাত থাকিলে শৰীৰ কিমান দিন থাকিব? আহাৰ নিদ্ৰা ত্যাগ কৰিলে মানুহৰ জীৱন কিমান দিন থাকে?

ৰঘুনাথ। থকাৰ আৱশ্যক কি? যিদিনা বিদ্ৰোহী বুলি সৈনিকৰ নামত কলঙ্ক পৰিল, সেইদিনা সৈনিকৰ জীৱন নগ'ল কিয়?

লক্ষ্মী। তোমাৰ ভনী লক্ষ্মীক চিৰদুখিনী কৰিবা, এই জানো ইচ্ছা? চোৱাঁ দাদা, মোৰ আৰু এই জগতত কোন আছে? পিতা নাই, আই নাই, জগত সংসাৰত কোনো নাই। তুমিও জানো দুখিনী লক্ষ্মীৰ প্ৰতি সমস্ত মমতা পাহৰিলা? বিধাতা জানো এই হতভাগিনীৰ ওপৰত একেবাৰে বিমুখ হ'ল?

ৰঘুনাথ। লক্ষ্মী, তুমি মোক ভালপোৱা তাক জানো, তোমাক

যিদিনা কষ্ট দিম, সেই দিনা ঈশ্বৰ যেন মোৰ প্ৰতি বিমুখ হয়। কিন্তু ভনীটি, এই জীৱনত আৰু মোৰ সুখ নাই। তুমি তিৰোতা-মানুহ, সৈনিকৰ শোক বুজিবা কিদৰে? জীৱনতকৈ আমাৰ সুনাম প্ৰিয়, মৃত্যুতকৈ কলঙ্ক আৰু অপযশ হেজাৰগুণে কষ্টকৰ। সেই কলঙ্কত ৰঘুনাথৰ নাম কলঙ্কিত হৈছে।

লক্ষ্মী। তেন্তে সেই কলঙ্ক দূৰ কৰা চেষ্টাৰ পৰা কিয় বিমুখ হৈছা? মহানুভৱ শিৱজীৰ ওচৰলৈ যোৱা, তেওঁৰ ক্ৰোধ দূৰ হলে তেওঁ নিশ্চয় তোমাৰ কথা শুনিব, তোমাৰ দোষ নাই বুজি পাব।

ৰঘুনাথে উত্তৰ নিদিলে, কিন্তু তেওঁৰ মুখমণ্ডল ৰঙা হৈ উঠিল, চকুৰ পৰা অগ্নিকণা বাহিৰ হবলৈ ধৰিলে। বুদ্ধিমতী লক্ষ্মীয়ে বুজিলে, পিতাৰ অভিমান, পিতাৰ দৰ্প পুত্ৰত বৰ্ত্তমান। তেওঁ প্ৰাণ থাকোতে এনেকুৱা আবেদন নকৰে। তীক্ষ্ণ বুদ্ধিমতী লক্ষ্মীয়ে ককায়েকৰ অন্তৰৰ ভাব বুজি পুনৰাই কলে, "মাৰ্জ্জনা কৰা, মই তিৰোতা মানুহ, সকলো কথা বুজি নেপাওঁ। কিন্তু যদি শিৱজীৰ ওচৰলৈ যাবলৈ অসম্মত হোৱা, কাৰ্য্যৰ দ্বাৰা কিয় নিজৰ যশস্যা ৰক্ষা নকৰা? পিতাই কৈছিল, 'সেনাৰ সাহস আৰু প্ৰভুভক্তি কাৰ্য্যত প্ৰকাশ হয়।' যদি বিদ্ৰোহী বুলি কোনোবাই তোমাক সন্দেহ কৰে তেন্তে অসিহস্তে কিয় সেই সন্দেহ দূৰ নকৰা?"

উৎসাহত ৰঘুনাথৰ নয়ন প্ৰজ্জ্বলিত হ'ল। তেওঁ সুধিলে,—"কি দৰে?"

লক্ষ্মী। শুনিছো, শিৱজী দিল্লীলৈ যাবলৈ ওলাইছে, তাত হেজাৰ ঘটনা ঘটিব পাৰে, দৃঢ়প্ৰতিজ্ঞ সৈনিকৰ আত্মপৰিচয় দিবলৈ হেজাৰ উপায় থাকিব পাৰে। মই তিৰোতা, মই কি জানো কোৱা? পিতাৰ নিচিনা তোমাৰ সাহস; তেওঁৰেই নিচিনা বীৰপ্ৰতিজ্ঞা কৰিলে তোমাৰ কোন উদ্দেশ্য সফল নোহোৱাকৈ থাকিব পাৰে?

ৰঘুনাথৰ যদি আন চিন্তাৰ সময় থাকিলহেঁতেন, তেন্তে বুজিলে-

হেঁতেন কনিষ্ঠা লক্ষ্মী মানৱহৃদয়-শাস্ত্ৰত অনভিজ্ঞা নহয়। যি ঔষধ আজি ৰঘুনাথৰ হিয়াত ঢালি দিলে, তাতে মুহূৰ্ত্তৰ ভিতৰতে শোক সন্তাপ দূৰ হ'ল, সৈনিকৰ হিয়া আগৰ দৰে উৎসাহত স্ফীত হৈ উঠিল।

ৰঘুনাথে ভালেখিনি সময় চিন্তা কৰিলে। তেওঁৰ চকু মুখে হঠাৎ নতুন গৌৰৱ ধাৰণ কৰিলে; অনেক সময়ৰ পিছত কলে—লক্ষ্মী, তুমি তিৰোতা মানুহ, কিন্তু তোমাৰ কথা শুনি শুনি মোৰ মনত নতুন ভাবৰ উদয় হৈছে। মোৰ হিয়া উৎসাহশূন্য নহয়, ভগবান সহায় হওক. ৰঘুনাথ বিদ্ৰোহী নহয়, ভীৰু নহয়, এই কথা এতিয়াও প্ৰচাৰ হব। কিন্তু তুমি বালিকা, তোমাৰ আগত এইবোৰ কওঁ কিয়, তুমি মোৰ অন্তৰৰ ভাব কি বুজিবা?"

লক্ষ্মীয়ে মিচিকিয়াই হাঁহিলে, ভাবিলে, "ৰোগ নিৰ্ণয় কৰিলো মই, ঔষধ দিলো মই, তথাপি একো নুবুজো?" মুখ ফুটাই কলে,—"দাদা, তোমাৰ উৎসাহ দেখি মোৰ প্ৰাণ জুৰ পৰিল। তোমাৰ মহৎ উদ্দেশ্য মই কেনেকৈ বুজিম? কিন্তু যি নহওক, তোমাৰ ভনীয়েৰা যিমান দিন জীয়াই থাকিব, তুমি পূৰ্ণমনোৰথ হোৱা, জগদীশ্বৰৰ ওচৰত এই প্ৰাৰ্থনা কৰিম।"

ৰঘুনাথ। লক্ষ্মী, মই যিমান দিন জীয়াই থাকিম, তোমাৰ স্নেহ, তোমাৰ ভাল পোৱা কেতিয়াও পাহৰি নেযাম।

ভালেমান পৰত লক্ষ্মীয়ে অধোবদনে লাহে লাহে কলে, "মোৰ আৰু এটা কথা আছে, কিন্তু কবলৈ ভয় লাগে।"

ৰঘুনাথ। লক্ষ্মী, মোৰ আগত জানো তোমাৰ কথা কবলৈ ভয় লাগে? মই তোমাৰ সহোদৰ, সহোদৰৰ আগত কি ভয়?

লক্ষ্মী। চন্দ্ৰৰাও নামে এজন জুমলাদাৰে বোধহয় তোমাৰ অপকাৰ কৰিছে?

ৰঘুনাথৰ হাঁহি দূৰ হ'ল, মুখ ৰঙা হৈ উঠিল, কিন্তু সেই উদ্বেগ দমন কৰি ৰঘুনাথে কলে,—"চন্দ্ৰৰায়ে ৰাজাৰ আগত যি কথা

কৈছিল, সেইটো অযথাৰ্থ নহয়। তেওঁ মোৰ আন কোনো অপকাৰ কৰিছেনে নাই, তাক মই নেজানো।"

লক্ষ্মী। তেওঁ যিয়েই নকৰক, দাদা, অঙ্গীকাৰ কৰা, তেওঁৰ অনিষ্ট নকৰিবা।

ৰঘুনাথে নিৰুত্তৰ হৈ চিন্তা কৰিবলৈ ধৰিলে। লক্ষ্মীয়ে আকৌ কলে "তোমাৰ ওচৰত আগেয়ে মই কেতিয়াও কোনো ভিক্ষা কৰা নাই, এটা কথা কলো, দাদা, মোক যদি ভাল পোৱা, এই কথাটো ৰাখিবা।"

সেই অনুৰোধত ৰঘুনাথৰ হিয়া পমি গ'ল। তেওঁ ভনীয়েকৰ হাত দুখনত ধৰি কলে, "লক্ষ্মী, মোৰ মনত সন্দেহ হয়, চন্দ্ৰৰাৱেই মোৰ সৰ্ব্বনাশ কৰিছে; কিন্তু তোমাক অদেয় একো নাই। এই এই ঈশানীমন্দিৰত প্ৰতিজ্ঞা কৰিছো, চন্দ্ৰৰাওৰ একো অনিষ্ট নকৰো। মই তেওঁৰ দোষ মাৰ্জ্জনা কৰিলো, জগদীশ্বৰে তেওঁক মাৰ্জ্জনা কৰক।"

লক্ষ্মায়ে অন্তৰৰ সৈতে কলে, "জগদীশ্বৰে তেওঁক মাৰ্জ্জনা কৰক।"

পূবপিনে প্ৰভাতৰ আলোক ৰাশি দেখা গ'ল। লক্ষ্মীয়ে তেতিয়ে চকু পানী টুকি সস্নেহে ককায়েকৰ পৰা বিদায় ললে, কলে, "মোৰ লগত ঘৰৰ আন মানুহ মন্দিৰলৈ আহিছে, এতিয়াও সকলো শুই আছে, এতিয়া আমি নগলে জানিব পাৰিব; এতিয়া আহিলো, পৰমেশ্বৰে তোমাৰ মনোৰথ পূৰ্ণ কৰক।

"পৰমেশ্বৰে তোমাক সুখে ৰাখক" এই বুলি সস্নেহে লক্ষ্মীৰ পৰা বিদায় লৈ ৰঘুনাথো মন্দিৰৰ পৰা বাহিৰ ওলাল। লক্ষ্মীৰ পৰা বিদায় ললো, পাঠক, ব'লা আমি হতভাগিনী সৰযূৰ পৰা বিদায় লৈ আহোঁগৈ।

# বিংশ পৰিচ্ছেদ

## সীতাপতি গোস্বামী

যোৱা ৰণে, তোমাক কৰিলো অভিষেক,

* * * *

যোৱা যশোবিমণ্ডিত হই পুনৰাই,
এইৰূপে আহি পুনু কৰা সমুখত।

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায়।

ৰুদ্ৰমণ্ডল দুৰ্গ আক্ৰমণৰ দিনাখন ৰঘুনাথৰ যাওঁতে কি কাৰণে পলম হৈছিল, পাঠক মহাশয়ে নিশ্চয় উপলব্ধি কৰিব পাৰিছে। সিদিনা যুদ্ধত কোন ৰক্ষা পাব, কোনেও নেজানিছিল। যুদ্ধলৈ যোৱাৰ আগেয়ে ৰঘুনাথে প্ৰাণৰ হেঁপাহ পলুৱাই এবাৰ সৰযূক চাবলৈ আহিছিল, অশ্ৰুনয়নে সৰযূৱে ৰঘুনাথক বিদায় দিছিল।

এদিন, দুদিন অতিবাহিত হ'ল, ৰঘুনাথৰ কোনো খবৰ পোৱা নগ'ল। আশাই প্ৰথমে কাণে কাণে কবলৈ ধৰিলে,—"ৰঘুনাথ যুদ্ধত বিজয়ী হৈছে, ৰঘুনাথ ৰজাৰ দ্বাৰা সম্মানিত হৈছে, বিজয়ী ৰঘুনাথ সোনকালে উল্লাসিত হৃদয়ে আকৌ আহিব ধৰিছে, পৰম কৌতুকেৰে পিতাকৰ আগত যুদ্ধৰ কাহিনী বৰ্ণনা কৰিব।" কিন্তু, ৰঘুনাথ আক নাহিল, সেইদিনাৰ যুদ্ধৰ কথা বৰ্ণনা নকৰিলে।

হঠাৎ বজ্ৰৰ দৰে সংবাদ আহিল, ৰঘুনাথ বিদ্ৰোহী, বিদ্ৰোহ আচৰণৰ বাবে অবমানিত হৈ বিদূৰিত হৈছে। প্ৰথম মুহূৰ্ত্তত সৰযূ চকিতৰ দৰে ৰ'ল, কথাৰ অৰ্থ তেওঁৰ বোধগম্য নহল। লাহে লাহে কপাল ৰঙা হৈ উঠিল, ৰাঙলি আভাত মুখমণ্ডল ৰঞ্জিত হ'ল, শৰীৰ কঁপিবলৈ ধৰিলে, চকুৰ পৰা জুইৰ ফিৰিঙতি ওলাবলৈ ধৰিলে। দাসীক কলে,—"কি কলি, ৰঘুনাথ বিদ্ৰোহী, ৰঘুনাথ বিদ্ৰোহী?

ৰঘুনাথে মুছলমানসকলৰ লগত যোগ দিছিল? কিন্তু তই নিৰ্ব্বোধ, তোক কি কম, সমুখৰ পৰা দূৰ হ।"

লাহে লাহে যুদ্ধৰ পৰা এজন এজনকৈ বহু সৈন্য আহিবলৈ ধৰিলে, সকলোৱে কবলৈ ধৰিলে, "ৰঘুনাথ বিদ্ৰোহী।" সৰযূৰ সখীহঁতে সৰযূক এই কথা কলে; বুঢ়া জনাৰ্দ্দনেও চকুলো টুকি কবলৈ ধৰিলে, কোনে জানে, সেই সুন্দৰ উদাৰমূৰ্ত্তি বালকৰ মনত এনেকুৱা ক্ৰুৰতা আছিল?" সৰযূৱে সকলো শুনিলে, কোনো উত্তৰ নিদিলে। পৃথিবীৰ সকলো মানুহে ৰঘুনাথক বিদ্ৰোহী বুলিছে, সৰযূৰ হিয়াই কলে,—জগত মিথ্যাবাদী, ৰঘুনাথৰ চৰিত্ৰ দোষে স্পৰ্শ কৰা নাই।

এইদৰে কেইদিনমান অতিবাহিত হ'ল, পিছত এদিন সন্ধ্যাৰ সময়ত সৰযূ সৰোৱৰৰ পাৰলৈ গ'ল; দেখিলে, সৰোৱৰৰ পাৰত সেই নৈশ অন্ধকাৰত জঁটাজুঁটধাৰী দীৰ্ঘকায় এজন গোস্বামী বহি আছে। সৰযূৱে অলপ আচৰিত হৈ থিয় দিলে, যিমানেই গোস্বামীৰ ফালে চাবলৈ ধৰিলে, সিমানেই তেওঁৰ তেজোপূৰ্ণ শৰীৰ দেখি সৰযূৰ হিয়াত ভক্তিৰ আবিৰ্ভাৱ হবলৈ ধৰিলে।

গোস্বামীয়ে সৰযূৰ পিনে চালে, অলপ সময় স্থিৰ ভাবেৰে চাই গম্ভীৰভাবে কলে,—"ভদ্ৰে, এই গোস্বামীৰ ওচৰত জানো তোমাৰ কোনো প্ৰয়োজন আছে? কোনো বিশেষ অভীষ্টৰ বাবে মোৰ ওচৰলৈ আহিছা? ৰমণী, তোমাৰ কপালত দুখৰ চিহ্ন দেখিছো কিয়? চকুত পানী কিয়?"

সৰযূৱে উত্তৰ দিব নোৱাৰিলে। গোস্বামীয়ে আকৌ কলে,— "বোধ কৰোঁ মই তোমাৰ উদ্দেশ্য জানিব পাৰিছো। বোধকৰোঁ কোনো বন্ধুৰ বিষয়ে সুধিবলৈ আহিছা।"

সৰযূৱে তেতিয়া কম্পিত সুৰেৰে কলে, "ভগবান্! আপোনাৰ শক্তি অসাধাৰণ, যদি অনুগ্ৰহ কৰি আৰু কিছু কয়, তেন্তে মই বাধিত হওঁ। সেই বন্ধু বিপন্ন হৈছে, তেওঁৰ কুশল বাতৰি সুধিবলৈ আহিছো।"

গোস্বামী। জগতত সকলোৱে তেওঁক বিদ্ৰোহী বুলি জানে।

সৰযূ। প্ৰভুৰ অজ্ঞাত একো নাই।

গোস্বামী। মহাৰাজ শিৱজীয়ে তেওঁক বিদ্ৰোহী বুলি জানিয়েই দূৰ কৰি দিছে।

সৰযূৰ মুখ ৰঙা হৈ উঠিল, আৰক্ত নয়নে কলে,—"তপস্যাক প্ৰবঞ্চনা বুলি বিশ্বাস কৰিম, কিন্তু ৰঘুনাথ বিদ্ৰোহী বুলি বিশ্বাস নকৰোঁ। প্ৰভু, মই বিদায় হওঁ।"

গোস্বামীৰ নয়নত পানীয়ে দেখা দিলে, তেওঁ ধীৰে ধীৰে কলে,—"মোৰ আৰু অলপ বক্তব্য আছে।"

সৰযূ। নিবেদন কৰক।

গোস্বামী। মানুহৰ হৃদয় জানিব পৰা মানুহৰ গণনাৰ অসাধ্য, ৰঘুনাথৰ হিয়াত কি আছিল, জানিবৰ একমাত্ৰ উপায় আছে। প্ৰণয়িনীৰ হিয়া প্ৰণয়ীৰ হিয়াৰ দৰ্পণৰ দৰে। যদি ৰঘুনাথৰ যথাৰ্থ প্ৰণয়িনী কোনোবা থাকে তেওঁৰ ওচৰলৈ যোৱা, তেওঁৰ হিয়াৰ ভাব কি সোধা, তেওঁৰ হিয়াৰ চিন্তা মিথ্যাবাদিনী নহয়।

সৰযূৱে আকাশৰ পিনে চাই কলে,—"জগদীশ্বৰ, তোমাক ধন্যবাদ দিওঁ, তুমি মোৰ অন্তৰত ইমান সময়ে শান্তি দান কৰিলা। সেই উন্নত চৰিত্ৰ যোদ্ধাৰ প্ৰণয়িনী হোৱাৰ আশা যি কৰে, জীৱন থাকোঁতে ৰঘুনাথৰ সত্যতাত তেওঁৰ স্থিৰ বিশ্বাস বিচলিত নহব।"

অলপ পিছত গোস্বামীয়ে আকৌ কলে, "ভদ্ৰে,—তোমাৰ কথা শুনি ভাব হৈছে যে, তুমিয়ে সেই যোদ্ধাৰ প্ৰকৃত প্ৰণয়িনী। মই দেশে দেশে পৰ্য্যটন কৰোঁ, সম্ভৱতঃ ৰঘুনাথৰ লগত আকৌ সাক্ষাৎ হব পাৰে, তেওঁক কিবা কবলগীয়া আছে? মোৰ ওচৰত লাজ কৰাৰ কাৰণ নাই, মই সংসাৰৰ বহিৰ্ভূত।"

সৰযূ অলপ লজ্জিত হ'ল, লাহে লাহে কলে,—"প্ৰভুৰ সৈতে সম্প্ৰতি, তেওঁৰ জানো দেখা হৈছিল?"

গোস্বামী। কালি ৰাতি ঈশানী মন্দিৰত দেখা হৈছিল। তেৰেঁই মোক তোমাৰ ওচৰলৈ পঠিয়াইছে।

সৰযূ। তেওঁ এতিয়া কি কৰিবলৈ প্ৰতিজ্ঞা কৰিছে, তাক জানো কৈছে?

গোস্বামী। নিজ বাহুবলে, নিজ কাৰ্য্যগুণে, অন্যায় অপযশ তিৰোহিত কৰিব নাইবা সেই চেষ্টাত প্ৰাণ দিব।

সৰযূ। ধন্য বীৰ প্ৰতিজ্ঞা। যদি তেওঁৰ সৈতে আপোনাৰ আৰু দেখা হয়, ক'ব, সৰযূ ৰাজপুত জীয়াৰী, জীৱনতকৈ যশ অধিক জ্ঞান কৰে। ক'ব,—সৰযূ যিমান দিনলৈ জীয়াই থাকিব, ৰঘুনাথক কলঙ্কশূন্য বীৰ বুলি তেওঁৰেই যশোগীত গাব। ভগবানে নিশ্চয় ৰঘুনাথৰ যত্ন সফল কৰিব।

গোস্বামী। ভগবানে তাকেই কৰক, কিন্তু ভদ্ৰে, সত্যৰ সৰ্ব্বদা জয় নহয়। বিশেষকৈ ৰঘুনাথ যি দুৰূহ উদ্যমত প্ৰবৃত্ত হৈছে, তাত তেওঁৰ প্ৰাণসংশয়ো আছে।

সৰযূ। ৰাজপুতৰ সেই ধৰ্ম্ম। আপুনি তেওঁক জনাব, যদি কৰ্ত্তব্যসাধনত তেওঁৰ প্ৰাণবিয়োগ হয়, সৰযূবালাই তেওঁৰ যশোগীত গাই গাই পৰম উল্লাসেৰে নিজ প্ৰাণ বিসৰ্জ্জন দিব।

উভয়ে অলপ নিস্তব্ধ হৈ ৰ'ল, অনেক সময়ৰ পিছত সৰযূৱে সুধিলে, "ৰঘুনাথে আৰু কিবা আপোনাৰ আগত কৈছে?"

গোস্বামীয়ে খন্তেক চিন্তা কৰি কলে, "তোমাক সুধিছে, বিদ্ৰোহী বুলি জগতে তেওঁক ঘৃণা কৰিব, তুমি জানো তেওঁক হৃদয়ত স্থান দিবা? জগতে যাৰ নাম উচ্চাৰণ নকৰে তুমি জানো তেওঁৰ নাম স্মৰণ কৰিবা? ঘৃণিত, অপমানিত, দূৰীকৃত ৰঘুনাথক জানো সৰযূবালাই মনত ৰাখিব?"

সৰযূবালাই কলে,—"প্ৰভু, তেওঁক জনাব, সৰযূ ৰাজপুতবালা, অবিশ্বাসিনী নহয়।"

গোস্বামী। জগদীশ্বৰ! তেন্তে আৰু তেওঁৰ হিয়াত কষ্ট নাই।

মানুহে যদি মন্দ বোলে, তেওঁ জানিব, এজনে এতিয়াও ৰঘুনাথক বিশ্বাস কৰে। এতিয়া বিদায় দিয়া, মই এই কথাবোৰ কলে ৰঘুনাথৰ হিয়াত শান্তি ঢলা হব।

সজল নয়নে সৰযূৱে কলে,—"তেওঁক আৰু কব, তেওঁ অসি-হস্তেৰে যশস্যাৰ পথ পৰিষ্কাৰ কৰক, যি জগতৰ আদি পুৰুষ, তেওঁ তেওঁৰ সহায় হব।

উভয়ে আকৌ নীৰৱ হৈ ৰ'ল, সৰযূৱে কলে, প্ৰভু, মোৰ হিয়া শান্ত কৰিছে আপুনি, প্ৰভুৰ নাম সুধিব পাৰো?"

গোস্বামীয়ে কলে—"সীতাপতি গোস্বামী।"

ৰাতিয়ে জগতত গভীৰতৰ অন্ধকাৰ ঢালিবলৈ ধৰিলে, সেই অন্ধকাৰত এজন গোস্বামী অকলে ৰায়গড় দুৰ্গৰ পিনে গমন কৰিছে।



## একবিংশ পৰিচ্ছেদ

### ৰায়গড় দুর্গ

ধিক্ দেৱ, ঘৃণাশূন্য, অক্ষুব্ধ হৃদয়,
ইমান দিনে আছা এই অন্ধতম পুৰে,
দেৱত্ব বীৰত্ব বীৰ্য্য সকলো তিয়াগি
দাসত্বৰ কলঙ্কত উজ্জ্বল ললাটে ?

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায় ।

পূৰ্ব্বোক্ত ঘটনাৰ কেইদিনমান পিছত, শিৱজীৰ তেতিয়াৰ ৰাজধানী ৰায়গড়ত ৰাতি দু'পৰৰ সময়ত এখন সভা বহিছিল। শিৱজীৰ প্ৰধান প্ৰধান সেনাপতি, মন্ত্ৰী, কৰ্ম্মচাৰী, পুৰোহিত আৰু শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ সভাত উপস্থিত হৈছে। পৰাক্ৰান্ত যোদ্ধা, ধীশক্তি-সম্পন্ন মন্ত্ৰী, শীৰ্ণতনু, শুক্লকেশ, বহুদৰ্শী ন্যায়শাস্ত্ৰীয়ে সভাতল সুশোভিত কৰিছে। যুদ্ধ ব্যৱসায়ত বুদ্ধি সঞ্চালন কৰি বা বিদ্যা বলেৰে এওঁলোকেই শিৱজাৰ চিৰ সহায়তা কৰিছিল; শিৱজীৰ নিচিনাকৈ এওঁলোকৰো হৃদয় স্বদেশানুৰাগত পৰিপূৰ্ণ। কিন্তু আজি সভাস্থল নীৰৱ, শিৱজী নীৰৱ, মহাৰাষ্ট্ৰীয় বীৰসকলে আজি মহাৰাষ্ট্ৰীয় গৌৰৱ-লক্ষ্মীৰ ওচৰত বিদায় লবলৈ সমবেত হৈছে।

বহু সময়ৰ পিছত শিৱজী মুৰেশ্বৰক সম্বোধন কৰি কলে,—"পেছোৱাজী, আপুনি তেন্তে এই পৰামৰ্শ দিছে, সম্ৰাটৰ অধীনতা স্বীকাৰ কৰিছো, তেওঁৰ অধীনত জায়গীৰদাৰ হৈ থাকিম ?"

মুৰেশ্বৰ। মানুহৰ যি সাধ্য আপুনি তাকে কৰিছে, বিধিৰ নিৰ্ব্বন্ধ কোনে খণ্ডন কৰিব পাৰে ?

শিৱজী। স্বৰ্ণদেৱ, যেতিয়া আপুনি মোৰ আদেশত এই সুন্দৰ ৰায়গড় দুৰ্গ প্ৰশস্তভাবে নিৰ্ম্মাণ কৰে, তেতিয়া ইয়াক ৰাজাৰ

ৰাজধানী স্বৰূপে নিৰ্ম্মাণ কৰে, সে জায়গীৰদাৰৰ আবাসস্থান বুলি নিৰ্ম্মাণ কৰে ?

আবাজী স্বৰ্ণদেৱে ক্ষুণ্ণ স্বৰে উত্তৰ কৰিলে,—"ক্ষত্ৰিয়ৰাজ ! ভৱানীৰ আদেশত এদিন স্বাধীনতা আকাঙ্ক্ষা কৰিছিল, ভৱানীৰ আদেশত সেই চেষ্টাৰ পৰা নিৰস্ত হৈছে, তাত আক্ষেপ কৰা অবিধেয়। ঈশানীয়ে নিজে হিন্দু সেনাপতিৰ সৈতে যুদ্ধ নিষেধ কৰিছে।"

অন্নজী দত্তয়ো কলে,—"যি অনিবাৰ্য্য, সেইটো হৈছে, এতিয়া আপোনাৰ দিল্লী গমনৰ কৰ্ত্তব্য অকৰ্ত্তব্য বিবেচনা কৰক।"

শিৱজী। অন্নজা, আপোনাৰ কথা সত্য, কিন্তু যি আশা, যি চেষ্টাই অন্তৰত বহুকালৰ পৰা ঠাই পাইছে, সি সহজতে উৎপাটিত নহয়। সৌ যে উন্নত পৰ্ব্বতশ্ৰেণী চন্দ্ৰালোকত দেখা পোৱা গৈছে, বাল্যকালত এই পৰ্ব্বতশ্ৰেণীৰ শৃঙ্গদেশত উঠি উঠি বা উপত্যকাত ভ্ৰমণ কৰি কৰি কিমান সপোন দেখিছিলো। পুনৰাই মহাৰাষ্ট্ৰ দেশ স্বাধীন হব, ভাৰতবৰ্ষ স্বাধীন হব, পুনৰাই হিন্দু ৰজাই হিমালয়ৰ পৰা সাগৰকূললৈ সমগ্ৰ দেশ শাসন কৰিব। ঈশানী ! যদি এই আশা অলীক সপোন মাথোঁ, তেন্তে এনেকুৱা সপোনত কিয় বালকৰ হৃদয় চঞ্চল কৰি তুলিছিলা ?

এই কথা শুনি সভাৰ সকলো নীৰৱ, সভাত শব্দমাত্ৰও নাই। সেই নিস্তব্ধতাৰ মাজত ঘৰৰ একাষত অলপ এন্ধাৰ ঠাইৰ পৰা এটা গম্ভীৰ স্বৰ শুনা গ'ল,—"ঈশানীয়ে প্ৰবঞ্চনা নকৰে। মানুহৰ যদি অধ্যৱসায় আৰু বীৰত্ব থাকে, ঈশানীয়ে সহায়তাদানত কুণ্ঠিত নহব।"

চকিত হৈ শিৱজীয়ে চাই দেখিলে,—নবীন গোস্বামী সীতাপতি।

উৎসাহত শিৱজীৰ নয়ন জ্বলি উঠিল, কলে,—"গোসাঁইজি ! তুমি মোৰ হিয়াত বাল্য-উৎসাহৰ পুনৰাই উদ্ৰেক কৰিছা, বাল্য-

কথা পুনৰাই স্মৰণ কৰাই দিছা। দাদাজী কানাইদেৱে মৃত্যু-শয্যাত শুই মোক এইদৰে কৈছিল, 'বোপাই, তুমি যি চেষ্টা কৰিছা, তাতকৈ মহত্তৰ চেষ্টা আৰু নাই। এই উন্নত পথ অনুসৰণ কৰা, দেশৰ স্বাধীনতা সাধন কৰা, ব্ৰাহ্মণ, গোবৎসাদি আৰু কৃষকসকলক ৰক্ষা কৰা, দেৱালয় কলুষিতকাৰীক শাস্তি দিয়া, ঈশানীয়ে যি উন্নত পথ তোমাক দেখুৱাই দিছে, সেই পথত আগবাঢ়া। বিশ বছৰ পিছত আজি দাদাজীৰ গম্ভীৰ স্বৰ মোৰ কৰ্ণকুহৰত ধ্বনিত হৈছে, দাদাজীয়ে জানো প্ৰবঞ্চনা বাক্য উচ্চাৰণ কৰিছিল?"

পুনৰাই সেই গোস্বামীয়ে তেনেকুৱা গম্ভীৰ সুৰে কলে, "কানাই দেৱে প্ৰবঞ্চনা বাক্য উচ্চাৰণ কৰা নাই, উন্নত পথ অনুসৰণ কৰিলে অৱশ্যেই উন্নত ফল লাভ হব। আধা বাটতে আমি যদি ভগ্নোৎসাহ হৈ নিৰস্ত হওঁ, সেইটো জানো দাদাজী কানাইদেৱৰ প্ৰবঞ্চনা, নে আমাৰ ভীৰুতা?"'

'ভীৰুতা' শব্দ উচ্চাৰণ কৰাৰ লগে লগেই সভাত গোলমাল উপস্থিত হ'ল, বীৰসকলৰ কঁকালত অসিয়ে জন্ জনাই উঠিল।

গোস্বামীয়ে পুনৰাই গম্ভীৰ সুৰে কলে, "ৰাজা, গোস্বামীৰ বাচালতা ক্ষমা কৰক। যদি অন্যায় কথা উচ্চাৰণ কৰিছো, ক্ষমা কৰক। কিন্তু মোৰ উপদেশ সত্য নে মিথ্যা, ক্ষত্ৰিয়ৰাজ! আপোনাৰ বীৰ হৃদয়ক সোধক। যিজনে জায়গীৰদাৰৰ পদবীৰ পৰা ৰাজপদবী গ্ৰহণ কৰিছে, যি অসিহস্তে স্বাধীনতাৰ পথ পৰিষ্কাৰ কৰিছে, যি পৰ্ব্বত, উপত্যকা, গ্ৰাম, অটবীত বীৰত্বৰ চিহ্ন আঁকি দিছে, তেওঁ জানো সেই বীৰত্ব পাহৰি যাব? সেই স্বাধীনতাক জলাঞ্জলি দিব? তৰুণ তপনৰ দৰে যি হিন্দুৰাজ্যৰ জ্যোতি চাৰিওফালে অন্ধকাৰ বিদীৰ্ণ কৰি বিয়পি পৰিছে, সেই সূৰ্য্য জানো অকালতে অস্ত যাব? মহাৰাজ, হিন্দু গৌৰৱ-লক্ষ্মীয়ে আপোনাক বৰণ কৰিছে, আপুনি স্ব-ইচ্ছাই তেওঁক পৰিত্যাগ কৰিব? মই

ধৰ্ম্মব্যৱসায়ী মাত্ৰ, মোৰ পৰামৰ্শ দিবলৈ অধিকাৰ নাই, নিজে বিবেচনা কৰি চাওক।”

সভাৰ সকলোৱে নীৰৱ, শিৱজী নীৰৱ, কিন্তু তেওঁৰ চকু ধক্ ধক্‌কৈ জ্বলি উঠিছিল।

ভালেমান সময়ৰ পিছত শিৱজীয়ে গোস্বামীৰ পিনে চাই কলে,—গোস্বামী! আপোনাৰ লগত মোৰ অলপ দিনৰ পৰিচয়, আপুনি দেৱতা নে মানুহ নেজানোঁ, কিন্তু দৈৱবাণীতকৈও আপোনাৰ কথা হিয়াত গভীৰভাবে অঙ্কিত হৈছে। এটা কথা সোধো,—হিন্দু-সেনাপতিৰ তুমুল প্ৰতাপ, তীক্ষ্ণ ৰণ-কৌশল, অসংখ্য ৰাজসেনা, তাবে সৈতে যুদ্ধ কৰে এনেকুৱা সৈন্য আমাৰ ক'ত?”

সীতাপতি। ৰাজপুতসকল বীৰৰ অগ্ৰগণ্য, কিন্তু মহাৰাষ্ট্ৰীয় সকলে দুৰ্ব্বল হাতেৰে অসিধাৰণ নকৰে। জয়সিংহ ৰণপণ্ডিত, কিন্তু শিৱজীও ক্ষত্ৰিয়বংশত জন্মগ্ৰহণ কৰিছে। পৰাজয় আশঙ্কা কৰিলেই পৰাজয় হয়। পুৰুষসিংহ! বিপদ তুচ্ছ কৰি, দৈৱক সংহাৰ কৰি কাৰ্য্য সাধন কৰক, ভাৰতবৰ্ষত এনে হিন্দু নাই যে, আপোনাৰ যশোগান নকৰিব, আকাশত এনে দেৱতা নাই, যি আপোনাৰ সহায়তা নকৰিব!

শিৱজী। মানিলো, কিন্তু হিন্দুৱে হিন্দুৱে যুদ্ধ কৰি তেজৰ সোঁতেৰে দেশ প্লাৱিত কৰিব, সেইটো জানো মঙ্গল, সেইটো জানো পুণ্য কৰ্ম্ম?

সীতাপতি। সেই পাপত পাতকী কোন? যিজনে স্বজাতিৰ কাৰণে, স্বধৰ্ম্মৰ কাৰণে যুদ্ধ কৰে, তেওঁ, নে যিজনে মুছলমানসকলৰ অৰ্থ ভোগ কৰি স্বজাতিৰ বৈৰ আচৰণ কৰে, তেওঁ?

শিৱজী আকৌ নীৰৱ হৈ ৰ'ল, প্ৰায় এদণ্ড সময় নীৰৱে চিন্তা কৰিবলৈ ধৰিলে। তেওঁৰ বিশাল হৃদয় কিমান ভীষণ চিন্তা-লহৰীত আলোড়িত হৈ আছিল, কোনে কব? এদণ্ড সময়ৰ পিছত ধীৰে ধীৰে মুৰ তুলি গম্ভীৰস্বৰে কলে,—“সীতাপতি! আজি জানিলো,

মহাৰাষ্ট্ৰদেশ এতিয়াও বীৰশূন্য হোৱা নাই, এতিয়াও পৰাধীন নহয়। পুনৰাই যুদ্ধ হব, সেই যুদ্ধৰ দিনত আপোনাতকৈ বিচক্ষণ মন্ত্ৰী বা সাহসী সহযোগী মই আকাঙ্ক্ষা নকৰো; কিন্তু সেই যুদ্ধৰ দিন এতিয়াও অহা নাই। মই পৰাজয়ৰ আশঙ্কা কৰা নাই, স্বধৰ্ম্মী নাশ আশঙ্কা কৰা নাই, আন এটা কাৰণে বৰ্ত্তমান যুদ্ধত বিমুখ হৈছো, শুনক।

"যি মহৎ ব্ৰত ধাৰণ কৰিছো, তাৰ সাধনৰ বাবে বহু ষড়যন্ত্ৰ, বহু গুপ্ত উপায় অবলম্বন কৰিছো। ম্লেচ্ছসকলে মোৰ লগত সন্ধিবাক্য ৰখা নাই, ময়ো সিহঁতৰ সৈতে সন্ধি ৰখা নাই।

"আজি হিন্দু ধৰ্ম্মৰ অবলম্বন স্বৰূপ, হিন্দু প্ৰতাপৰ প্ৰতিমূৰ্ত্তি স্বৰূপ, সত্যনিষ্ঠ জয়সিংহৰ সৈতে সন্ধি কৰিছো, শিৱজী সেই সন্ধি লঙ্ঘন কৰিবলৈ অপাৰগ। মহানুভৱ ৰাজপুতৰ সৈতে যি সন্ধি কৰিছো, শিৱজীয়ে জীৱন থকাত তাক লঙ্ঘন নকৰে।

"ধৰ্ম্মাত্মাই এদিন মোক কৈছিল,—'সত্যপালনত যদি সনাতন হিন্দুধৰ্ম্মৰ ৰক্ষা নহয়, সত্য লঙ্ঘন হব।' সেই কথা আজিও মই পাহৰা নাই, সেই কথা আজি নেপাহৰিম।

"সীতাপতি! চতুৰ আৰংজীবে যদি আমাৰ সন্ধিৰ কথা লঙ্ঘন কৰে, তেতিয়া আপোনাৰ পৰামৰ্শ গ্ৰহণ কৰিম, তেতিয়া শিৱজীয়ে দুৰ্ব্বল হাতেৰে খড়্গ নধৰে। কিন্তু সত্যপৰায়ণ জয়সিংহৰ সৈতে এই সন্ধি লঙ্ঘন কৰিবলৈ শিৱজী অপাৰগ।

সভাসদ্ সকল নীৰৱ হৈ থাকিল। খন্তেক পিচত অন্নজীয়ে কলে,—"মহাৰাজ, আৰু এটা কথা আছে; আপুনি জানো দিল্লীলৈ যোৱা ঠিক কৰিছে?"

শিৱজী। সেই বিষয়েও মই জয়সিংহক বাক্যদান কৰিছো।

অন্নজী। মহাৰাজে আৰংজীবৰ চতুৰতা জানে, তেওঁৰ কথা বিশ্বাস কৰিব? তেওঁ আপোনাক কি অভিপ্ৰায়ে আহ্বান কৰিছে, সেইটো জানো আপুনি অনুভৱ কৰিব নোৱাৰে?

শিৱজী। অন্নজী, জয়সিংহই নিজে কথা দিছে যে, দিল্লী গমনত মোৰ কোনোৰকম অনিষ্ট নঘটিব।

অন্নজী। কপটাচাৰী আৰংজীৱে যদি আপোনাক বন্দী কৰে বা হত্যা কৰে, তেতিয়া জয়সিংহই কেনেকৈ আপোনাক ৰক্ষা কৰিব?

শিৱজী। সন্ধি লঙ্ঘনৰ ফল আৰংজীৱে অৱশ্যে ভোগ কৰিব। দত্তজী, মহাৰাষ্ট্ৰভূমি বীৰ-প্ৰসৱিনী, আৰংজীৱে এনেকুৱা আচৰণ কৰিলে মহাৰাষ্ট্ৰদেশত যি সমৰ-বহ্নি জ্বলি উঠিব, সাগৰৰ পানীতো যি নিবাৰিত নহ'ব, আৰংজীৱ আৰু সমস্ত দিল্লীসাম্ৰাজ্য তাত দগ্ধ হৈ যাব। পাপৰ ফল নিশ্চয় ফলিব।

শিৱজীক স্থিৰ প্ৰতিজ্ঞ দেখি আৰু কোনেও নিষেধ নকৰিলে। খন্তেক পিছত শিৱজীয়ে কলে, "পেছোৱাজী মুৰেশ্বৰ! আবাজী স্বৰ্ণদেৱ! অন্নজী দত্ত! আপোনালোকৰ নিচিনা কাৰ্য্যক্ষম বিচক্ষণ পণ্ডিত মহাৰাষ্ট্ৰদেশত বিৰল। মোৰ অবৰ্ত্তমানত মহাৰাষ্ট্ৰদেশ আপোনালোকে শাসন কৰিব। আপোনালোকৰ আদেশ মোৰ আদেশৰ দৰে সকলোৱে পালন কৰিব। এনেকুৱা আদেশ দি যাম।"

মুৰেশ্বৰ, স্বৰ্ণদেৱ, আৰু অন্নজীয়ে শাসনভাৰ গ্ৰহণ কৰিলে। মালশ্ৰীয়ে কলে—"ক্ষত্ৰিয়ৰাজ, মোৰ এটা আবেদন আছে। বাল্য-কালৰ পৰা আপোনাৰ সঙ্গ ত্যাগ কৰা নাই, অনুমতি কৰক, আপোনাৰ লগত দিল্লীলৈ যাওঁ।"

সজল নয়নে শিৱজীয়ে কলে, "মালশ্ৰী, তোমাক অদেয় মোৰ একো নাই, তোমাৰ ইচ্ছা পূৰ্ণ হ'ব।"

খন্তেক পিছত সীতাপতিয়ে কলে,—"ৰাজা তেন্তে মোক বিদায় দিয়ক, ব্ৰতসাধনৰ বাবে মই বহুতীৰ্থলৈ যাব লাগিব। জগদীশ্বৰে আপোনাক নিৰাপদে ৰাখক।"

শিৱজী। নবীন গোস্বামী, কুশলে তীৰ্থযাত্ৰা কৰক। যুদ্ধৰ সময়ত আপোনাক আকৌ স্মৰণ কৰিম। আপোনাতকৈ প্ৰকৃত

বন্ধু মই দেখিবলৈ আকাঙ্ক্ষা নকৰো। আপোনাৰ দৰে অলপ বয়সত এনে তেজ, সাহস, আৰু বীৰত্ব মই আৰু কাৰো দেখা নাই।

পিছত এটা দীৰ্ঘনিশ্বাস ত্যাগ কৰি অস্ফুট মাতেৰে কলে,—"মাথোন আৰু এজনক দেখিছিলো।"

# দ্বাবিংশ পৰিচ্ছেদ

## চাঁদ কবিৰ গীত

গুচি যায় চাই লোৰা
যোদ্ধা, যোদ্ধা এটি এটি
কালক ৰণত জিনি দেৱমূৰ্ত্তি ধৰি।

*　　　*　　　*

জন্মিব পুৰুষগণ
বীৰ যোদ্ধা অগণন
ৰাখিব ভাৰত নাম ভূপৃষ্ঠত আঁকি।

—হেমচন্দ্ৰ বন্দ্যোপাধ্যায়।

১৬৬৬ খ্ৰীষ্টাব্দৰ বসন্তকালত পাঁচশ অশ্বাৰোহী আৰু এহেজাৰ পদাতিক লৈ শিৱজী দিল্লীৰ ওচৰত উপস্থিত হ'ল। নগৰৰ প্ৰায় ছয় ক্ৰোশ দক্ষিণে শিবিৰ পাতিছে, সেনাবোৰে জিৰণি লৈছে, শিৱজীয়ে চিন্তিতমনেৰে ইফালে সিফালে ঘূৰি ফুৰিছে। দিল্লীলৈ আহি জানো ভাল কৰিছে? মুছলমানৰ অধীনতা স্বীকাৰ কৰা জানো বিবেচিত কাৰ্য্য হৈছে? এতিয়াও কি প্ৰত্যাবৰ্ত্তন কৰাৰ উপায় নাই? এনেকুৱা হেজাৰ চিন্তাই শিৱজীৰ মহৎ হৃদয়ত তোলপাৰ লগাইছে। যোদ্ধাৰ মুখমণ্ডল আৰু কপাল চিন্তাৰেখাৰে অঙ্কিত, বিপদৰ সময়ত আৰু যুদ্ধৰ সময়ত কোনেও শিৱজীৰ মুখমণ্ডল এনেকুৱা চিন্তান্বিত দেখা নাই।

শিৱজীৰ লগে লগে নাথোম তেওঁৰ তেজস্বী, উগ্ৰস্বভাৱ ন'বছৰৰ বালক শম্ভুজী ভ্ৰমণ কৰিছে। একো একোবাৰ পিতাকৰ গম্ভীৰ মুখমণ্ডলৰ পিনে চাইছে, পিতাকৰ অন্তৰৰ ভাব কিছু কিছু বুজিব

পাৰিছে। ৰঘুনাথপন্থ ন্যায়শাস্ত্ৰী নামৰ শিৱজীৰ পুৰণি মন্ত্ৰীজন অলপ পাছে পাছে আহি আছিল।

তালেমান সময়ৰ পিছত শিৱজীয়ে মন্ত্ৰীক সুধিলে,—"ন্যায়শাস্ত্ৰী, আপুনি কেতিয়াবা দিল্লীলৈ আহিছিল নে?"

ন্যায়শাস্ত্ৰী। বাল্য বয়সত দিল্লীনগৰ দেখিছিলো।

শিৱজী। দূৰত সৌ বহুদূৰলৈকে বিস্তীৰ্ণ প্ৰাচীৰৰ দৰে কি দেখা গৈছে কব পাৰেনে? আপুনি একাগ্ৰচিত্তেৰে সেইপিনে চাই আছে কিয়?

ন্যায়শাস্ত্ৰী। মহাৰাজ, দিল্লীৰ শেষ হিন্দুৰজা পৃথুৰায়ৰ দুৰ্গ দেখা গৈছে।

শিৱজীয়ে বিস্মিত হৈ কলে,—"এই সেই পৃথুৰায়ৰ দুৰ্গ? এই ঠাইত তেওঁৰ ৰাজধানী আছিল? এই ঠাইত দিল্লীৰ শেষ হিন্দু-ৰজাই ৰাজ্য শাসন কৰিছিল? ন্যায়শাস্ত্ৰী, সপোনৰ দৰে সেইদিন পাৰ হৈ গেছে। দিনৰ পোহৰ উকলি যায়, পুনৰাই দিন আহে, শীতকালত বিলুপ্ত হোৱা ফুল-পাত বসন্ত কালত আকৌ দেখা যায়। আমাৰ গৌৰৱৰ দিনে জানো আৰু দেখা নিদিব?"

ন্যায়শাস্ত্ৰী। ভগবানৰ অনুগ্ৰহত সকলো হ'ব পাৰে। ভগবানে কৰক, আপোনাৰ বাহুবলত যেন আমি পুনৰাই গৌৰৱ লাভ কৰিব পাৰো।

শিৱজী। ন্যায়শাস্ত্ৰী, বাল্যকালত কঙ্কণ প্ৰদেশৰ কথকসকলৰ যি কথা শুনিছিলো, চাঁদকবিৰ যি গীত শুনিছিলো, সেইবোৰ জানো আপোনাৰ মনত পৰে? সৌ ভগাদুৰ্গ প্ৰাসাদেৰে পৰিপূৰ্ণ আৰু বহুজনসমাকীৰ্ণ আছিল, পতাকা আৰু তোৰণেৰে সুশোভিত এখন প্ৰকাণ্ড নগৰ আছিল। ৰাজসভাত যোদ্ধাসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰজা বহি আছে, বাহিৰত বিমান দূৰলৈ দেখা পোৱা যায়,—পথ-ঘাট, ঘৰ-প্ৰাঙ্গণ আৰু নদীতীৰত নাগৰিকসকলে আনন্দেৰে সৈতে উৎসৱ কৰিছে। বহুদূৰলৈ বিস্তীৰ্ণ বজাৰত বেচা-কিনা

চলিছে, উদ্যানত বহুতমানুহে আনন্দেৰে নৃত্যগীত কৰিছে, সৰোবৰৰ পৰা তিৰোতা-যুৱতীয়ে কলহ ভৰাই পানী লৈ বাব ধৰিছে, প্ৰাসাদৰ সমুখত সেনাসকলে সুসজ্জিত হৈ থিয় দি আছে; বাদ্যকৰসকলে সানন্দে বাদ্য বজাইছে। প্ৰভাতৰ সূৰ্য্যই এই অপৰূপ দৃশ্যৰাজিৰ ওপৰত সুন্দৰ আলোকসম্পাত কৰিছে, এনে সময়ত মহম্মদ ঘোৰীৰ দূত ৰাজসভাত প্ৰৱেশ কৰিলে। সেই কথা জানো আপোনাৰ মনত পৰে?

ন্যায়শাস্ত্ৰী। ৰাজা! চাঁদ কবিৰ কথা মনত আছে, কিন্তু আপুনি আকৌ এবাৰ সেই কথা কওক। আপোনাৰ মুখত সেই কথা বৰ মধুৰ লাগিছে।

শিৱজী। মুছলমান দূতে পৃথুৰায়ক কলে,—'মহাৰাজ! মহম্মদ-ঘোৰীয়ে আপোনাৰ ৰাজ্যৰ আধামাত্ৰ লৈ সন্ধিস্থাপন কৰিবলৈ সম্মত আছে, তাত আপোনাৰ মত কি?

মহানুভৱ পৃথুৰায়ে উত্তৰ দিলে, 'যেতিয়া সূৰ্য্যদেৱে আকাশত আন এটা সূৰ্য্যক স্থান দিব, পৃথুৰায়ে সেইদিনাখন নিজ ৰাজ্যত অন্য ৰজাক ঠাই দিব।'

মুছলমান দূতে আকৌ কলে,—"মহাৰাজ, আপোনাৰ শহুৰেক মহাশয়ে মহম্মদ ঘোৰীৰ সৈতে সন্ধি কৰিছে, আপুনি যুদ্ধক্ষেত্ৰত মুছলমান আৰু ৰাঠোৰ সৈন্য একত্ৰিত দেখিবলৈ পাব।"

পৃথুৰায়ে উত্তৰ দিলে,—"শহুৰ মহাশয়ক প্ৰণাম জনাব আৰু কব যে,ময়ো নিজে যাবলৈ ধৰিছো, অবিলম্বে সাক্ষাত কৰি তেওঁৰ পদধূলি গ্ৰহণ কৰিম।"

সোনকালে চৌহান সৈন্য সেই প্ৰশস্ত দুৰ্গৰ পৰা নিষ্ক্ৰান্ত হ'ল, তিৰোৰীৰ যুদ্ধত যৱন আৰু ৰাঠোৰ সৈন্য পৃথুৰায়ৰ আগত বতাহে উৰোৱা ধূলিৰ দৰে উৰি গ'ল, আহত ঘোৰীয়ে অতি কষ্টে পলায়ন কৰি প্ৰাণ ৰক্ষা কৰিলে।

ৰঘুনাথ। সেইদিন গৈছে, এতিয়া চাঁদ কবিৰ গীত কোনে গাব,

কোনে শুনিব ? তথাপি এই ঠাইত থিয় দিলে আমাৰ পূৰ্ব্ব পুৰুষ সকলৰ অবিনশ্বৰ কীৰ্ত্তি শ্ৰৱণ কৰিলে, সপোনৰ দৰে নতুন নতুন আশা মনত উদয় হয়। এই বিশাল কীৰ্ত্তিক্ষেত্ৰ চিৰদিন তিমিৰাবৃত হৈ নেথাকে, ভাৰতৰ গৌৰৱৰ দিন এতিয়াও উদয় হব। জগদীশ্বৰে ৰুগ্নক আৰোগ্য দান কৰে, দুৰ্ব্বলক বলবান কৰে, জীৰ্ণ পদদলিত ভাৰত সন্তানক তেওঁ এতিয়াও উন্নত কৰিব পাৰে।



## ত্রয়োবিংশ পৰিচ্ছেদ

### ৰামসিংহ

পিতাকৰ সম বীৰ সমান সমান।

—কাশীৰাম দাস।

শিৱজী আৰু তেওঁৰ পুতেক শম্ভুজীয়ে শিবিৰত বহি আছে, এনে সময়ত এজন প্ৰহৰীয়ে আহি কলে,—"মহাৰাজ, জয়সিংহৰ পুতেক ৰামসিংহই আন এজন সৈনিকৰ সৈতে সম্ৰাটৰ আদেশত মহাৰাজক দিল্লীলৈ আহ্বান কৰিবলৈ আহিছে। দুয়োজনে দুৱাৰ-মুখত ৰৈ আছে।"

শিৱজী। সাদৰে লৈ আহা।

উগ্ৰস্বভাৱ শম্ভুজীয়ে কলে "পিতা, আপোনাক আহ্বান কৰিবলৈ আৰংজীবে মাথোন দুজন দূত পঠিয়াইছে ?"

শিৱজীয়ে আৰংজীবে কৰা এই অৱমাননাত মনে মনে ক্ৰুদ্ধ হ'ল, কিন্তু সেই ক্ৰোধ প্ৰকাশ নকৰিলে। খন্তেক পিছত ৰামসিংহ শিবিৰত প্ৰবেশ কৰিলে। ৰাজপুত যুৱক পিতাকৰ দৰে তেজস্বী আৰু বীৰ, পিতাকৰ নিচিনা ধৰ্ম্মপৰায়ণ আৰু সত্যপ্ৰিয়। তীক্ষ্ণ-বুদ্ধি শিৱজীয়ে যুৱকৰ মুখমণ্ডল দেখিয়েই তেওঁৰ উদাৰ অকপট চৰিত্ৰ বুজি পালে। তথাপি আৰংজীবৰ কোনো কু-অভিসন্ধি আছে নে নাই, দিল্লী প্ৰৱেশত বিপদ আছে নে নাই, কথাৰ ছলেৰে জানিবলৈ চেষ্টা কৰিলে। ৰামসিংহই পিতাকৰ মুখত শিৱজীৰ বলবীৰ্য্য আৰু প্ৰতাপৰ কথা শুনিছিল, বিস্মিত নেত্ৰে মহাৰাষ্ট্ৰ বীৰ পুৰুষৰ পিনে চালে। শিৱজীয়ে ৰামসিংহক আলিঙ্গন আৰু যথোচিত সম্মানপূৰ্ব্বক অভ্যাৰ্থনা জনালে।

অলপ পিছত ৰামসিংহই কলে,—"মহাৰাজক মই আগেয়ে

কেতিয়াও দেখা নাই, কিন্তু পিতাৰ ওচৰত আপোনাৰ যশস্যা-কাহিনী বহু শুনিছো, আজি আপোনাৰ দৰে স্বদেশপ্ৰেমিক ধৰ্ম্মপৰায়ণ বীৰপুৰুষক দেখি মোৰ নয়ন সাৰ্থক হ'ল।"

শিৱজী। মোৰো আজি পৰম সৌভাগ্য। আপোনাৰ পিতাকৰ তুল্য বিচক্ষণ ধৰ্ম্মপৰায়ণ সত্যপ্ৰিয় বীৰপুৰুষ ৰাজস্থানতো বিৰল। দিল্লী আগমনৰ সময়ত যে তেওঁৰ পুত্ৰৰ সৈতে সাক্ষাৎ হ'ল, এইটো অতি সুলক্ষণ সন্দেহ নাই।

ৰামসিংহ। ৰাজা, দিল্লীলৈ আগমন কৰাৰ কথা শুনিয়েই সম্ৰাটে মোক আপোনাৰ ওচৰলৈ পঠিয়াই দিছে, কেতিয়ালৈ নগৰত প্ৰৱেশ কৰিবৰ অভিলাষ কৰে ?

শিৱজী। প্ৰৱেশ সম্বন্ধে আপুনি কি পৰামৰ্শ দিয়ে ?

অকপট স্বৰে ৰামসিংহই উত্তৰ দিলে, "মোৰ বিবেচনামতে এতিয়াই প্ৰৱেশ কৰা উচিত, পলম হলে বায়ু উত্তপ্ত হব, গ্ৰীষ্ম অতি দুঃসহনীয় হব।"

ৰামসিংহৰ সৰল উত্তৰ শুনি শিৱজীয়ে হাঁহি মাৰি কলে,—"সেই কথা সোধা নাই। আপুনি এতিয়া দিল্লীত বাস কৰিছে, আপোনাৰ কোনো খবৰ অজানা নাই। মোৰ পক্ষে দিল্লী প্ৰৱেশ কিমান বিবেক বুদ্ধিৰ কাৰ্য্য, তাক আপুনি অৱশ্যেই জানে।

উদাৰচেতা ৰামসিংহই শিৱজীৰ মনোগত ভাব বুজি পাই অলপ হাঁহি মাৰি কলে,—"ক্ষমা কৰক, মই আপোনাৰ উদ্দেশ্য আগতে বুজিব পৰা নাই। মই আপোনাৰ অৱস্থাত হলে চিৰকাল পৰ্ব্বতত বাস কৰিলোহেঁতেন নিজৰ তৰোৱালৰ ওপৰত নিৰ্ভৰ কৰিলোহেঁতেন, তৰোৱালৰ তুল্য প্ৰকৃত বন্ধু আৰু নাই। কিন্তু এই বিষয়ে মই অজ্ঞ, পিতাই যেতিয়া আপোনাক দিল্লীলৈ আহিবলৈ পৰামৰ্শ দিছে, তেতিয়া আপুনি আহি ভালেই কৰিছে। তেওঁ অদ্বিতীয় পণ্ডিত, তেওঁৰ পৰামৰ্শ কেতিয়াও ব্যৰ্থ নহয়।"

শিৱজীয়ে বুজিলে—দিল্লীত তেওঁক অৱৰুদ্ধ কৰিবলৈ কোনো

কল্পনা হোৱা নাই আইবা যদি হৈছেও, ৰামসিংহই তাক নেজানে। তেতিয়া পুনৰাই কলে,—"হয়, আপোনাৰ পিতাকে মোক আহিবলৈ পৰামৰ্শ দিছে, মোৰ অহাৰ সময়ত তেওঁ আৰু কথা দিছে, তাকো বোধকৰোঁ আপুনি জানে।"

ৰামসিংহ। জানো, দিল্লী আগমনত আপোনাৰ কোনো বিপদ নহব, একো অনিষ্ট নহব, সেই বিষয়ে তেওঁ আপোনাক বাক্যদান কৰিছে, সেই বিষয়ে তেওঁ মোকো আদেশ দিছে।

শিৱজী। তাত আপোনাৰ মত কি?

ৰামসিংহ। পিতাৰ আদেশ অৱশ্য পালনীয়, ৰাজপুতৰ বাক্য লঙ্ঘন নহয়। পিতাৰ বাক্য যাতে লঙ্ঘন নহয়, আপুনি নিৰাপদে স্বদেশলৈ যাব পাৰে, সেই বিষয়ত দাসৰ যত্নৰ কোনো ত্ৰুটি নহব।

শিৱজীৰ মন নিৰুদ্বেগ হ'ল, আৰু সন্দেহ নকৰি মিচিকিয়াই হাঁহি কলে, "তেন্তে আপোনাৰ পৰামৰ্শকেই গ্ৰহণ কৰিম। পলম কৰিলে বায়ু উত্তপ্ত হব। বলক, এতিয়াই দিল্লীত প্ৰৱেশ কৰোঁ।"

তেতিয়াই সকলোৱে দিল্লীৰ অভিমুখে গমন কৰিলে।

গোটেই বাট পুৰণি মুছলমান প্ৰাসাদৰ ভগ্নাৱশেষেৰে পৰিপূৰ্ণ। প্ৰথমে মুছলমানসকলে দিল্লীজয় কৰি পৃথুৰায়ৰ পুৰণি দুৰ্গৰ ওচৰত নিজৰ ৰাজধানী নিৰ্ম্মাণ কৰিছিল, গতিকে প্ৰথমে সম্ৰাটসকলৰ মছ্জিদ, প্ৰাসাদ, আৰু সমাধি মন্দিৰৰ ভগ্নাৱশেষ সেই ঠাইত দেখা পোৱা যায়। জগদ্বিখ্যাত কুতুবমিনাৰ এই ঠাইতে নিৰ্ম্মিত। কালৰ সোঁতত নতুন নতুন সম্ৰাটে আৰু উত্তৰে নতুন নতুন প্ৰাসাদ আৰু ৰাজকাৰেং নিৰ্ম্মাণ কৰিবলৈ ধৰিলে, ক্ৰমে ক্ৰমে নগৰ উত্তৰ পিনে বাঢ়ি যাবলৈ ধৰিলে। শিৱজীয়ে যাওঁতে যাওঁতে কিমান প্ৰাসাদ, কিমান মছ্জিদ আৰু মিনাৰ, কিমান স্তম্ভ, আৰু সমাধি মন্দিৰৰ ভগ্নাৱশেষ দেখিলে, গণনা কৰিব নোৱাৰিলে। ৰামসিংহ শিৱজীৰ লগে লগে যাবলৈ ধৰিলে, আৰু নানা ঠাইৰ পৰিচয় দিবলৈ ধৰিলে, উভয়ে উভয়ৰ গুণৰ পৰিচয় পালে, উভয়ৰ

মাজত বিশেষ সৌহৃদ্য জন্মিল। তীক্ষ্ণ বুদ্ধি শিৱজীয়ে স্থিৰ কৰিলে, যদি দিল্লীত কোনো বিপদ হয়, এজন প্ৰকৃত বন্ধু পাম।

বাটত লোদীবংশীয় সম্ৰাটসকলৰ প্ৰকাণ্ড সমাধি মন্দিৰবোৰ দেখা গ'ল, প্ৰত্যেক ৰাজাৰ কবৰৰ ওপৰত একো একোটি গম্বুজ আৰু অট্টালিকা নিৰ্ম্মিত হৈছে। আফগানসকলৰ গৌৰৱ-সূৰ্য্য যেতিয়া অস্তমিত হয়, তেতিয়া এই ঠাইত দিল্লী নগৰী আছিল, পিছত আৰু উত্তৰে আঁতৰি গৈছে।

তাৰ পিছত হুমায়ুনৰ প্ৰকাণ্ড সমাধি মন্দিৰ। তাৰ পিছত "চৌষট্খম্বা", অৰ্থাৎ শ্বেত প্ৰস্তৰ বিনিৰ্ম্মিত ষাঠিটা স্তম্ভৰ সৈতে প্ৰকাণ্ড সুন্দৰ অট্টালিকা। তাৰ পিছত অসংখ্য গোৰস্থান। পৃথুৰায়ৰ দুৰ্গৰ পৰা আজিৰ দিল্লীলৈ আহোঁতে আহোঁতে শিৱজীৰ ভাব হ'ল যেন সেই পথতেই ভাৰতবৰ্ষৰ ইতিহাস অঁকা আছে। একো একোটি প্ৰাসাদ আৰু অট্টালিকা সেই বুৰঞ্জীৰ একো একোটি পাত, একো একোটি গোৰস্থান একো একোটি আখৰ, কৰাল কাল, সেই বুৰঞ্জীৰ লেখক। নহলে এনেকুৱা আখৰেৰে বুৰঞ্জী কিয় লিখা হব ?

শিৱজী আৰু আহিবলৈ ধৰিলে। দিল্লীৰ প্ৰাচীৰৰ ওচৰত আহি উপস্থিত হলত ৰামসিংহই সগৰ্ব্বে এটা মন্দিৰ দেখুৱাই কলে, "ৰাজা, এই যে মন্দিৰ দেখিছে, পিতাই জ্যোতিষ গণনাৰ কাৰণে এই মন্দিৰ নিৰ্ম্মাণ কৰিছে। বহুদেশৰ পণ্ডিতসকলে এই মন্দিৰলৈ আহি ৰাতি নক্ষত্ৰ গণনা কৰে।"

শিৱজী। আপোনাৰ পিতাক যেনেকুৱা বীৰ, সেইৰূপ বিজ্ঞ। জগতত এনেকুৱা সৰ্ব্বগুণ সম্পন্ন মানুহ অতি বিৰল? শুনিছো, পুণ্য কাশী ধামতো তেওঁ এনেকুৱা মানমন্দিৰ প্ৰতিষ্ঠিত কৰিছে।

দিল্লীৰ প্ৰাচীৰৰ ভিতৰত সোমোৱাৰ সময়ত শিৱজীৰ ঈষৎ হৃদ্‌কম্প হ'ল, তেওঁ ঘোঁৰা ৰখালে; এবাৰ পাছফালে চালে, এবাৰ মনত চিন্তাৰ উদয় হ'ল যে, এতিয়াও স্বাধীন আছো, পিছ মুহূৰ্ত্ততে

বন্দী হব পাৰো। তৎক্ষণাৎ ধৰ্ম্মপৰায়ণ জয়সিংহৰ ওচৰত যি কথা দিছিল, সি স্মৰণ হ'ল, জয়সিংহৰ পুতেকৰ উদাৰ মুখমণ্ডল দেখিলে, নিজৰ কঁকালত 'ভৱানী' তৰোৱালৰ পিনে চাই দিল্লীৰ দুৱাৰত সোমাল।

স্বাধীন মহাৰাষ্ট্ৰীয় যোদ্ধা সেই মুহূৰ্ত্ততে বন্দী হ'ল।



## চতুৰ্ব্বিংশ পৰিচ্ছেদ

## দিল্লী নগৰী

ঘৰে ঘৰে বাজে বাদ্য
নাচিছে নৰ্ত্তকীবৃন্দ, গাইছে সুতানে
গায়ক।

*   *   *

প্ৰতি দুৱাৰত দোলে মালা গঁথা ফলফুল,
গৃহসমুখত ধ্বজা, বস্তি গবাক্ষত।
জনস্ৰোত ৰাজপথত বইছে কল্লোলে।

—মধুসূদন দত্ত

দিল্লীয়ে আজি মনোহৰ শোভা ধাৰণ কৰিছে। আৰংজীব নিজে জাকজমকপ্ৰিয় নাছিল, কিন্তু ৰাজকাৰ্য্য সাধনৰ বাবে মাজে সময়ে জাকজমক তাৰ আৱশ্যক, সেইটো ভালদৰে জানিছিল। আজি শিৱজী দৰিদ্ৰ মহাৰাষ্ট্ৰ দেশৰ পৰা বিপুল অৰ্থশালী মোগল ৰাজধানীলৈ আহিছে; মোগলসকলৰ ক্ষমতা, সম্পত্তি আৰু অৰ্থৰ প্ৰাচুৰ্য্য দেখিলে শিৱজীয়ে নিজৰ হীনতা বুজিবলৈ পাৰিব, মোগলসকলৰ সৈতে যুদ্ধৰ অসম্ভাৱিতা বুজিব পাৰিব, এই উদ্দেশ্যে আৰংজীবে আজি প্ৰচুৰ জাকজমকৰ আদেশ দিছে। সম্ৰাটৰ আদেশত দিল্লী-নগৰী উৎসৱৰ দিনত কুলললনাৰ দৰে অপূৰ্ব্ব বেশ ধাৰণ কৰিছে।

শিৱজী আৰু ৰামসিংহই একেলগে ৰাজপথ অতিক্ৰম কৰিবলৈ ধৰিলে। পথেৰে অসংখ্য অশ্বাৰোহী আৰু পদাতিকে গমনাগমন কৰিছে, নগৰ লোকাৰণ্য হৈছে। সাউদসকলে বজাৰত দোকানত বহুমূলীয়া পণ্যদ্ৰব্য জমা কৰি ৰাখিছে। উৎকৃষ্ট কাপোৰ, বহুমূলীয়া সোণ ৰূপৰ অলঙ্কাৰ, অপূৰ্ব্ব খাদ্যসামগ্ৰী, আৰু অপৰ্য্যাপ্ত ঘৰুৱা দ্ৰব্য

চাই চাই শিৱজীয়ে ৰাজপথ অতিক্ৰম কৰিব ধৰিলে। ক'তো ঘৰৰ ওপৰত নিচান উৰিছে, ক'তো সুন্দৰ সাজপাৰ পিন্ধি গৃহস্থবোৰে বাৰান্দাত বহি আছে, ক'তো বা আকৌ খিৰিকীৰে কুলবালা-সকলে প্ৰসিদ্ধ মহাৰাষ্ট্ৰ যোদ্ধাক চাবলৈ ধৰিছে। বাটত অসংখ্য গাড়ী, দোলা, হাতী, ঘোঁৰা, ৰজা, মন্সবদাৰ, ছেখ, আমীৰ আৰু ওমৰাহ-সকলে সদায় গমনাগমন কৰিব ধৰিছে। অশ্বাৰোহীসকলে তীব্ৰ-বেগে যেন নগৰ কঁপাই যাব লাগিছে। সুন্দৰ অলঙ্কাৰ আৰু ৰঙা কাপোৰেৰে মণ্ডিত হৈ শুঁড় লৰাই লৰাই গজেন্দ্ৰগমনে গজ-ৰাজসকল যাব লাগিছে; দোলা বাহকসকলে হাহাকাৰ কৰি যেন আৰোহীৰ পদমৰ্য্যাদা প্ৰচাৰ কৰি গৈ আছে। শিৱজীয়ে এনেকুৱা নগৰ আৰু কেতিয়াও দেখা নাই,—ক'ত পুণা বা ৰায় গড়!

গৈ থাকোঁতে থাকোঁতে ৰামসিংহই দূৰত তিনিটা শ্বেতগম্বুজ দেখুৱাই কলে,—"সৌ চাওক জুম্মা মছ্‌জিদ্। সম্ৰাট শাজিহানে জগতৰ অৰ্থ একত্ৰিত কৰি এই উন্নত প্ৰশস্ত মন্দিৰ নিৰ্ম্মাণ কৰিছিল। শুনিছো, এনেকুৱা মছ্‌জিদ্ জগতত আৰু নাই।"

শিৱজীয়ে পৰম বিস্ময়যুক্ত উৎফুল্ল লোচনে দেখিলে,—ৰঙাবৰণৰ প্ৰস্তৰেৰে নিৰ্ম্মিত মছ্‌জিদৰ প্ৰাচীৰ বিস্তীৰ্ণ ঠাই ব্যাপি শোভা পাব লাগিছে, তাৰ ওপৰত সুন্দৰ শ্বেত প্ৰস্তৰেৰে বিনিৰ্ম্মিত তিনিটা গম্বুজ আৰু দুফালে দুটা মিনাৰ যেন গগন ভেদ কৰি উঠিছে।

এই অপৰূপ মছ্‌জিদৰ সমুখতেই ৰাজপ্ৰাসাদ আৰু দুৰ্গৰ বিস্তীৰ্ণ ৰঙা বৰণৰ প্ৰস্তৰ বিনিৰ্ম্মিত প্ৰাচীৰ দেখা গ'ল। দুৰ্গৰ পাছত যমুনা নদী, সমুখত বিস্তীৰ্ণ ৰাজপথ,—শব্দপূৰ্ণ আৰু লোকাৰণ্য। সেই ঠাইৰ নিচিনা সমাৰোহপূৰ্ণ আৰু এখন ঠায়ো ভাৰতবৰ্ষত নাছিল, জগততে আছিল নে নাই সন্দেহ। দুৰ্গৰ প্ৰাচীৰৰ ওপৰত শ শ নিচান বায়ুৰ কোবত উৰিব লাগিছে, যেন জগতত মোগল সম্ৰাটৰ ক্ষমতা আৰু গৌৰৱ প্ৰকাশ কৰি আছে। দুৰ্গদ্বাৰত এজন প্ৰধান মন্সবদাৰৰ প্ৰশস্ত শিবিৰ, মন্সবদাৰে দুৰ্গদ্বাৰ ৰক্ষা কৰিছে। দুৰ্গৰ

বাহিৰত প্ৰতি ৰেখাত সেনা থিয় দি আছে, বন্দুকৰ কিৰীচশ্ৰেণী সূৰ্য্যৰ কিৰণত চিক্‌মিক্ কৰি উঠিছে, প্ৰতি কিৰীচৰ পৰা ৰঙানিচাম বায়ুপথত উৰি আছে। দুৰ্গৰ সমুখত অসংখ্য মানুহে অসংখ্য ধৰণৰ বস্তু বেচা-কিনা কৰিবলৈ আহিছে, দুৰ্গৰ প্ৰাচীৰৰ পৰা মছ্‌জিদৰ প্ৰাচীৰলৈ গোটেই পথ শব্দ আৰু লোকপূৰ্ণ। অশ্বাৰোহী, গজাৰোহী, আৰু শিবিকাৰোহী, ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান পদত অভিষিক্তপুৰুষগণ, বহুলোকেৰে সমন্বিত হৈ বহু সমাৰোহ কৰি সদায় দুৰ্গদ্বাৰৰ ভিতৰলৈ গৈছে আৰু বাহিৰলৈ আহিছে। সিবিলাকৰ সাজ-পাৰৰ শোভাই চকুত চাঁট মাৰি ধৰে, মানুহৰ কলৰৱত কাণ বিদীৰ্ণ হৈছে, সকলো শব্দক তল পেলাই দুৰ্গৰ ভিতৰৰ পৰা কামানৰ শব্দই নগৰক কঁপাই তুলিছে, আৰু ৰাজাধিৰাজ আলমগীৰ অৰ্থাৎ জগতৰ অধিপতিৰ ক্ষমতাবাৰ্ত্তা জগতসংসাৰত প্ৰচাৰ কৰিছে। বিস্ময়োৎফুল্ললোচনে অনেক সময় এই সকলো ঘটনা দেখি অৱশেষত শিৱজীয়ে ৰামসিংহৰ সৈতে দুৰ্গদ্বাৰ অতিক্ৰম কৰি দুৰ্গৰ ভিতৰত প্ৰৱেশ কৰিলে।

প্ৰৱেশ কৰি শিৱজীয়ে যি দেখিলে তাতে আৰু বিস্মিত হ'ল চাৰিওপিনে বিস্তীৰ্ণ কাৰখানাত অসংখ্য শিল্পীয়ে ৰাজ-ব্যৱহাৰ্য্য নানাবিধ দ্ৰব্য প্ৰস্তুত কৰিব ধৰিছে; অপূৰ্ব্ব সোণ-ৰূপ খটোৱা কাপোৰ, মলমল, মছ্‌লিম বা ছিট; বহুমূলীয়া গালিচা, চন্দ্ৰতাপ, তাম্বু বা পৰ্দ্দা, সুন্দৰ পৰিধেয় উষ্ণীষ, শাল বা শৰীৰ আৱৰণ; অপৰূপ স্বৰ্ণমণিমাণিক্যৰ বেগম-পৰিধেয় অলঙ্কাৰ; সুন্দৰ চিত্ৰ, সুন্দৰ কাৰুকাৰ্য্য, সুন্দৰ শ্বেত-মৰ্ম্মৰ গৃহ-সম্ভাৰ, ৰাশিয়ে ৰাশিয়ে নীল, পীত, ৰঙাবৰণীয়া বা সেউজীয়া শিলৰ নানা ধৰণৰ খেলাৰ বস্তু; কিমান বৰ্ণনা কৰিম। ভাৰতবৰ্ষত যিমান অপূৰ্ব্ব সুদক্ষ শিল্পকাৰ আছিল, সম্ৰাটৰ আদেশত সিবিলাকে মাহিলি দৰমহা লৈ দুৰ্গৰ ভিতৰত কাম কৰিবলৈ আছে। সম্ৰাটে ৰাজকাৰ্য্য বা নিজৰ প্ৰয়োজনৰ কাৰণে যি কোনো বস্তু আৱশ্যক বুলি ভাবে, বিলাসিনী

বেগমসকলে যিমান ধৰণৰ অপূৰ্ব্ব বস্তুৰ আদেশ কৰে, প্ৰাসাদবাসী-সকলৰ যিমান প্ৰকাৰৰ সামগ্ৰীৰ প্ৰয়োজন হয়, সেই সকলোবোৰ বস্তুৰেই এই ঠাইত প্ৰস্তুত হয়।

শিৱজীয়ে এইবোৰ চাবলৈ সময় নেপালে। অসংখ্য মানুহৰ মাজেৰে "দেৱান আম" নামৰ উন্নত প্ৰশস্ত ৰঙাবৰণৰ শিলেৰে নিৰ্ম্মিত প্ৰাসাদৰ ওচৰলৈ আহিল। সম্ৰাটে সচৰাচৰ এই ঠাইতে সভাৰ অধিবেশন কৰে, কিন্তু আজি যেন শিৱজীক প্ৰাসাদৰ সকলো গৌৰৱ দেখুৱাবলৈ সুন্দৰ শ্বেত প্ৰস্তৰ নিৰ্ম্মিত নানাৰূপ অলঙ্কাৰেৰে অলঙ্কৃত আৰু জগতত অতুল্য "দেৱান খাচ" নামৰ প্ৰাসাদত সভাৰ অধিবেশন পাতিছে। শিৱজীয়ে সেই ঠাইলৈ গৈ দেখিলে, প্ৰাসাদৰ ভিতৰ ৰত্নমাণিক্য বিনিৰ্ম্মিত সূৰ্য্যৰশ্মি প্ৰতিঘাতী ময়ূৰ সিংহাসনৰ ওপৰত সম্ৰাট আৰংজীৱ বহি আছে। সম্ৰাটৰ চাৰিওপিনে ৰূপেৰে সজোৱা ৰেলিং, ৰেলিঙৰ বাহিৰত ভাৰতবৰ্ষৰ অগ্ৰগণ্য ৰজা, মন্সবদাৰ, ওমৰাহ আৰু সেনাপতিসকল নিঃশব্দে থিয় হৈ আছে। ৰামসিংহই শিৱজীৰ পৰিচয় দান কৰি ৰাজসদনত উপস্থিত হ'ল।

শিৱজীয়ে আজি দিল্লী নগৰীৰ অসাধাৰণ শোভা দেখিয়েই আৰংজীৱৰ উদ্দেশ্য অনুমান কৰিছিল, এতিয়া ৰাজসদনলৈ আহি সেই বিষয়ে আৰু স্পষ্ট বুজিব পাৰিলে। যিজনে কুৰি বছৰ যুদ্ধ কৰি আপোনাৰ আৰু স্বজাতিৰ স্বাধীনতা ৰক্ষা কৰিছিল, যিজনে সম্প্ৰতি সম্ৰাটৰ অধীনতা স্বীকাৰ কৰি যুদ্ধত যথেষ্ট সহায়তা কৰিছিল, যিজনে মহাৰাষ্ট্ৰ দেশৰ পৰা সম্ৰাটক দৰ্শন কৰিবলৈ দিল্লী পৰ্য্যন্ত আহিছে, সম্ৰাটে তেওঁক কেনেকৈ আহ্বান কৰিলে? শিৱজীয়ে আজি সামান্য এজন কৰ্ম্মচাৰীৰ নিচিনা নম্ৰভাৱে ৰাজসদনত দণ্ডায়মান। শিৱজীৰ প্ৰতি শিৰাৰে উষ্ণ শোণিত প্ৰবাহিত হ'ল, কিন্তু এতিয়া তেওঁ নিৰুপায়, সাধাৰণ ৰাজকৰ্ম্মচাৰীৰ নিচিনা সম্ৰাটক 'তছলীম' কৰি ৰীতিমতে "নজৰ"

দান কৰিলে। আৰংজীৱৰ উদ্দেশ্য সাধন হ'ল। জগত-সংসাৰে জানিলে, শিৱজীয়ে জানিলে, শিৱজী আৰু আৰংজীৱ সমকক্ষ নহয়, দাসৰ প্ৰভুৰ সৈতে, ক্ষীণৰ বলিষ্ঠৰ সৈতে যুদ্ধ কৰা মূৰ্খতা !

এই উদ্দেশ্য সাধনৰ বাবে আৰংজীৱে 'নজৰ' গ্ৰহণ কৰি কোনো বিশেষ সমাদৰ নকৰি শিৱজীক "পাঁচহাজাৰী" অৰ্থাৎ পাঁচহেজাৰ সেনাৰ সেনাপতিসকলৰ মাজত ঠাই দিলে। শিৱজীৰ নয়ন তেতিয়া জুইৰ দৰে জ্বলি উঠিল, শৰীৰ কঁপিবলৈ ধৰিলে। তেওঁ দাঁত-মুখ কামুৰি অস্ফুট মাতেৰে কলে, "শিৱজী পাঁচহেজাৰী ? সম্ৰাট যেতিয়া মহাৰাষ্ট্ৰলৈ যাব, দেখিব শিৱজীৰ অধীনত কিমান জন পাঁচহেজাৰী আছে। দেখিব,—সিহঁতে দুৰ্ব্বল হাতেৰে অসি ধাৰণ নকৰে।"

আৱশ্যকীয় কাম সম্পাদন হলত সভা ভঙ্গ হ'ল। সম্ৰাটে আসনৰ পৰা উঠি ওচৰৰ ওখ শ্বেত-প্ৰস্তৰ-বিনিৰ্ম্মিত বেগম-মহললৈ গ'ল। তেতিয়া নদীৰ সোঁতৰ দৰে দুৰ্গৰ পৰা অসংখ্য জনস্ৰোত নিৰ্গত হবলৈ ধৰিলে। সকলোৱে নিজৰ বাসস্থানলৈ গ'ল, সাগৰৰ দৰে বিস্তীৰ্ণ দিল্লী নগৰীত অচিৰতে জনস্ৰোত লীন হৈ গ'ল।

শিৱজী থকাৰ বাবে এটা ঘৰ নিৰ্দ্দিষ্ট হৈছিল। খঙে অভিমানে সন্ধ্যাসময়ত শিৱজী সেই ঘৰলৈ আহিল, অকলে বহি চিন্তা কৰিবলৈ ধৰিলে।

অলপ পিছত ৰাজসদনৰ পৰা বাতৰি আহিল যে, আজি সম্ৰাটৰ আগত শিৱজীয়ে ৰুষ্ট হৈ যি কথা উচ্চাৰণ কৰিছিল, সম্ৰাটে তাক শুনিছে। সম্ৰাটে শিৱজীক দণ্ড দিবলৈ ইচ্ছা নকৰে, কিন্তু ভৱিষ্যতে শিৱজীয়ে ৰাজসাক্ষাৎ নেপায়, ৰাজসভাত স্থানো নেপায়।

শিৱজীয়ে বুজি পালে ভৱিষ্যত আকাশ মেঘাচ্ছন্ন হবলৈ ধৰিছে। ব্যাধে যিদৰে সিংহ ধৰিবলৈ জাল পাতে, ক্ৰুদ্ধ দুষ্টবুদ্ধি আৰংজীৱেও সেইদৰে ধীৰে ধীৰে শিৱজীক বন্দী কৰিবলৈ মন্ত্ৰণাজাল

পাতিব লাগিছে। শিৱজীয়ে মনে মনে ভাবিলে,—"এই জাল বিদীৰ্ণ কৰি পুনৰাই জানো স্বাধীনতা লাভ কৰিব পাৰিম? হায় সীতাপতি গোস্বামী, চিৰ যুদ্ধৰ পৰামৰ্শ তুমিয়েই দিছিলা, তোমাৰ গৰীয়সী কথা এতিয়াও মোৰ কাণত ধ্বনিত হব ধৰিছে। আৰংজীব, সাৱধান! শিৱজীয়ে এতিয়ালৈ তোমাৰ ওচৰত সত্য পালন কৰিছে, তেওঁৰ লগত চতুৰতা নকৰিবা, কিয়নো—শিৱজী সেই বিধাত শিশু নহয়। যদি কৰা, ভৱানী সাক্ষী থাকক,—মহাৰাষ্ট্ৰ দেশত যি সমৰানল প্ৰজ্বলিত কৰিম, তাতে এই সুন্দৰ দিল্লী নগৰী, এই বিপুল মুছলমান সাম্ৰাজ্য একেবাৰে দগ্ধ হৈ যাব।"

# পঞ্চবিংশ পৰিচ্ছেদ

## মাজনিশা আগন্তুক

কোন তুমি—
বিভূতি ভূষিত অঙ্গ ?

—মধুসূদন দত্ত।

কেইদিনমানৰ ভিতৰতে শিৱজীয়ে আৰংজীবৰ উদ্দেশ্য স্পষ্টভাবে বুজিব পাৰিলে। শিৱজীয়ে আৰু স্বদেশলৈ যাব নোৱাৰে, চিৰদিন দিল্লীত বন্দী হৈ থাকে, মহাৰাষ্ট্ৰীয়সকল আৰু কেতিয়াও স্বাধীন হব নোৱাৰে, এয়েই আৰংজীবৰ উদ্দেশ্য। শিৱজী সম্ৰাটৰ এই কপট আচৰণত অত্যন্ত কষ্ট হ'ল, কিন্তু ক্ৰোধৰ ভাব গোপন কৰি দিল্লীৰ পৰা প্ৰস্থানৰ উপায় চিন্তা কৰিবলৈ ধৰিলে।

শিৱজীৰ চিৰবিশ্বস্ত মন্ত্ৰী ৰঘুনাথ পন্থ ন্যায়শাস্ত্ৰীয়ে সদায় শিৱজীৰ সৈতে এই বিষয়ে আলোচনা কৰে আৰু নানা ধৰণৰ উপায় উদ্ভাৱন কৰে। বহু যুক্তি কৰি উভয়ে স্থিৰ কৰিলে যে, প্ৰথমে দেশ প্ৰত্যাগমনৰ কাৰণে সম্ৰাটৰ ওচৰত অনুমতি প্ৰাৰ্থনা কৰা বিধেয়, অনুমতি নিদিলে আন উপায় উদ্ভাৱন কৰা হব।

ন্যায়শাস্ত্ৰী পণ্ডিত প্ৰৱৰো বাক্‌পটুতাত অগ্ৰগণ্য। তেওঁ শিৱজীৰ আবেদন বজাৰ ওচৰলৈ লৈ যাবলৈ সম্মত হ'ল। আবেদন-পত্ৰত শিৱজী যি যি কাৰণত দিল্লীলৈ আহিছিল, তাক বিস্তাৰিত ভাবে লিখা হ'ল। শিৱজীয়ে মোগল সৈন্যৰ সহায়তা কৰি যি যি কাৰ্য্য সাধন কৰিছিল, আৰংজীবে যি যি বিষয় অঙ্গীকাৰ কৰি শিৱজীক দিল্লীলৈ আহ্বান জনাইছিল, তাকো স্পষ্টাক্ষৰে দেখুৱা হ'ল। তাৰ পিছত শিৱজীয়ে প্ৰাৰ্থনা কৰিলে যে "মই যি কাৰ্য্য সাধন কৰিবলৈ অঙ্গীকাৰ কৰিছো, তাক এতিয়াও সাধন কৰিবলৈ

প্ৰস্তুত আছো, বিজয়পুৰ আৰু গলখন্দ ৰাজ্য সম্ৰাটৰ অধীনলৈ আনিবলৈ যিমান দূৰ সাধ্য সাহায্য কৰিম। অথবা যদি সম্ৰাটে মোৰ সহায়তা গ্ৰহণ কৰে, অনুমতি দিলে মই নিজৰ জায়গীৰলৈ প্ৰত্যাবৰ্ত্তন কৰোঁ, কিয়নো হিন্দুস্থানৰ জলবায়ু মোৰ পক্ষে, মোৰ সঙ্গীসকল, আৰু মোৰ সৈন্যসকলৰ পক্ষে অত্যন্ত অস্বাস্থ্যকৰ, এই দেশত আমাৰ থকা সম্ভৱ নহয়।”

ৰঘুনাথ ন্যায়শাস্ত্ৰীয়ে এইৰূপ আৱেদন-পত্ৰ সম্ৰাটৰ ওচৰত উপস্থিত কৰিলে। সম্ৰাটে উত্তৰ পঠিয়ালে, সেই উত্তৰত নানা কথা লিখা আছে, কিন্তু শিৱজীৰ প্ৰত্যাগমনৰ অনুমতি নাই। শিৱজীয়ে স্পষ্টকৈ বুজিলে যে, তেওঁক চিৰবন্দী কৰাই সম্ৰাটৰ একমাত্ৰ উদ্দেশ্য। তেতিয়া প্ৰতিদিনে পলায়নৰ চিন্তা কৰিবলৈ ধৰিলে।

উপৰোক্ত ঘটনাৰ কেইদিনমান পিছত এদিন সন্ধ্যা সময়ত শিৱজীয়ে খিৰিকীৰ কাষত চিন্তিত ভাবে বহি আছে। সূৰ্য্য অস্ত গৈছে, এতিয়াও এন্ধাৰ হোৱা নাই, ৰাজপথেৰে মানুহৰ সোঁত এতিয়াও অবিৰত ভাবে বৈ যাবলৈ ধৰিছে। কিমান দেশৰ মানুহ, কিমান পোছাক পৰিচ্ছদেৰে কিমান কাৰ্য্যৰ কাৰণে ৰাজধানীলৈ আহিছে! কেতিয়াবা কেতিয়াবা দুই এজন শ্বেতাঙ্গ মোগলে সদৰ্পে যাবলৈ ধৰিছে, তাতকৈ অলপ ক'লা বৰণীয়া শ শ দেশীয় হিন্দুৱে বা মুছলমানে সৰ্ব্বদা ইফালে সিফালে ঘূৰি ফুৰিছে আৰু দুই এজন ক'লা বৰণৰ কাফ্ৰীকো কেতিয়াবা কেতিয়াবা দেখা পোৱা গৈছে। পাৰস্য, আৰৱ, তাতাৰ আৰু তুৰস্ক দেশৰ পৰা সাউদ বা মুছাফেৰে এই সমৃদ্ধ নগৰীত গমনাগমন কৰিছে, মুছলমান বা হিন্দু সেনাপতি, ৰজা বা মন্সবদাৰ, বহু মানুহেৰে সমন্বিত হৈ মহাসমাৰোহেৰে হাতী বা ঘোঁৰাত বা দোলাত আৰোহণ কৰি যাবলৈ ধৰিছে। সৈনিক পুৰুষ সকলে হাঁহি-কৌতুকেৰে বাট অতিক্ৰম কৰিছে, বিক্ৰেতাসকলে নিজ নিজ পণ্য-দ্ৰব্য মূৰত লৈ চিঞৰি গৈ আছে। ইয়াৰ বাহিৰে

আন আন হেজাৰ মানুহ হেজাৰ কামত পানীৰ সোঁতৰ দৰে যাতায়াত কৰিছে।

লাহে লাহে জনস্ৰোত কমি আহিল। দিল্লীৰ অসংখ্য দোকানীয়ে আপোন আপোন দোকান বন্ধ কৰিলে। নগৰৰ অনন্ত কলৰৱ লাহে লাহে নাইকিয়া হ'ল, দুই এৰৰৰ খিৰিকীৰ ভিতৰৰ পৰা দীপশিখা দেখিবলৈ পোৱা গ'ল। দূৰৰ অট্টালিকাবোৰ লাহে লাহে এন্ধাৰে আগুৰি পেলালে। আকাশত দুটা এটা তৰাই দেখা দিলে, পশ্চিমফালে ৰক্তিমাভা আৰু নাইকিয়া হ'ল। শিৱজীয়ে পূৱপিনে চালে, দেখিলে,—শান্ত বিস্তীৰ্ণ দিগন্ত-প্ৰবাহিনী যমুনা নদী গধূলি নিস্তব্ধতাত অনন্ত সাগৰাভিমুখে যাত্ৰা কৰিছে।

সেই নিস্তব্ধতাৰ মাজত জুম্মা মছ্জিদৰ পৰা আজানৰ পৱিত্ৰ ধ্বনি উত্থিত হ'ল, যেন গম্ভীৰ শব্দ লাহে লাহে চাৰিওফালে বিস্তীৰ্ণ হবলৈ ধৰিলে, যেন ধীৰে ধীৰে মানুহৰ মন আকৰ্ষণ কৰি গগনত উত্থিত হবলৈ ধৰিলে। শিৱজীয়ে মুহূৰ্ত্তৰ বাবে শুদ্ধ হৈ সেই সন্ধ্যা সময়ৰ সুদূৰ উচ্চাৰিত গম্ভীৰ শব্দ শ্ৰৱণ কৰিবলৈ ধৰিলে। অন্ধকাৰত আকৌ চালে, মাথোন জুম্মা মছ্জিদৰ শ্বেত প্ৰস্তৰ বিনিৰ্ম্মিত গম্বুজবোৰ সুনীল আকাশপটত অস্পষ্টভাবে দেখা গৈছে। কেৱল মাথোন প্ৰাসাদৰ ৰঙা বৰণৰ উন্নত প্ৰাচীৰ দূৰৰ পৰ্ব্বতমালাৰ দৰে দৰে দৃষ্ট হৈছে। ইয়াৰ বাহিৰে সমস্ত নগৰী অন্ধকাৰত আচ্ছাদিত, নৈশ নিস্তব্ধতাত স্তব্ধ।

ৰাতি গভীৰ হ'ল, কিন্তু শিৱজীৰ চিন্তাসূত্ৰ এতিয়াও নিছিঙিল, কিয়নো, আজি আগৰ কথা একে একে হিয়াত জাগৰিত হৈছিল। বাল্যকালৰ সুহৃদ্বৰ্গ, বাল্যকালৰ আশা, ভৰসা, উত্তম, সাহসী আৰু উন্নত চৰিত্ৰৰ পিতাক শাহজী, পিতৃতুল্য বাল্যসুহৃদ্ দাদাজী কানাইদেৱ, গৰীয়সী মাতা জীজী! সেই বীৰমাতাই শিশু শিৱজীক মহাৰাষ্ট্ৰৰ জয়ৰ কথা কৈছিল, সেই বীৰ জননীয়ে বালক শিৱজীক

বীৰ কাৰ্য্যত ব্ৰতী কৰিছিল, সেই বীৰ মাতাই শিৱজীক বিপদত আশ্বাস দিছে, যুদ্ধত উৎসাহ দিছে। তাৰ পিছত যৌৱনৰ উন্নত আশা, উন্নত কাৰ্য্য-পৰম্পৰা, দুৰ্গ-বিজয়, ৰাজ্য-বিজয়, দেশ-বিজয়, বিপদৰ পিছত বিপদ, যুদ্ধৰ পিছত যুদ্ধ, অপূৰ্ব্ব জয়লাভ, দোৰ্দ্দণ্ড প্ৰতাপ, দুৰ্দ্দমনীয় উচ্চাভিলাষ! শিৱজীয়ে বিশ বছৰ পৰ্য্যালোচনা কৰি দেখিলে, প্ৰতি বছৰেই অপূৰ্ব্ব বিজয় বা অসম সাহসী কাৰ্য্যেৰে অঙ্কিত আৰু সমুজ্জ্বল।

সেই কাৰ্য্য-পৰম্পৰা জানো ব্যৰ্থ? সেই আশা কি মায়াবিনী? নে এতিয়াও ভৱিষ্যত আকাশত গৌৰৱ নক্ষত্ৰ লীন হৈ আছে? এতিয়াও ভাৰতবৰ্ষত মুছলমান ৰাজ্যৰ অৱসান হব? নে হিন্দু ৰাজচক্ৰৱৰ্ত্তীৰ মূৰৰ ওপৰত ৰাজচ্ছত্ৰ উন্নত হব?

শিৱজীয়ে এই ধৰণে চিন্তা কৰি আছিল, এনে সময়ত এপৰ ৰাতিৰ ঘণ্টা বাজিল, ৰাজপ্ৰাসাদৰ নাগৰাখানাৰ পৰা সেই শব্দ উঠি সমস্ত নগৰত পৰিব্যাপ্ত হ'ল, নৈশ নিস্তব্ধতাৰ গম্ভীৰ শব্দ বহুদূৰলৈকে শুনা গল। আকাশ-গৰ্ভত সেই শব্দ এতিয়াও লীন হোৱা নাই, এনেকুৱা সময়ত শিৱজীয়ে মুকলি খিৰিকীৰ মুখত এটা দীঘল মনুষ্যমূৰ্ত্তি দেখিবলৈ পালে। ক'লা বৰণীয়া এন্ধাৰ আকাশপটত যেন এটা দীঘল নিশ্চেষ্ট প্ৰতিকৃতি।

আচৰিত হৈ শিৱজী থিয় হ'ল, সেই প্ৰতিকৃতিৰ প্ৰতি তীব্ৰ দৃষ্টি কৰিলে, কঁকালৰ পৰা অসি আধা উলিয়ালে। অপৰিচিত আগন্তুকে সেইটো গ্ৰাহ্য নকৰি লাহে লাহে খিৰিকীৰ ভিতৰেদি ঘৰত সোমাল, লাহে লাহে কপাল আৰু ভ্ৰূযুগলৰ পৰা ৰাতিৰ শিশিৰ মচি পেলালে।

শিৱজীয়ে তীক্ষ্ণ নয়নেৰে চাই দেখিলে, আগন্তুকৰ মূৰত জঁটাজুট, শৰীৰত বিভূতি, হাতত বা কঁকালত অসি বা ছুৰিকা একো নাই। অস্ত্ৰহীন। সেই বুলি আগন্তুক শিৱজীক হত্যা কৰিবলৈ সম্ৰাট প্ৰেৰিত চৰ নহয়। তেন্তে আগন্তুক কোন?

তীক্ষ্ণ নয়নেৰে এন্ধাৰত ঘৰৰ ভিতৰত শিৱজীক লক্ষ্য কৰি আগন্তুকে কলে, "মহাৰাজৰ জয় হওক।"

এন্ধাৰত আগন্তুকৰ আকৃতি দেখি শিৱজীয়ে তেওঁক চিনিব পৰা নাই, কিন্তু তেওঁৰ কণ্ঠস্বৰ শুনা মাত্ৰকেই চিনিব পাৰিলে। জগতত প্ৰকৃত বন্ধু অতি বিৰল। বিপদৰ সময়ত এনেকুৱা বন্ধু পালে হিয়া নাচি উঠে। শিৱজীয়ে সীতাপতি গোস্বামীক প্ৰণাম আৰু সস্নেহে আলিঙ্গন কৰি কাষত বহুৱালে, এটা বন্তি জ্বলালে, পিছত উৎসুক হৈ সুধিলে—"বন্ধু প্ৰবৰ! ৰায়গড়ৰ খবৰ কি? আপুনি তাৰপৰা কেতিয়া কি দৰে আহিল? ইমান দূৰলৈ বা কি প্ৰয়োজনত আহিল? আজি মাজনিশা খিৰিকীৰে মোৰ ওচৰলৈ আহিবৰ বা কি অৰ্থ?"

সীতাপতি। মহাৰাজ, ৰায়গড়ৰ বাতৰি সকলো কুশল। আপুনি যি সচিব প্ৰবৰৰ হাতত ৰাজ্যভাৰ ন্যস্ত কৰিছে, তাত অমঙ্গল হোৱাৰ সম্ভাৱনা নাই। কিন্তু এই বিষয়ে মই বিশেষ নেজানো, কিয়নো—আপুনি ৰায়গড় পৰিত্যাগ কৰাৰ পিছত বেছিদিন মই তাত নাছিলো। আগতে আপোনাক কৈছিলো, ব্ৰত সাধনৰ বাবে মই দেশে দেশে পৰ্য্যটন কৰিব লাগে, সেই প্ৰয়োজনতে মথুৰা আদি তীৰ্থস্থান দৰ্শনৰ কাৰণে দিল্লীলৈ আহিছো। প্ৰভুৰ লগত যেতিয়া সাক্ষাত কৰো, তেতিয়াই মোৰ সৌভাগ্য, দিনতেই হওক ৰাতিয়েই হওক?

শিৱজী। তথাপি কোনো বিশেষ কাৰণ নেথাকিলে খিৰিকীৰে মাজ নিশা নাহিলহেঁতেন। কি কাৰণ প্ৰকাশ কৰি কওক।

সীতাপতি। নিবেদন কৰিছো, কিন্তু আগতে সুধি লওঁ, অহাৰ পৰা প্ৰভুৰ কুশল নে?

শিৱজী। শাৰীৰিক কুশলে আছো, শত্ৰুৰ মাজত মনৰ কুশল ক'ত?

সীতাপতি। প্ৰভুৰ সৈতেতো সম্ৰাটৰ সন্ধি আছে, আপোনাৰ শত্ৰু ক'ত ?

শিৱজী। সাপৰ সৈতে বেঙৰ সন্ধি কিমান সময় স্থায়ী হয় ? সীতাপতি, আপুনি অৱশ্যে সকলো জানে, মোক আৰু লাজ নিদিব। যদি ৰায়গড়ত আপোনাৰ পৰামৰ্শ শুনিলোহেঁতেন, তেনেহলে কঙ্কন দেশৰ পৰ্ব্বত আৰু উপত্যকাৰ ভিতৰত আজিও স্বাধীন হৈ থাকিব পাৰিলোহেঁতেন, খল সম্ৰাটৰ কথাত বিশ্বাস কৰি দিল্লী নগৰীত বন্দী নহলোহেঁতেন।

সীতাপতি। প্ৰভু, আত্ম তিৰস্কাৰ নকৰিব, মানুহ মাত্ৰেই ভ্ৰান্তিৰ অধীন, এই জগত ভ্ৰমেৰে পৰিপূৰ্ণ। বিশেষকৈ এই বিষয়ত আপোনাৰ অকণো দোষ নাই, আপুনি সন্ধি বাক্যত বিশ্বাস কৰি, সদাচৰণ দেখুৱাই ইয়ালৈ আহিছে, যিজন অসদাচৰণ আৰু কপট আচৰণত দোষী, ভগবানে নিশ্চয় তাক দণ্ড দিব। প্ৰভু, খলতাৰ জয় নাই, আজি আৰংজীবে যি পাপ কৰি আপোনাক ৰুদ্ধ কৰিছে, সেই পাপত সবংশে নিধন হব। মহাৰাজ, আপুনি ৰায়গড়ত যি কথা কৈছিল, মহাৰাষ্ট্ৰ দেশত সেই কথা এতিয়াও কোনোৱে পাহৰা নাই ; আৰংজীবে যদি কপটাচৰণ কৰে, তেন্তে মহাৰাষ্ট্ৰ দেশত যি সমৰবহ্নি প্ৰজ্বলিত হব, সমস্ত মোগল সাম্ৰাজ্য তাত দগ্ধ হৈ যাব।

উৎসাহত, উল্লাসত, শিৱজীৰ দুচকু জ্বলিবলৈ ধৰিলে, তেওঁ কলে, "সীতাপতি, সেই ভৰসা এতিয়াও লোপ পোৱা নাই। এতিয়াও আৰংজীবে দেখিব মহাৰাষ্ট্ৰ জীৱন লোপ পোৱা নাই। কিন্তু হায় ! যি সময়ত মোৰ বীৰাগ্ৰগণ্য সৈন্যসকলে মোগলহঁতৰ লগত তুমুল সংগ্ৰামত লিপ্ত হব, সেই সময়ত মই জানো দিল্লী নগৰীত নিশ্চেষ্ট বন্দী স্বৰূপে থাকিম ?"

সীতাপতি। যেতিয়া গগন সঞ্চাৰি বায়ুক আৰংজীবে জালত আবদ্ধ কৰিব পাৰিব, তেতিয়া আপোনাক দিল্লীৰ প্ৰাচীৰৰ মাজত বন্দী ৰাখিব পাৰিব, তাৰ আগতে নহয়।

শিৱজীয়ে মিচিকিয়াই হাঁহি লাহে লাহে কলে,—"তেন্তে বোধ কৰোঁ আপুনি কোনো পলায়নৰ উপায় উদ্ভাবন কৰিছে, তাকে কবলৈ এনেকুৱা গুপ্তভাবে আজি নিশা মোৰ ঘৰলৈ আহিছে।"

সীতাপতি। প্ৰভু তীক্ষ্ণ বুদ্ধি সম্পন্ন, প্ৰভুৰ ওচৰত কিবা গোপন ৰাখিব পাৰোঁ, এনেকুৱা সম্ভাৱনা নাই।

শিৱজী। কি সেই উপায়?

সীতাপতি। অন্ধকাৰ নিশা প্ৰভুৱে অনায়াসে ছদ্মবেশ লৈ ঘৰৰ পৰা বাহিৰ হব পাৰে। দিল্লীৰ চাৰিওপিনে উচ্চ প্ৰাচীৰ, কিন্তু পূৰ্ব্বকালে এঠাইত সেই প্ৰাচীৰত লোৰ শলা স্থাপিত কৰা আছে, তাৰ দ্বাৰা প্ৰাচীৰ উল্লঙ্ঘন কৰা মহাৰাষ্ট্ৰীয় বীৰৰ অসাধ্য নহয়, আন ফালে সৰু নাৱত আঠজন মানুহ আছে, নিমিষৰ ভিতৰতে মথুৰাত উপস্থিত হব পাৰিব। তাত প্ৰভুৰ বহুত বন্ধু আছে, বহু হিন্দু দেৱালয়ত বহু ধৰ্ম্মাত্মা পুৰোহিত আছে, তাৰ পৰা প্ৰভুৱে অনায়াসে স্বদেশলৈ যাব পাৰিব।

শিৱজী। মই আপোনাৰ উদ্যোগত তুষ্ট হলো, আপুনি যে আচল বন্ধু, তাৰ আৰু এটা নিদৰ্শন পালো; কিন্তু প্ৰাচীৰ উল্লঙ্ঘনৰ সময়ত যদি কোনোৱে মোক দেখিবলৈ পায়, তেনেহলে পলায়ন কৰা দুঃসাধ্য, আৰংজীবৰ হাতত মৃত্যু নিশ্চিত।

সীতাপতি। প্ৰাচীৰৰ যি ঠাইত লোৰ শলা দিয়া আছে, তাৰ অলপ দূৰত আপোনাৰ সেনাৰ মাজত দহজন তীৰন্দাজ ছদ্মবেশেৰে লুকাই আছে। যদি কোনোৱে প্ৰভুক দেখিবলৈ পায় বা গতিৰোধ কৰে, তাৰ মৃত্যু নিশ্চিত।

শিৱজী। বাৰু, নাৱেৰে যোৱাৰ সময়ত পাৰত থকা কোনো প্ৰহৰীয়ে যদি সন্দেহ কৰি নাও ধৰিব খোজে?

সীতাপতি। আঠজন ছদ্মবেশী নাৱৰীয়াই আপোনাৰ আঠজন যোদ্ধা। সিহঁতৰ শৰীৰ বৰ্ম্মাচ্ছাদিত, তূণ-পৰিপূৰ্ণ। হঠাৎ কোনোবাই নাও আটক কৰিব পাৰে, তাৰ সম্ভাৱনা নাই।

শিৱজী। মথুৰালৈ গৈ যদি প্ৰকৃত বন্ধু নেপাওঁ ?

সীতাপতি। আপোনাৰ পেচোৱাৰ ভগিনীপতি মথুৰাত আছে। তেওঁ আপোনাৰ চিৰ পৰিচিত আৰু বিশ্বস্ত, আপুনি জানে। মই আজি তেওঁৰ ওচৰৰ পৰা আহিছো। তেওঁ সকলো প্ৰস্তুত ৰাখিছে, তেওঁৰ চিঠি পঢ়ক।

কাপোৰৰ ভিতৰৰ পৰা এখন চিঠি উলিয়াই সীতাপতিয়ে শিৱজীৰ হাতত দিলে। শিৱজীয়ে হাঁহি মাৰি চিঠিখন ঘূৰাই দি কলে,—"আপুনি পঢ়ি শুনাওক।"

সীতাপতিয়ে লাজ পালে, তেওঁৰ তেতিয়া মনত পৰিল যে, শিৱজীয়ে নিজৰ নাম লিখিবও নেজানে, কেতিয়াও লিখা পঢ়া শিকা নাই।

সীতাপতিয়ে চিঠি পঢ়ি শুনালে। যি যি আৱশ্যক, মুৰেশ্বৰৰ কুটুম্বই সকলো স্থিৰ কৰিছে, চিঠিত বিস্তাৰিতভাবে লিখা আছে।

শিৱজীয়ে কলে,—"গোস্বামী, আপোনাৰ গোটেই জীৱন যাগযজ্ঞত অতিবাহিত হৈছে, এনেভাব কেতিয়াও নহয়। শিৱজীৰ প্ৰধানমন্ত্ৰীয়েও আপোনাতকৈ সুন্দৰভাবে উপায় উলিয়াব নোৱাৰিলেহেঁতেন। কিন্তু এতিয়াও এটা কথা আছে। মই পলাই গলে মোৰ পুত্ৰ ক'ত থাকিব, মোৰ বিশ্বস্ত মন্ত্ৰী ৰঘুনাথ পন্থ আৰু প্ৰিয় সুহৃদ তন্নজী মালশ্ৰী ক'ত থাকিব ? মোৰ বিশ্বস্ত সৈন্যসকলেই বা কিৰূপে আৰংজীবৰ কোপৰ পৰা পৰিত্ৰাণ পাব ?"

সীতাপতি। আপোনাৰ লৰা, প্ৰিয় সুহৃদ আৰু মন্ত্ৰিবৰ আজি ৰাতিয়েই আপোনাৰ লগত যাব পাৰে। আপোনাৰ সেনাসকল দিল্লীত থাকিলে হানি নাই, আৰংজীবে সিহঁতক লৈ কি কৰিব, অগত্যা এৰি দিব।

শিৱজী। সীতাপতি, আপুনি আৰংজীবক নেজানে, তেওঁ ভায়েকহঁতক বধ কৰি সিংহাসনত বহিছে।

সীতাপতি। যদি আপোনাৰ সেনাসকলৰ ওপৰত কঠোৰ

আদেশ দিয়ে, তেন্তে কোন মহাৰাষ্ট্ৰ-সেনাই আপোনাৰ নিৰাপদৰ কথা শুনি উল্লাসৰ সৈতে প্ৰাণ বিসৰ্জ্জন নিদিব ?

শিৱজীয়ে নীৰৱে খন্তেক চিন্তা কৰিলে, পিছত মহানুভৱে লাহে লাহে কলে,—"গোস্বামী, মই আপোনাৰ চেষ্টা, আপোনাৰ উদ্যোগৰ কাৰণে, আপোনাৰ ওচৰত চিৰ বাধিত থাকিলো, কিন্তু শিৱজীয়ে তেওঁৰ বিশ্বস্ত আৰু চিৰপালিত ভৃত্যসকল বিপদত পেলাই থৈ নিজৰ উদ্ধাৰ কেতিয়াও নিবিছিৰে, এনে ভীৰুতাৰ কাম কেতিয়াও নকৰে। সীতাপতি, আন উপায় চিন্তা কৰক, নহলে চেষ্টা ত্যাগ কৰক।"

সীতাপতি। আন উপায় নাই।

শিৱজী। তেন্তে সময় দিয়ক, শিৱজীৰ এই প্ৰথম বিপদ নহয়, উপায় উদ্ভাৱনত শিৱজী কেতিয়াও পৰাঙ্মুখ নহয়, হোৱা নাই।

সীতাপতি। সময় নাই। আজি ৰাতিয়েই প্ৰভুৱে পলাওক, নহলে কাইলৈ আপোনাৰ পলায়ন নিষেধ।

শিৱজী। কোন যোগ বলেৰে আপুনি এনেকুৱা কথা জানিলে নেজানোঁ, কিন্তু আপোনাৰ কথা যদি যথাৰ্থতে সত্য হয়, তথাপি শিৱজীৰ আন উত্তৰ নাই। শিৱজীয়ে আশ্ৰিত প্ৰতিপালিত-সকলক বিপদত পেলাই আত্মপৰিত্ৰাণ নকৰিব। গোস্বামী, এইটো ক্ষত্ৰিয়ৰ ধৰ্ম্ম নহয়।

সীতাপতি। প্ৰভু, বিশ্বাসঘাতকৰ শাস্তিদান কৰা ক্ষত্ৰিয়ৰ ধৰ্ম্ম, আৰংজীবক শাস্তি দিয়ক। সেই দূৰ মহাৰাষ্ট্ৰদেশলৈ উভতি যাওক, তাৰপৰা সাগৰ-তৰঙ্গৰ দৰে সমৰ-তৰঙ্গ বোৱাই দিয়ক। অচিৰতে আৰংজীৱৰ সুখৰ সপোন ভাঙিব, অচিৰতে এই পাপপূৰ্ণ সাম্ৰাজ্য অতল বাৰিধিত মগ্ন হব।

শিৱজী। সীতাপতি, যিজন বিশ্বব্ৰহ্মাণ্ডৰ ৰজা, তেওঁ বিশ্বাসঘাতকতাৰ শাস্তি দিব, মোৰ কথা চিন্তা কৰক, তাৰ বেছি পলম নাই। শিৱজীয়ে আশ্ৰিতক ত্যাগ নকৰিব।

সীতাপতি। প্ৰভু, এতিয়াও এই প্ৰতিজ্ঞা ত্যাগ কৰক, এতিয়াও বিবেচনা কৰি আদেশ দিয়ক, কাইলৈ বিবেচনাৰ সময় নেথাকে, কাইলৈ আপুনি বন্দী।

শিৱজী। সেয়ে হওক। শিৱজীয়ে আশ্ৰিতক ত্যাগ নকৰে। শিৱজীৰ এই প্ৰতিজ্ঞা অবিচলিত।

সীতাপতিয়ে নীৰৱ হৈ থাকিল। শিৱজীয়ে চাই দেখিলে,—তেওঁৰ চকুত পানী। তেতিয়া সস্নেহে সীতাপতিৰ হাতত ধৰি কলে,—"গোস্বামী, দোষ গ্ৰহণ নকৰিব। আপোনাৰ যত্ন, আপোনাৰ চেষ্টা, আপোনাৰ ভালপোৱা মই জীৱনত পাহৰিব নোৱাৰো। ৰায়গড়ত আপোনাৰ বীৰপৰামৰ্শ আৰু দিল্লীত মোৰ উদ্ধাৰৰ বাবে আপোনাৰ এনে উদ্যোগ চিৰকাল মোৰ হিয়াত অঁকা থাকিব। আপুনি মোৰ লগত থাকক, আপোনাৰ পৰামৰ্শত সোনকালে সকলোকে উদ্ধাৰ কৰিম।"

সীতাপতি। প্ৰভু, আপোনাৰ মিঠা কথাত যথোচিত পুৰস্কৃত হলো, জগদীশ্বৰে জানে, আপোনাৰ লগত থকাৰ বাহিৰে মোৰ আৰু আন অভিলাষ নাই। কিন্তু মোৰ ব্ৰত অলঙ্ঘনীয়, ব্ৰত সাধনৰ বাবে নানা ঠাইলৈ নানা কামত যাবলগীয়া হয়। ইয়াত থকা অসম্ভৱ।

শিৱজী। ই কি অসাধাৰণ ব্ৰত, নেজানো সীতাপতি, ই কি কঠোৰ ব্ৰত ধাৰণ কৰিছে?

সীতাপতি। এতিয়াই সকলোকে বহলাই কেনেকৈ কম, সাধনৰ এই এটা অঙ্গ যে, দিনত ৰাজদৰ্শন নিষেধ।

শিৱজী। ভাল, এই ব্ৰত কি উদ্দেশ্যে ধাৰণ কৰিছে?

অলপ চিন্তা কৰি সীতাপতিয়ে কলে, "মোৰ কপালত এটা অমঙ্গল লিখা আছে। মোৰ ইষ্টদেৱতা, যাক মই বাল্যকালৰ পৰা পূজা কৰিছো, যাৰ নাম জপ কৰি জীৱন ধাৰণ কৰিছো, বিধিৰ নিৰ্ব্বন্ধত তেওঁ মোৰ ওপৰত বিমুখ। সেই অমঙ্গল খণ্ডনৰ বাবে ব্ৰত পালন কৰিছো।"

শিৱজী। এই অমঙ্গল কোনে গণনা কৰি আপোনাক জনালে? কোনে বা আপোনাক অমঙ্গল খণ্ডনৰ বাবে এই বিষম ব্ৰত ধাৰণ কৰিবলৈ কলে?

সীতাপতি। কাৰ্য্যবশতঃ মই নিজে এইটো জানিব পাৰিছো, ঈশানী মন্দিৰত এজনে মোক এই ব্ৰত ধাৰণ কৰিবলৈ কৈছিল। যদি সফল হওঁ সকলো আপোনাৰ ওচৰত নিবেদন কৰিম, যদি অকৃতাৰ্থ হওঁ, তেন্তে এই ক্ষুদ্ৰ জীৱন ত্যাগ কৰিম। যাৰ পূজাৰ বাবে জীৱন ধাৰণ কৰিছো, তেওঁ বিমুখ হলে এই জীৱনৰ আৱশ্যক কি?

শিৱজী। সীতাপতি, যি কৈছে যথাৰ্থ, যাৰ বাবে প্ৰাণপণ কৰোঁ, যাৰ বাবে আত্মসমৰ্পণ কৰো, তেওঁৰ অসন্তোষতকৈ মৰ্ম্মভেদী দুখ আৰু জগতত নাই।

সীতাপতি। প্ৰভু, আপুনি জানো এই যাতনা কেতিয়াবা ভোগ কৰিছে?

শিৱজী। জগদীশ্বৰে মোক মাৰ্জ্জনা কৰক। মই এজন নিৰ্দ্দোষী বীৰপুৰুষক যাতনা দিছো। সেই বালকৰ কথা মনত পৰিলে এতিয়াও মোৰ মাজে সময়ে বুকুত বেদনা জাগে।

সীতাপতি। সেই হতভগীয়াৰ নাম কি?

শিৱজীয়ে কলে,—"ৰঘুনাথজী হাবিলদাৰ!"

ঘৰৰ বস্তি হঠাৎ নুমাই গ'ল। শিৱজীয়ে বস্তি জ্বলাবলৈ উদ্যোগ কৰিছিল, এনে সময়ত সীতাপতিয়ে কলে,—"দীপৰ আৱশ্যক নাই, কওঁক, মই শুনিছো।"

শিৱজী। আৰু কি কম! তিনি বছৰ পাৰ হৈ গৈছে, সেই বালকবেশী বীৰপুৰুষ মোৰ ওচৰলৈ আহে আৰু সৈনিকৰ কামত প্ৰবৃত্ত হয়। তেওঁৰ মুখমণ্ডল উদাৰ। সীতাপতি! আপোনাৰ নিচিনাই তাৰ উন্নত কপাল, আৰু উজ্জ্বল নয়ন আছিল। বালকৰ বয়স আপোনাতকৈ কম। আপোনাৰ নিচিনা তাৰ বুদ্ধিৰ প্ৰখৰতা নাছিল, কিন্তু সেই উন্নত হিয়াত আপোনাৰ নিচিনাই দুৰ্দ্দমনীয়

বীৰত্ব আৰু সাহস সদায় বিৰাজ কৰিছিল। আপোনাৰ বলিষ্ঠ উন্নত শৰীৰ যেতিয়া দেখোঁ, আপোনাৰ পৰিষ্কাৰ কণ্ঠস্বৰ যেতিয়া শুনোঁ, আপোনাৰ বীৰোচিত বিক্ৰম যেতিয়া আলোচনা কৰোঁ, সেই বালকৰ কথা তেতিয়া সদায় হিয়াত জাগি উঠে।

সীতাপতি। তাৰ পিছত ?

শিৱজী। যিদিনা প্ৰথম সেই বালকক দেখিলো, সেইদিনা প্ৰকৃত বীৰ বুলি চিনিলো, সিদিনা মোৰ নিজৰ এখন তৰোৱাল তাক দান কৰিলো, ৰঘুনাথে সেই তৰোৱালৰ অৱমাননা কৰা নাই। বিপদৰ সময়ত সদায় মোৰ ছাঁৰ নিচিনাকৈ মোৰ ওচৰতে থাকে, যুদ্ধৰ সময়ত দুৰ্দ্দমনীয় তেজেৰে শত্ৰুবেষ্টনি ভেদ কৰি আগ বাঢ়ি যায়। এতিয়াও বোধকৰোঁ তাৰ সেই বীৰ আকৃতি, সেই কেকোঁৰা চুলি, সেই উজ্জ্বল নয়ন মই দেখিবলৈ পাইছো।

সীতাপতি। তাৰ পিছত ?

শিৱজী। সেই বালকে এখন ৰণত মোৰ জীৱন ৰক্ষা কৰিছিল, আৰু এখন ৰণত তাৰ বিক্ৰমতেই দুৰ্গজয় হৈছিল, বহু যুদ্ধত সি নিজৰ অসাধাৰণ পৰাক্ৰম প্ৰকাশ কৰিছিল।

সীতাপতি। তাৰ পিছত ?

শিৱজী। আৰু কি কাৰণে সুধিব খোজে ? মই এদিন ভ্ৰমত পৰি সেই চিৰ বিশ্বাসী অনুচৰক অৱমাননা কৰি কামৰ পৰা দূৰ কৰি দিলো। শেষ পৰ্য্যন্তও ৰঘুনাথে এটাও কৰ্কশ কথা উচ্চাৰণ কৰা নাই, যোৱাৰ সময়তো মোৰ পিনে মুখ নত কৰি গুচি গ'ল।

শিৱজীৰ কণ্ঠস্বৰ ৰুদ্ধ হ'ল, দু-চকুৰে পানী পৰিবলৈ ধৰিলে।

ভালেমান পৰ কোনোৱে কথা কব নোৱাৰিলে। তাৰ পিছত সীতাপতিয়ে কলে,—"তাত আক্ষেপৰ কাৰণ কি ? দোষীৰ দণ্ডই ৰাজধৰ্ম্ম।"

শিৱজী। দোষী ? ৰঘুনাথৰ উন্নত চৰিত্ৰত দোষে স্পৰ্শ কৰিব নোৱাৰে। মই কি কুক্ষণত ভ্ৰান্ত হৈছিলো নেজানো।

ৰঘুনাথৰ মুখৰ ঠাইলৈ আহোঁতে পলম হৈছিল, মই তাক বিদ্ৰোহী বুলি ভাবিলো। মহানুভৱ জয়সিংহই পিছত এই বিষয়ে অনুসন্ধান কৰি জানিছিল যে, তেওঁৰ এজন পুৰোহিতৰ পৰা ৰঘুনাথে যুদ্ধৰ আগত আশীৰ্ব্বাদ লবলৈ গৈছিল, সেইবাবে পলম হৈছিল। 'নিৰ্দ্দোষীক মই অৱমাননা কৰিছিলো। শুনিছো, সেই অৱমাননাতে ৰঘুনাথে প্ৰাণত্যাগ কৰিছে। যুদ্ধত সি মোৰ প্ৰাণৰক্ষা কৰিছিল, মই তাৰ প্ৰাণ বিনাশ কৰিছো।

শিৱজীৰ কথা শেষ হ'ল, তেওঁৰ বাক্‌শক্তি ৰুদ্ধ হ'ল, তেওঁ ভালেমান পৰ নীৰৱ হৈ থাকিল। তাৰ পিছত মাতিলে, "সীতাপতি!"

একো উত্তৰ নেপালে। অলপ বিস্মিত হৈ চাকি জ্বলালে; দেখিলে সীতাপতি ঘৰৰ ভিতৰত নাই।

## ষড়্বিংশ পৰিচ্ছেদ

### আৰংজীব

সৰ্ব্বশাস্ত্ৰ পঢ়ি বেটা হ'লি মহামুখ।
কথা কলে নুবুজ যে এই বৰ দুঃখ॥

—কৃত্তিবাস ওঝা।

পিছদিনা প্ৰায় এপৰবেলাৰ সময়ত শিৱজীৰ টোপনি ভাঙিল। তেওঁ সাৰ পায়েই ৰাজবাটত এটা গোলমাল শুনিলে। উঠি খিৰিকীৰে তললৈ চাই যি দেখিলে তাতে তেওঁ চকিত আৰু স্তম্ভিত হ'ল।

দেখিলে, ঘৰৰ পাছফালে, দুকাষে আৰু সমুখৰ দুৱাৰমুখত অস্ত্ৰ-হাতত লৈ প্ৰহৰীসকলে থিয় দি আছে। বিশেষ পৰিচয় নেপালে প্ৰহৰীসকলে বাহিৰৰ মানুহক ঘৰলৈ আহিবলৈ নিদিয়ে, ঘৰৰ মানুহক বাহিৰলৈ যাবলৈ দিয়া নাই। দেখি সীতাপতিৰ কথা স্মৰণ হ'ল—কালি শিৱজী পলাব পাৰিলেহেঁতেন, আজি তেওঁ আৰংজাবৰ বন্দী!

তেতিয়া শিৱজীয়ে বিশেষ অনুসন্ধান কৰিবলৈ ধৰিলে; জানিলে যে, তেওঁ সম্ৰাটৰ ওচৰত স্বদেশলৈ যোৱাৰ প্ৰাৰ্থনা কৰিবৰ পৰা আৰংজীবৰ মনত সন্দেহ জন্মিছিল আৰু সেই সন্দেহৰ কাৰণে সম্ৰাটে নগৰৰ কোটোৱালক আদেশ কৰিছিল যে, শিৱজীৰ ঘৰৰ চাৰিওপিনে দিনে ৰাতিয়ে প্ৰহৰী থাকিব, শিৱজী ঘৰৰ পৰা কোনো ঠাইলৈ গলে, সেই প্ৰহৰী লগে লগে যাব, লগে লগে উভতি আহিব। শিৱজীয়ে তেতিয়া বুজিব পাৰিলে যে, সীতাপতি গোস্বামীয়ে আৰংজীবৰ এই আদেশৰ কথা জানিব পাৰি আগতেই শিৱজীৰ পলায়নৰ সকলো আয়োজন কৰিছিল আৰু ৰাতি দুই প্ৰহৰৰ সময়ত

খবৰ দিবলৈ আহিছিল। শিৱজীয়ে মনে মনে সীতাপতিক সহস্ৰ ধন্যবাদ দিবলৈ ধৰিলে।

আৰংজীবৰ কপটাচাৰিতা ইমান দিনে স্পষ্ট প্ৰতীয়মান হ'ল। সম্ৰাটে প্ৰথমে শিৱজীক বহু সমাদৰ কৰি চিঠি লিখি দিল্লীলৈ আহ্বান কৰিলে, শিৱজী আহিলত তেওঁক ৰাজসভাত অৱমাননা কৰিলে, পিছত ৰাজসভালৈ যাবলৈ নিষেধ কৰিলে, তাৰ পিছত দেশলৈ প্ৰত্যাগমন কৰিবলৈ নিষেধ কৰিলে, তাৰ পিছত প্ৰকৃত ভাবে বন্দী কৰিলে। কোনো কোনো সাপে গৰু ম'হ আদি গিলিবৰ আগতে যেনেকৈ নিজৰ দীঘল শৰীৰ ভক্ষ্যৰ চাৰিওকালে মেৰাই মেৰাই তাক সম্পূৰ্ণভাবে বশীভূত কৰে, পিছত ক্ৰমশঃ চুহি চুহি লাহে লাহে উদৰস্থ কৰে, ক্ৰূৰ আৰংজীবেও তেনেকৈ কপটতা-জালেৰে শিৱজীক ক্ৰমশঃ সম্পূৰ্ণ অধীন কৰি পিছত ধীৰে ধীৰে বিনাশ কৰিবৰ সঙ্কল্প কৰিছিল। মানস চকুৰে অতীত আৰু বৰ্ত্তমান সমুদায় ঘটনা মুহূৰ্ত্তৰ ভিতৰতে দৃষ্টি কৰি শিৱজীয়ে শক্ৰৰ নিগূঢ় উদ্দেশ্য বুজিব পাৰিলে, বুজি পাই খঙত গৰ্জ্জি উঠিল। দ্ৰুতভাবেৰে খোজ দি সেই ঘৰৰ ভিতৰত ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁ দাঁত মুখ কামুৰি উঠিল, চকুৰ পৰা জুইৰ ফিৰিঙতি ওলাবলৈ ধৰিলে। ভালে-মান সময়ৰ পিছত আধাফুটা মাতেৰে কলে, "আৰংজীব! শিৱজীক এতিয়াও জনা নাই, চতুৰতাত নিজকে অদ্বিতীয় বুলি ভাবা, কিন্তু শিৱজীও সেই বিদ্যাত বালক নহয়। এই ঋণ এদিন পৰিশোধ হব, সেইদিনা দাক্ষিণাত্যৰ পৰা হিন্দুস্থানলৈকে সমৰাগ্নি প্ৰজ্বলিত হব।"

ভালেমান পৰ চিন্তা কৰি শিৱজীয়ে বিশ্বস্ত মন্ত্ৰী ৰঘুনাথ পন্থক মতালে। প্ৰাচীন ন্যায়শাস্ত্ৰী উপস্থিত হ'ল, নিঃশব্দে সমুখত ৰহিল। শিৱজীয়ে কলে, "পণ্ডিত প্ৰবৰ, আপুনি আৰংজীবৰ খেল দেখিছে, এই খেল আমিও খেলিব লাগিব, আপোনাৰ অনুগ্ৰহত শিৱজী এই খেলত কেঁচা নহয়। আজি আমি বন্দী হম, মই

কালি ৰাতি ইয়াৰ বাতৰি পাইছিলো, কিন্তু অনুচৰবোৰক আগেয়ে পৰিত্ৰাণ নকৰি মোৰ আত্মপৰিত্ৰাণৰ ইচ্ছা নাই, সেই বিষয়ে আপোনাৰ উপদেশ কি ?”

ন্যায়শাস্ত্ৰীয়ে বহুসময় চিন্তা কৰি কলে,—আপোনাৰ অনুচৰ-সকলৰ স্বদেশ গমনৰ বাবে সম্ৰাটৰ ওচৰত অনুমতি প্ৰাৰ্থনা কৰক। এতিয়া আপোনাক বন্দী কৰিছে, আপোনাৰ অনুচৰৰ সংখ্যা যিমান হ্ৰাস হয়, তাতে সম্ৰাটে আনন্দৰ বাহিৰে দুখ নেপাব। মই বিবেচনা কৰোঁ, অনুমতি বিছাৰিলেই পাব।”

শিৱজী। মন্ত্ৰিবৰ, আপোনাৰ পৰামৰ্শই উত্তম। মোৰো ভাব হয়, ধূৰ্ত্ত আৰংজীবে এই বিষয়ে আপত্তি নকৰিব।

এই মৰ্ম্মে এখন আবেদন-পত্ৰ প্ৰস্তুত হ'ল। শিৱজীয়ে মনত যি ভাবিছিল, সেইটোৱেই ঘটিল, শিৱজীৰ অনুচৰসকল দিল্লীৰ পৰা যাব বুলি শুনি সম্ৰাট আনন্দিত হৈ তেওঁলোকক যাবলৈ এখন এখন অনুমতি পত্ৰ দান কৰিলে। শিৱজীয়ে কেইদিনমানৰ ভিতৰতে সেই অনুমতি পত্ৰবোৰ পালে, মনতে কলে,—“মূৰ্খ, শিৱজীক বন্দীকৈ ৰাখিবা ? এতিয়া এজন অনুচৰৰ বেশ ধৰি ইয়াৰে এখন অনুমতি পত্ৰ লৈ দিল্লী ত্যাগ কৰিলে কি কৰিব পাৰা ? যি হওক, অনুচৰ-সকল এতিয়া নিৰাপদেৰে যাওক, শিৱজীয়ে নিজৰ বাবে উপায় উলিয়াবলৈ সক্ষম।”

পাঠক ! যি অসাধাৰণ চতুৰতা, বুদ্ধিকৌশল, আৰু ৰণনৈপুণ্যেৰে ভায়েকহঁতক পৰাস্ত কৰি, বুঢ়া বাপেকক বন্দী কৰি দিল্লীৰ ময়ূৰ সিংহাসন আৰোহণ কৰিছিল, যি কাশ্মীৰৰ পৰা বঙ্গদেশলৈ সমস্ত আৰ্য্যাৱৰ্ত্তৰ অধিপতি হৈও পুনৰাই দক্ষিণাপথ জয় কৰি সমগ্ৰ ভাৰতৰ একাধীশ্বৰ হবলৈ মহৎ সঙ্কল্প কৰিছিল, যি অসামান্য চতুৰতাৰে মহাবীৰ সুচতুৰ শিৱজীকো বন্দী কৰিছিল, ব'লা, এবাৰ সেই কপটাচাৰী, অদূৰদৰ্শী আৰংজীবৰ প্ৰাসাদৰ ভিতৰত প্ৰৱেশ কৰি তেওঁৰ মনৰ ভাববোৰ চাই লওঁ।

ৰাজকাৰ্য্য সমাধা হৈছে। আৰংজীব "গোছলখানা" নামৰ এটা ঘৰত বহি আছে। সেইটো মন্ত্ৰীসকলৰ লগত গুপ্ত পৰামৰ্শ কৰা ঘৰ, কিন্তু আজি আৰংজীবে অকলে বহি চিন্তা কৰিছে। কেতিয়াবা তেওঁৰ কপালত গভীৰ চিন্তাৰ ৰেখা দেখা গৈছে, কেতিয়াবা আকৌ উজ্জ্বল নয়নত ক্ৰোধ বা অভিমান বা দৃঢ় প্ৰতিজ্ঞাৰ লক্ষণ দেখা গৈছে, কেতিয়াবা মন্ত্ৰণা সফল হোৱাত সন্তোষত তেওঁৰ ওঁঠৰ প্ৰান্তত হাঁহিৰ ৰেখা ফুটি উঠিছে। সম্ৰাটে কি কৰিছে? নিজ বুদ্ধি বলেৰে সমগ্ৰ হিন্দুস্থানৰ একাধীশ্বৰ হৈছে, সেই কথাকে ভাবিছে? হিন্দুধৰ্ম্মৰ আৰু অৱমাননা নাইবা ৰাজপুত বা মহাৰাষ্ট্ৰীয়সকলক আৰু বেছিকৈ পদদলিত কৰিবলৈ সঙ্কল্প কৰিছে? শিৱজীক বন্দী কৰি মনে মনে উল্লাসিত হৈছে? নেজানো, সম্ৰাটৰ কি চিন্তা, তেওঁৰ সভাৰ মাজত, ভাৰতবৰ্ষৰ ভিতৰত কোনো মন্ত্ৰীক সন্দিগ্ধমনা আৰংজীবে কেতিয়াও সম্পূৰ্ণ বিশ্বাস নকৰিছিল, মনৰ ভাব নকৈছিল। নিজৰ বুদ্ধি প্ৰাখৰ্য্যেৰে সকলোকে পুতলাৰ নিচিনাকৈ চলাব, সমগ্ৰ দেশক সুন্দৰভাবে শাসন কৰিব, আৰংজীবৰ এই উদ্দেশ্য। বাসুকিয়ে যিদৰে নিজৰ শিৰেৰে এই পৃথিবীক ধাৰণ কৰি আছে, জিৰণি নিবিছাৰে, কাৰো সহায় নিবিছাৰে, আৰংজীবেও নিজৰ অসাধাৰণ মানসিক বলেৰে সাম্ৰাজ্যৰ শাসনকাৰ্য্য অকলে বহন কৰিবলৈ ইচ্ছা কৰিছে, কাৰো পৰামৰ্শ বিছৰা নাই।

ভালেখিনি সময় বহি আছিল, এনে সময়ত এজন সৈনিকে তছলীম কৰি কলে, "সম্ৰাটৰ জয় হওক! জাহাঁপনা, দানেশমন্দ নামেৰে আপোনাৰ সভাসদ আপোনাৰ দৰ্শন-প্ৰাৰ্থী, দুৱাৰমুখত থিয় দি আছে।" সম্ৰাটে দানেশমন্দক আহিবলৈ আদেশ দিলে, চিন্তাৰ ৰেখাবোৰ কপালৰ পৰা অপসৃত কৰিলে, মুখত সুন্দৰ হাঁহি ফুটাই তুলিলে।

দানেশমন্দ আৰংজীবৰ মন্ত্ৰী নাছিল, ৰাজকাৰ্য্যত পৰামৰ্শ দিবলৈ সাহ কৰা নাছিল, কিন্তু তেওঁ পাৰস্য আৰু আৰবী ভাষাত অসাধাৰণ

পণ্ডিত, গতিকে সম্ৰাটে তেওঁক অতিশয় সন্মান কৰে, কেতিয়াবা কেতিয়াবা কোনো কোনো কথাত বাক্যচ্ছলেৰে পৰামৰ্শ সোধে। উদাৰচেতা দানেশমন্দই প্ৰায়েই উদাৰ সৰল পৰামৰ্শ দিছিল, এনে কি, আৰংজীবৰ বৰ ককায়েক দাৰা যেতিয়া বন্দী হয়, দানেশমন্দই তেওঁৰ প্ৰাণৰক্ষাৰ পৰামৰ্শকেই দিছিল। এনেকুৱা পৰামৰ্শ কুটিল আৰংজীবৰ মনোগত নহৈছিল, আৰংজীবে তেওঁক অল্পবুদ্ধি আৰু অদূৰদৰ্শী বুলি ভাবে, তথাপি তেওঁৰ বিদ্যা, ধন আৰু পদমৰ্য্যাদাৰ বাবে সম্যক আদৰ কৰিছিল। সৰল স্বভাৱৰ বুঢ়া দানেশমন্দই সম্ৰাটক অভিবাদন কৰি উপবেশন কৰিলে।

দানেশমন্দ। এই সময়ত জাহাঁপনাৰে সৈতে সাক্ষাৎ কৰিবলৈ অহা দাসৰ ধৃষ্টতা মাথোন, কিয়নো, এই সময়খিনিত সম্ৰাটে ৰাজ-কাৰ্য্যৰ পিছত জিৰণি লয়। তথাপি যে আহিছো, মাথোন আপুনি অনুগ্ৰহ কৰে এই কাৰণে। পাৰস্যৰ কবিয়ে সুন্দৰ লিখিছে, সূৰ্য্যৰ-পিনে জগতৰ সকলো প্ৰাণীয়ে সকলো সময়তে চাই থাকে, সূৰ্য্যই জানো তাত বিৰক্ত হয় বা কিৰণদানত বিৰত থাকে ?

সম্ৰাটে হাঁহি মুখে কলে,—"দানেশমন্দ, আনৰ সম্বন্ধে যিয়েই নহওক, আপুনি সকলো সময়তেই সমাদৰৰ পাত্ৰ।"

খন্তেক এইদৰে মধুৰ আলাপৰ পিছত দানেশমন্দই আন কথা উলিয়ালে, কলে,—"জাহাঁপনা, আলমগীৰ নাম সাৰ্থক কৰিছে, সমগ্ৰ হিন্দুস্থান আপোনাৰ পদতলত, এতিয়া দক্ষিণাপথ জয় কৰিবলৈও বেছি পলম নাই।"

ঈষৎ হাঁহি মাৰি আৰংজীবে কলে,—"কিয়, সেই বিষয়ে মোৰ কি উদ্যোগ দেখিলে ?"

দানেশমন্দ। দক্ষিণ দেশৰ প্ৰধান শত্ৰু আপোনাৰ পদতলত।

আৰংজীব। শিৱজীৰ কথা কৈছে। হয়, এন্দুৰ ফান্দত পৰিছে।

তত্‌তালিকে নিজৰ মন্ত্ৰণা গোপনৰ বাবে কলে,—"দানেশমন্দ,

আপুনি আমাৰ উদ্দেশ্য নিশ্চয় জানে, দেশৰ প্ৰধান প্ৰধান মানুহক সদায় সম্মান কৰা আমাৰ উদ্দেশ্য। শিৱজী ধূৰ্ত্ত, বিদ্ৰোহী হওক, যোদ্ধা সঁচা, তেওঁক সম্মান দেখুৱাবলৈ দিল্লীলৈ আনিছিলো। ৰাজসভাত সমুচিত সম্মান কৰি তেওঁক বিদায় দিয়াই আমাৰ উদ্দেশ্য আছিল, কিন্তু তেওঁ এনেকুৱা মূৰ্খ যে ৰাজসভাত অসদাচৰণ কৰিছিল। মই তেওঁক বন্দী কৰিবলৈ বা তেওঁৰ প্ৰাণ লবলৈ নিতান্ত অনিচ্ছুক, গতিকে আন শাস্তি নিদি মাথোন ৰাজসভালৈ আহিবলৈ নিষেধ কৰিছিলো। এতিয়া শুনিছো যে, দিল্লীৰ ভিতৰতে তেওঁ বহু সন্ন্যাসী আৰু বিদ্ৰোহীৰ লগত পৰামৰ্শ কৰে, গতিকে কোনো অনিষ্ট কৰিব নোৱাৰে, এই বাবেই কোটোৱালক চকু দিবলৈ কৈছো, কেইদিনমান পিছত সসম্মানে বিদায় দিম।"

দানেশমন্দ। সম্ৰাটৰ এই আদেশ শুনি আনন্দিত হলো।

আৰংজীব। কিয় ?

উদাৰচেতা দানেশমন্দে কলে,—"সম্ৰাটক পৰামৰ্শ দিয়া সাধ্য মোৰ নাই, কিন্তু জাহাঁপনা! যদি শিৱজীৰ প্ৰতি দয়ালুৰ দৰে আচৰণ নকৰিলেহেঁতেন, যদি তেওঁক চিৰদিনৰ বাবে বন্দী কৰিলে-হেঁতেন, তেনেহলে মন্দ শ্ৰেণীৰ মানুহবোৰে নানাৰকম অখ্যাতিৰ কথা প্ৰচাৰ কৰিলেহেঁতেন। কলেহেঁতেন যে, শিৱজীক আহ্বান কৰি আনি আবদ্ধ কৰা ন্যায়সঙ্গত নহয়।"

আৰংজীবে অলপ ক্ৰোধ সঙ্গোপন কৰি তেনেকুৱা হাঁহি মুখেৰে কলে,—"দানেশমন্দ, মন্দ মানুহৰ কথাত দিল্লীশ্বৰৰ ক্ষতিবৃদ্ধি নাই, কিন্তু, সুবিচাৰ আৰু দয়া সিংহাসনৰ শোভা, সুবিচাৰ কৰি শিৱজীৰ দোষৰ বাবে তেওঁক সতৰ্ক কৰি দিম, পিছত দয়া প্ৰকাশ কৰি তেওঁক সসম্মানে বিদায় দিম।"

দানেশমন্দ। এনেকুৱা সদাচৰণেৰেই জাহাঁপনাৰ প্ৰপিতামহ আকবৰশাহে দেশ শাসন কৰিছিল, এনেকুৱা সদাচৰণত আপোনাৰো খ্যাতি আৰু ক্ষমতা দিনে দিনে বৃদ্ধি পাব।

আৰংজীৱ। সেইটো কেনেকুৱা?

দানেশমন্দ। সম্ৰাটৰ অগোচৰ একো নাই। চাওক,— আকবৰ শাহ যেতিয়া দিল্লীৰ সিংহাসনত উঠে, তেতিয়া গোটেই সাম্ৰাজ্য শত্ৰুসঙ্কুল আছিল; ৰাজস্থানত, বিহাৰত, দক্ষিণাপথ সকলো ঠাইতে বিদ্ৰোহী আছিল, দিল্লীৰ অতি ওচৰতো শত্ৰু নথকা নাছিল। তেওঁৰ মৃত্যুৰ সময়ত সমগ্ৰ সাম্ৰাজ্য নিশত্ৰু আৰু নিৰ্ব্বিৰোধ হৈছিল, যিসকলৰ আগতে পৰম শত্ৰু আছিল, সেই ৰাজপুতসকলে বাদছাহৰ অধীনতা স্বীকাৰ কৰি কাবুলৰ পৰা বঙ্গদেশলৈকে দিল্লীশ্বৰৰ বিজয় পতাকা উৰায়। জয়সাধন কেনেকৈ হৈছিল? কেৱল মাথোন বাহুবলেৰে? মাথোন সাহেৰে? তৈমুৰৰ বংশত কাৰো সাহ বা বাহুবলৰ অভাৱ নাই, তথাপি আন কোনোৱে এনেকুৱা জয় সাধন কৰিব পৰা নাই কি কাৰণে? নহয়, জাহাঁপনা, একমাত্ৰ সদাচৰণতেই এনেকুৱা জয়লাভ হৈছিল। তেওঁ শত্ৰুসকলৰ প্ৰতি সদাচৰণ কৰিছিল, অধীনত থকা হিন্দুসকলক বিশ্বাস কৰিছিল, আৰু হিন্দুসকলেও এনেকুৱা সম্ৰাটৰ বিশ্বাসভাজন হবলৈ চেষ্টা কৰিছিল। মানসিংহ, টোডৰ মল্ল, বীৰবল প্ৰভৃতি হিন্দুসকলেই মুছলমান সাম্ৰাজ্যৰ স্তম্ভৰ দৰে আছিল। উত্তম মানুহক অবিশ্বাস কৰিলে সি ক্ৰমে অধম হৈ যায়, অধম কাফেৰৰ প্ৰতিও সদাচৰণ আৰু বিশ্বাস কৰিলে সিহঁত ক্ৰমে বিশ্বাসযোগ্য হয়, মানুহৰ এই প্ৰকৃতি, শাস্ত্ৰৰ এই লিখন। আমাৰ দক্ষিণদেশৰ যুদ্ধত শিৱজীয়ে অনেক সহায় কৰিছে, জাহাঁপনা, তেওঁক সন্মান কৰিলে তেওঁ যিমান দিনলৈ জীয়াই থাকিব সিমান দিনলৈ দক্ষিণদেশত মোগল সাম্ৰাজ্যৰ স্তম্ভৰূপে থাকিব।

দানেশমন্দই কি কাৰণে সম্ৰাটৰ সৈতে দেখা কৰিবলৈ আহিছিল, পাঠকে বোধকৰোঁ এতিয়া বুজি পাইছে। দিল্লীশ্বৰে শিৱজীক আহ্বান কৰি বন্দী কৰিলত জ্ঞানী, সদাচাৰী মুছলমান মাত্ৰেই লজ্জিত হৈছিল। দানেশমন্দক সম্ৰাটে সমাদৰ কৰে, তেওঁ কোনো

ৰকমে কথাৰ ছলত সম্ৰাটৰ কু-প্ৰবৃত্তি আৰু অসৎ উদ্দেশ্য সম্ৰাটক দেখুৱাই দিবৰ কাৰণে উৎসুক হৈছিল। শিৱজীৰ প্ৰতি ভদ্ৰ আচৰণ কৰি সম্ৰাটে তেওঁক স্বদেশলৈ যাবলৈ দিয়ে, দানেশমন্দ এই উদ্দেশ্য লৈ আহিছিল। দানেশমন্দে নেজানিছিল যে, হাতেৰে প্ৰকাণ্ড পৰ্ব্বতক বিচালিত কৰা সম্ভৱ, কিন্তু পৰামৰ্শৰ দ্বাৰা আৰংজীবৰ দৃঢ় প্ৰতিজ্ঞা আৰু গভীৰ উদ্দেশ্যবোৰ বিচালিত কৰা অসম্ভৱ।

দানেশমন্দৰ উদাৰ সাৰগৰ্ভ কথাবোৰ কুটিল আৰংজীবৰ ওচৰত অতিশয় নিৰ্ব্বোধৰ কথাৰ নিচিনা বোধ হল। তেওঁ অলপ হাঁহি কলে—"এৰা, দানেশমন্দ্, যেনেকুৱা শাস্ত্ৰবিশাৰদ মানৱহৃদয়ো তেনেদৰে পাঠ কৰিছে যেন দেখিছো। দক্ষিণফালে শিৱজীয়ে স্তম্ভ স্থাপন কৰিব, ৰাজস্থানততো বিদ্ৰোহীসকলে আগতেই স্তম্ভ স্থাপন কৰিছে। কাশ্মীৰ পুনৰাই স্বাধীন কৰি দিম আৰু বঙ্গদেশত পাঠানবোৰক আকৌ সমাদৰ কৰি আহ্বান কৰিম। এই চাৰিটা স্তম্ভৰ ওপৰত মোগল সাম্ৰাজ্য সুন্দৰ আৰু সুদৃঢ় ভাবে স্থাপিত হব।"

দানেশমন্দৰ মুখমণ্ডল ৰঙা পৰিল, তেওঁ লাহে লাহে কলে—"সম্ৰাটৰ পিতাই দাসক অনুগ্ৰহ কৰিছিল, সম্ৰাটেও যথেষ্ট অনুগ্ৰহ কৰে, সেইবাবে কেতিয়াবা কেতিয়াবা মনৰ কথা কওঁ, নহলে জাহাঁপনাক পৰামৰ্শ দিওঁ, এনে বিদ্যা বুদ্ধি মোৰ নাই।"

আৰংজীবে দানেশমন্দক নিৰ্ব্বোধ সৰল মানুহ বুলি জানিও তেওঁৰ সেই সৰলতাৰ বাবে তেওঁক ভাল পায়, তেওঁক কষ্ট দিছে দেখি কলে—"দানেশমন্দ্, মোৰ কথাত দোষ গ্ৰহণ নকৰিবা। আকবৰ শাহ বুদ্ধিমান আছিল সন্দেহ নাই; কিন্তু কাফেৰ আৰু মুছলমানক সমান চকুৰে চাই তেওঁ জানো ধৰ্ম্মসঙ্গত আচৰণ কৰিছিল? আৰু এটি কথা সোধো—আমাৰ সামান্য দৈনিক কাৰ্য্য সম্পাদনৰ সময়ত দেখিবলৈ পাওঁ যে, নিজে কৰিলে যেনেকুৱা হয়, আনৰ হাতত তেনে নহয়। এনেকুৱা বিস্তীৰ্ণ সাম্ৰাজ্য শাসন

প্ৰণালীও সেইদৰে পৰৰ ওপৰত বিশ্বাস নকৰি নিজে সম্পাদন কৰিলে জানো ভাল নহয়? নিজ বাহু বলেৰে যদি সমগ্ৰ ভাৰতবৰ্ষ শাসন কৰিবলৈ সমৰ্থ হওঁ, কি বাবে ঘৃণিত কাফেৰসকলৰ সহায়তা গ্ৰহণ কৰিম? আৰংজীবে বাল্যকালৰ পৰা নিজ অসিৰ ওপৰত নিৰ্ভৰ কৰিছে, নিজ অসিৰে সিংহাসনৰ পথ পৰিষ্কাৰ কৰিছে আৰু নিজ অসিৰে দেশ শাসন কৰিব, কাৰো সহায় নলব, কাকো বিশ্বাস নকৰিব।"

দানেশমন্দ্। জাহাঁপনা, নিজহাতে দৈনিক কাৰ্য্য নিৰ্ব্বাহ কৰিব পাৰি, কিন্তু এনেকুৱা সাম্ৰাজ্য শাসন জানো সহায়তাৰ বাহিৰে সম্পাদিত হয়? বঙ্গদেশ, দক্ষিণদেশ প্ৰভৃতি ঠাইত জানো সকলো সময়তে আপুনি বৰ্ত্তমান থাকিব পাৰে? আন কাকো নিযুক্ত নকৰিলে কাৰ্য্য কিদৰে সম্পাদিত হব?

আৰংজীব। ভৃত্য নিযুক্ত কৰিম, কিন্তু সিহঁত চিৰদিন ভৃত্যৰ দৰে থাকিব, যেন প্ৰভু হব নোখোজে। আজি মই যাক অধিক ক্ষমতা দিম, কাইলৈ সি সেই ক্ষমতা মোৰ বিৰুদ্ধে ব্যৱহাৰ কৰিব পাৰে। আজি যাক অধিক বিশ্বাস কৰিম, কাইলৈ সি বিশ্বাসঘাতকতা কৰিব পাৰে। এনে অৱস্থাত ক্ষমতা আৰু বিশ্বাস আনৰ ওপৰত ন্যস্ত নকৰি নিজৰ ওপৰত ৰখাই ভাল। দানেশমন্দ্, তুমি যেতিয়া ঘোঁৰাত উঠা, ঘোঁৰাক লেকাম আৰু গুণেৰে সম্পূৰ্ণ বশীভূত কৰা, যিফালে ঘূৰোৱা, সেই পিনে যাবলৈ বাধ্য হয়। সম্ৰাটবো সেইদৰে শাসন কৰা উচিত। কাকো বিশ্বাস নকৰিবা, কাৰো হাতত ক্ষমতা ন্যস্ত নকৰিবা। সকলো ক্ষমতা নিজৰ হাতত ৰাখিবা, কৰ্ম্মচাৰী আৰু সেনাপতিসকলক সম্পূৰ্ণ বশীভূত কৰি সিহঁতৰ পৰা কাৰ্য্য গ্ৰহণ কৰিবা।

দানেশমন্দ্। প্ৰভু, মানুহবোৰ ঘোঁৰা নহয়, সিহঁতৰ মহত্ত্ব আছে, নিজ নিজ সম্মান আছে, জ্ঞান আছে।

আৰংজীৱ। মানুহ অশ্ব নহয়, সেইটো জানো, সেই কাৰণেই

অশ্বক লেকামেৰে চলাওঁ। মানুহক উন্নতিৰ আশা আৰু শাস্তিৰ ভয়েৰে চলাওঁ। যি উত্তম কাম কৰিব, তাক পুৰস্কাৰ দিম। যি অধম কাম কৰিব তাক শাস্তি দিম। পুৰস্কাৰৰ আশা আৰু শাস্তিৰ ভয়ত সকলোৱে কাম কৰিব; ক্ষমতা, বিশ্বাস, মন্ত্ৰণা আৰংজীৱে নিজৰ হিয়াত আৰু নিজৰ বাহুবলত ন্যস্ত ৰাখিব।

দানেশমন্দ্। প্ৰভু, পুৰস্কাৰৰ আশা আৰু শাস্তিভয়ৰ বাহিৰে মানুহৰ হিয়াততো আন ভাবো আছে। মানুহৰ মহত্ত্ব আছে, উচ্চাভিলাষ আছে, নিজ সম্মান জ্ঞান আছে। যি শাস্তিৰ ভয়ত কাম কৰে, সি কোনোৰকমে মাথোন কাম শেষ কৰি নিবৃত্ত থাকে; কিন্তু যাক আপুনি সম্মান কৰে, সমাদৰ কৰে, ক্ষমতা দি বিশ্বাস কৰে, সি আপোনাক সেই সমাদৰ আৰু বিশ্বাসৰ উপযোগী বুলি প্ৰমাণ কৰিবলৈ প্ৰভুৰ কাৰ্য্যত নিজৰ ধন, মান, প্ৰাণ পৰ্য্যন্ত দান কৰিছে, এনে উদাহৰণো শাস্ত্ৰত দেখা যায়।

আৰংজীব। মই তোমাৰ দৰে শাস্ত্ৰজ্ঞ নহওঁ। কবিতাত যি লিখে, তাক বিশ্বাস নকৰো। মানৱ প্ৰকৃতিয়ে মোৰ শাস্ত্ৰ। মানৱৰ মহত্ত্ব মই অলপ দেখিছো, শঠতা, কপটতা, বিশ্বাসঘাতকতা বহু দেখিছো, সেই শাস্ত্ৰ পঢ়ি মই নিজ হাতত ক্ষমতা ৰাখিবলৈ শিকিছো সেই কাৰণে কাফেৰসকলৰ ওপৰত জিজিয়া কৰ বহুৱাম, বিদ্ৰোহত নাচি উঠা ৰাজপুতসকলৰ ওপৰত কঠোৰ শাসন প্ৰয়োগ কৰিম, বিজয়পুৰ আৰু গলখন্দ জয় কৰিম, হিমালয়ৰ পৰা সমুদ্ৰলৈকে অকলে শাসন কৰিম। কাৰো সহায়তা নলওঁ, আলমগীৰে নিজ নামৰ সাৰ্থকতা কৰিব।

উৎসাহত সম্ৰাটৰ চকু উজ্জ্বল হৈছিল, তেওঁ মনৰ গভীৰ অভীষ্ট কেতিয়াও কাৰো আগত প্ৰকাশ নকৰিছিল, আজি কথাৰ মাজত বহুতখিনি হঠাৎ প্ৰকাশ কৰি পেলালে। ইয়াৰ বাহিৰে তেওঁ দানেশমন্দৰ উদাৰ চৰিত্ৰ জানে, তেওঁৰ ওচৰত দুটা এটা কথা প্ৰকাশ কৰিলে একো হানি নাই জানিছিল।

খন্তেক পিছত অলপ হাঁহি মাৰি আৰংজীৱে কলে, "সৰল স্বভাৱ বন্ধু! আজি মোৰ অভিলাষ আৰু মন্ত্ৰণা অলপ চলপ বুজিব পাৰিলা ?"

তীক্ষ্ণ বুদ্ধি আৰংজীৱে যদি নিজৰ গভীৰ মন্ত্ৰণাৰ কিছু অংশ ত্যাগ কৰি সেইদিনা সৰল দানেশমন্দৰ সৰল পৰামৰ্শ গ্ৰহণ কৰিলেহেঁতেন, তেনেহলে ভাৰতবৰ্ষত মুছলমান সাম্ৰাজ্য বোধ হয় ইমান সোনকালে ধ্বংস প্ৰাপ্ত নহলহেঁতেন।

এনেকৈ কথাবতৰা পাতি আছিল, এনে সময়ত সৈনিকে আহি আকৌ খবৰ দিলে,—"ৰাম সিংহ জাহাঁপনাৰ সাক্ষাৎ অভিলাষী, দুৱাৰমুখত থিয় দি আছে।"

সম্ৰাটে আদেশ কৰিলে "আহিবলৈ দিয়া।"

খন্তেক পিছত ৰাজা জয়সিংহৰ পুতেক ৰাজসদনত উপস্থিত হল।

ৰামসিংহ। সম্ৰাটক এনেকুৱা সময়ত সাক্ষাৎ কৰা মোৰ নিচিনা মানুহৰ পক্ষে অবিধেয়, কিন্তু পিতাৰ ওচৰৰ পৰা অতিশয় গুৰুতৰ বাতৰি আহিছে, প্ৰভুক জনাবলৈ আহিছো।

আৰংজীৱ। আপোনাৰ পিতাকৰ পৰা ময়ো আজি চিঠি পাইছো, আৰু সকলো খবৰ জানিব পাৰিছোঁ।

ৰামসিংহ। তেন্তে জানিব পাৰিছে যে, পিতাই সমস্ত শত্ৰুক পৰাজয় কৰি শত্ৰুদেশ বিদীৰ্ণ কৰি ৰাজধানী বিজয়পুৰ আক্ৰমণ কৰিছে, কিন্তু নিজ সৈন্যৰ অল্পতাৰ বাবে সেই নগৰ এই পৰ্য্যন্ত হস্তগত কৰিব পৰা নাই, বিশেষতঃ গলখন্দৰ চুলতানে বিজয়পুৰৰ সাহায্যৰ বাবে নেকনাম খাঁ নামৰ সেনাপতিক বহুসংখ্যক সৈন্যেৰে সৈতে পঠিয়াই দিছে।

আৰংজীৱ। সকলো জানিব পাৰিছো।

ৰামসিংহ। চাৰিওফালৰ পৰা শত্ৰুবেষ্টিত হৈ পিতাই সম্ৰাটৰ আদেশত এতিয়াও যুদ্ধ কৰিছে, কিন্তু এই যুদ্ধত জয়

অসম্ভৱ, প্ৰভুৰ ওচৰত আৰু অলপ সংখ্যক সৈন্যৰ কাৰণে প্ৰাৰ্থনা জনাইছে।

আৰংজীব। আপোনাৰ পিতা বীৰাগ্ৰগণ্য, তেওঁ নিজে সসৈন্যে বিজয়পুৰ হস্তগত কৰিব নোৱাৰিলে নে ?

ৰামসিংহ। মানুহৰ যি সাধ্য, পিতাই তাকে কৰিব। শিৱজী আগেয়ে পৰাস্ত হোৱা নাই, পিতাই তেওঁক পৰাস্ত কৰিছে। বিজয়পুৰ পূৰ্ব্বে আক্ৰান্ত হোৱা নাই, পিতাই সেই নগৰ আক্ৰমণ কৰিছে ; এতিয়া আপোনাৰ ওচৰত অলপ সংখ্যক সৈন্য প্ৰাৰ্থনা কৰিছে। সেইটো হলেই সকলো কাম শেষ হয়, দক্ষিণ ফালে মোগল ৰাজ্য বিস্তৃত আৰু দৃঢ়ীভূত হয়।

এনেকুৱা অৱস্থাত আন কোনো সম্ৰাটে সেই সহায়তা পঠিয়াই দক্ষিণদেশৰ বিজয় কাৰ্য্য সম্পাদন কৰিলেহেঁতেন। আৰংজীবে নিজক বহুদৰ্শী আৰু তীক্ষ্ণ বুদ্ধি বুলি ভাবে, তেওঁ সেই সহায়তা নপঠিয়ালে ; কলে,—"ৰামসিংহ, আপোনাৰ পিতা আমাৰ পৰম সুহৃদ, তেওঁৰ বিপদৰ কথা শুনি অত্যন্ত শোকাকুল হৈছো। তেওঁলৈ চিঠি লিখিব যে, তেওঁ নিজৰ অসাধাৰণ বাহুবলেৰে জয় সাধন কৰিব, সম্ৰাটে দিনে ৰাতিয়ে এই আকাঙ্ক্ষা কৰে। কিন্তু এতিয়া দিল্লীত সেনাৰ সংখ্যা অতি কম, মই সাহায্য পঠিয়াবলৈ অক্ষম।"

ৰামসিংহই কাতৰ স্বৰে কলে,—"জাহাঁপনা, পিতা দিল্লীশ্বৰৰ পুৰাতন দাস, আপোনাৰ সময়ত, আপোনাৰ পিতাকৰ সময়ত অসংখ্য যুদ্ধ কৰিছে, অনেক কাৰ্য্য সাধন কৰিছে, দিল্লীশ্বৰৰ কাৰ্য্য সাধনৰ বাহিৰে তেওঁৰ জীৱনৰ আন উদ্দেশ্য নাই। এই ঘোৰ বিপদত আপুনি কিঞ্চিৎ সাহায্য দান নকৰিলে তেওঁ বোধকৰোঁ সসৈন্যে নিধন প্ৰাপ্ত হব।"

বালকে নেজানে যে, তেওঁৰ কাতৰ স্বৰ আৰু চকুৰ পানীত আৰংজীবৰ গভীৰ উদ্দেশ্য, গূঢ় মন্ত্ৰণা বিচলিত নহয়। সেই উদ্দেশ্য,

সেই মন্ত্ৰণা কি ? ৰাজা জয়সিংহ অতিশয় ক্ষমতাশালী প্ৰতাপান্বিত সেনাপতি, তেওঁৰ অসংখ্য সৈন্য, বিস্তীৰ্ণ যশস্যা, অনন্ত প্ৰতাপ। আজীৱন তেওঁ নিষ্কলঙ্কেৰে দিল্লীশ্বৰৰ কাৰ্য্য কৰি আহিছে সঁচা, কিন্তু এনে ক্ষমতা, কোনো সেনাপতিৰ বিধেয় নহয়; সম্ৰাটে জয়সিংহক ইমান দূৰ বিশ্বাস কৰিব পৰা নাই। এই যুদ্ধত জয়সিংহই সাৰ্থকতা লাভ কৰিব নোৱাৰি যদি অৱমানিত হয়, তেন্তে সেই প্ৰতাপ আৰু যশস্যাৰ অলপ হ্ৰাস হব। যদি সসৈন্যে বিজয়নগৰৰ সমুখত বিনষ্ট হয়, দিল্লীশ্বৰৰ হিয়াৰ এটা কণ্টক উদ্ধাৰ হব। মকৰাৰ জালৰ দৰে আৰংজীৱৰ উদ্দেশ্যবোৰ বহু বিস্তীৰ্ণ আৰু অব্যৰ্থ, আজি জয়সিংহ কীট তাত পৰিছে, উদ্ধাৰ নাই।

জয়সিংহই বহুকালৰে পৰা দিল্লীশ্বৰৰ কাৰ্য্যত জীৱন পণ কৰিছে সঁচা, সেইকাৰণেই জানো সূক্ষ্ম মন্ত্ৰজাল আজি ব্যৰ্থ হ'ব ?

জয়সিংহৰ উদাৰচেতীয়া পুতেকে সমুখত থিয় হৈ ৰোদন কৰিছে সঁচা, বালকৰ ৰোদনৰ বাবে জানো দূৰদৰ্শী সম্ৰাটে উদ্দেশ্য ত্যাগ কৰিব ?

দয়া মায়া আদি সুকুমাৰ মনোবৃত্তিসমূহক আৰংজীৱে বিশ্বাস নকৰিছিল, নিজৰ হিয়াতো স্থান নিদিছিল। আত্মপথ পৰিষ্কাৰৰ কাৰণে আজি এটা পতঙ্গ আঁতৰাই পেলালে, কালি এজন সহোদৰ ভায়েকক বধ কৰিলে, উভয় কাৰ্য্যকে একেভাবে ধীৰ আৰু নিৰুদ্বেগ হিয়াৰে কৰিছিল। এদিন পিতাক, ভায়েক, ভতিজা, আত্মীয়বৰ্গ সেই উন্নতি পথত পৰিছিল, লাহে লাহে তেওঁবিলাকক আঁতৰাই দিছিল। পিতাকক মায়াবশতঃ জীৱিত ৰখা নাই, জ্যেষ্ঠ ভ্ৰাতা দাৰাক ক্ৰোধবশতঃ হত্যা কৰা নাই, সেইবোৰ বালকোচিত মনোবৃত্তি তেওঁৰ নাছিল। পিতাক জীয়াই থাকিলে ভবিষ্যতে বিপদৰ সম্ভাৱনা নাই। নিজৰ উদ্দেশ্য সাধনত কোনো প্ৰতিবন্ধক নহব, তেওঁ জীয়াই থাকক। জ্যেষ্ঠ ভ্ৰাতা জীৱিত থাকিলে উদ্দেশ্য

সাধনত প্ৰতিবন্ধক হব পাৰে। ঘাতক, তেওঁক আঁতৰাই সম্ৰাট আলমগীৰৰ পথ পৰিষ্কাৰ কৰি দিয়া।

মন্ত্ৰণা সাধনৰ বাবে আজি আৱশ্যক যে, জয়সিংহ সসৈন্যে হত হব। তেওঁ ভাল নে বেয়া, বিশ্বাসী নে বিদ্ৰোহী, অনুসন্ধানৰ আৱশ্যক নাই, তেওঁ সসৈন্যে মৰিব। এই পৰিচ্ছেদ বিবৃত সময়ৰ পিছত কেইমাহমানৰ ভিতৰতে দিল্লীলৈ বাতৰি আহিল,—অৱমানিত অকৃতাৰ্থ জয়সিংহই প্ৰাণত্যাগ কৰিছে। তেতিয়াৰ বুৰঞ্জী লিখকে কোনো কোনোৱে সন্দেহ কৰিছে, সম্ৰাটৰ আদেশত বিষ প্ৰয়োগত জয়সিংহৰ মৃত্যু হয়।

ভালেখিনি সময়ৰ পিছত দীঘল হুমুনিয়াহ কাঢ়ি ৰামসিংহই কলে,—"প্ৰভু, মোৰ এটা ভিক্ষা আছে।"

আৰংজীব। নিবেদন কৰক।

ৰামসিংহ। শিৱজীয়ে যেতিয়া দিল্লীলৈ আহিছিল, পিতাই তেওঁক কথা দিছিল যে, শিৱজীৰ দিল্লীত কোনো আপদ-বিপদ নঘটিব।

আৰংজীব। আপোনাৰ পিতাকে সেই কথা আমাক জনাইছে।

ৰামসিংহ। ৰাজপুতসকলৰ ভিতৰত কথা দি লঙ্ঘন কৰিলে সেইটো অতি নিন্দাৰ বিষয় হয়। পিতাৰ প্ৰাৰ্থনা আৰু দাসৰ প্ৰাৰ্থনা যে,—শিৱজীৰ যি কোনো দোষ হৈ নেথাকক, প্ৰভুৱে ক্ষমা কৰি তেওঁক বিদায় দিয়ে যেন।

আৰংজীবে ক্ৰোধ সংবৰণ কৰি লাহে লাহে কলে,—"সম্ৰাটৰ যি উচিত কাৰ্য্য, সম্ৰাটে তাকে কৰিব, সেই বিষয়ে আপুনি চিন্তিত নহব।"

শিৱজী নামেৰে দ্বিতীয় এটা কীট সম্ৰাটৰ সেই বিস্তীৰ্ণ মন্ত্ৰণাজালত পৰিছে, দানেশমন্দ আৰু ৰামসিংহই তেওঁক উদ্ধাৰ কৰিব নোৱাৰিলে।

জয়সিংহৰ যি দোষ শিৱজীৰো সেই একেদোষ। শিৱজীয়েও সন্ধি স্থাপনৰ পৰা প্ৰাণপণে দিল্লীৰ কাৰ্য্য কৰিছে, নিজ সৈন্যৰ দ্বাৰা বহু দুৰ্গ দিল্লীৰ অধীনলৈ আনিছিল কিন্তু তেওঁৰো বিপুল ক্ষমতা। আৰংজীবে কোনো ভৃত্যৰ ওপৰত বিপুল ক্ষমতা ন্যস্ত কৰিব নোৱাৰে, কাকো বিশ্বাস নকৰে।

যিবিলাকক অবিশ্বাস কৰা যায়, সিবিলাক ক্ৰমে ক্ৰমে অবিশ্বাসৰ যোগ্য হয়। আৰংজীবৰ জীৱিত কালৰ ভিতৰতেই মহাৰাষ্ট্ৰীয়-সকল আৰু ৰাজপুতসকলে দিল্লীৰ বিৰুদ্ধে যি ভীষণ যুদ্ধানল জ্বলাই তুলিলে, মোগল সাম্ৰাজ্য তাতে দগ্ধ হৈ গ'ল।



# সপ্তবিংশ পৰিচ্ছেদ

## পীড়া

দূৰলই গ'ল জঁটাজুট।

—মধুসূদন দত্ত।

শিৱজীৰ অতিশয় সঙ্কটজনক পীড়া হৈছে, সমগ্ৰ দিল্লী নগৰীত এই বাতৰি প্ৰচাৰিত হ'ল। দিনে ৰাতিয়ে শিৱজীৰ ঘৰৰ খিৰিকী আৰু দুৱাৰ বন্ধ, দিনে-নিশাই চিকিৎসকে অহাযোৱা কৰিছে। এই ভীষণ ৰোগৰ উপশম সন্দেহজনক, আজি যেনেকুৱাকৈ ৰোগ বাঢ়িছে, কাইলৈ জীয়াই থকা অসম্ভৱ। কেতিয়াবা কেতিয়াবা বাতৰি প্ৰচাৰিত হৈছে যে, শিৱজী আৰু নাই। ৰাজপথেৰে বহু মানুহ অহাযোৱা কৰে, আৰু সেই বন্ধ খিৰিকীৰ পিনে আঙুলিৰে দেখুৱায়। অশ্বাৰোহী সৈনিক আৰু সেনাপতিসকলে অলপ সময় অশ্ব ৰাখি প্ৰহৰীসকলৰ আগত শিৱজীৰ বাতৰি সোধে। দোলাত উঠা ৰজা বা মন্সবদাৰে শিৱজীৰ ঘৰৰ সমুখলৈ আহি একো একোবাৰ উঠি সেইফালে চকু ফুৰাই চায়। শিৱজী কি ভাবে আছে, তেওঁ উদ্ধাৰ পাবনে নেপায়, তেওঁ কাইলৈ জীৱিত থাকিবনে নেথাকে, এনেকুৱা নানা কথা নগৰীয়াসকলেই বজাৰ, পথ-ঘাটত সকলো সময়তে আলোচনা কৰে। আৰংজীবে সদায় শিৱজীৰ ৰোগৰ বাতৰি সুধি পঠায়, তথাপি ঘৰৰ চাৰিওফালে যি প্ৰহৰী নিযুক্ত কৰা আছিল, তাক আগৰ দৰে ৰাখিলে। মানুহৰ আগত শিৱজীৰ ৰোগৰ বিষয়ে আক্ষেপ প্ৰকাশ কৰে। মনে মনে ভাবে, যদি এই ৰোগেই শিৱজীৰ মৃত্যু হয়, তেনেহলে মোৰ বিশেষ কোনো নিন্দা নোহোৱাকৈয়ে অনায়াসে কণ্টক দূৰ হব।

সন্ধ্যা সময় আহি পালে, এনে সময়ত এজন প্ৰাচীন সম্ভ্ৰান্ত

মুছলমান হাকিম শিৱজীৰ ঘৰৰ দুৱাৰমুখত নামিলহি। প্ৰহৰীসকলে সুধিলে, "কি উদ্দেশ্যেৰে শিৱজীৰ সাক্ষাত প্ৰাৰ্থনা কৰে?"

হাকিমে উত্তৰ কৰিলে "সম্ৰাটৰ আদেশ অনুসাৰে ৰোগীৰ চিকিৎসা কৰিবলৈ আহিছো।"

সসম্মানে প্ৰহৰীসকলে বাট এৰি দিলে।

শিৱজী শুই আছে। তেওঁৰ ভৃত্যাই খবৰ দিলে যে, সম্ৰাটে এজন চিকিৎসক পঠিয়াই দিছে। তীক্ষ্ণ বুদ্ধি শিৱজীয়ে তৎক্ষণাৎ বিবেচনা কৰিলে, কোনোৰকম বিষ প্ৰয়োগৰ কাৰণে সম্ৰাটে এই কাণ্ড কৰিছে। তেওঁ ভৃত্যক আদেশ কৰিলে,—"হাকিমক মোৰ চেলাম জনোৱা আৰু কোৱা, হিন্দু কবিৰাজে মোৰ চিকিৎসা কৰি আছে; মই হিন্দু, আন ধৰণৰ চিকিৎসা ইচ্ছা নকৰোঁ। সম্ৰাটৰ এই অনুগ্ৰহৰ বাবে মোৰ কোটি কোটি ধন্যবাদ জনাবা।"

ভৃত্যাই এই আদেশ লৈ ঘৰৰ পৰা বাহিৰ হোৱাৰ আগেয়ে হাকিমে অনাহূত হৈ ঘৰত সোমাল। শিৱজীৰ হিয়াত ক্ৰোধৰ সঞ্চাৰ হ'ল, কিন্তু তাক গোপন কৰি তেওঁ অতি ক্ষীণ মৃদুস্বৰে হাকিমক অভ্যৰ্থনা কৰিলে আৰু বিছনাত বহিবলৈ আদেশ দিলে। হাকিম বহিল।

আকৃতি দেখিলে হাকিমৰ প্ৰতি কোনো ৰকম সন্দেহ নহয়। বয়স ভালেমান হৈছে; বৰকৈ পকা ডাড়ি ওলমি পৰি বুকুখন ঢাকি পেলাইছে; মূৰত প্ৰকাণ্ড পাগুৰি, হাকিমৰ স্বৰ ধীৰ আৰু গম্ভীৰ।

হাকিমে কলে—"মহাৰাজ, ভৃত্যক যি আদেশ দিছিল, তাক শুনিছো, আপুনি মোৰ চিকিৎসা ইচ্ছা নকৰে। তথাপি মানৱ জীৱন ৰক্ষা কৰা আমাৰ ধৰ্ম্ম, মই স্বধৰ্ম্ম সাধন কৰিম।"

শিৱজী মনে মনে আৰু বেছি ক্ৰুদ্ধ হ'ল, ভাবিলে,—এই বিপদ ক'ৰ পৰা আহিল? একো নকলে।

হাকিম। আপোনাৰ পীড়া কি?

কাতৰ কণ্ঠে শিৱজীয়ে কলে,—"নেজানো, এইটো কি ভীষণ পীড়া! শৰীৰ সদায় জুইৰ দৰে জ্বলিছে, বুকুত বেদনা, সকলো ঠাইত ব্যথা!

হাকিমে গম্ভীৰ স্বৰে কলে, "পীড়াতকৈ জিঘাংসাতেই শৰীৰ বেছি জ্বলে, হিয়াৰ বেদনা বেছি সময়ত মানসিক ক্লেশ সঞ্জাত! আপোনাৰ জানো সেই পীড়া ?"

বিস্মিত আৰু ভীত হৈ শিৱজীয়ে এই অপৰূপ হাকিমৰ ফালে চালে। মুখ তেনেকুৱা গম্ভীৰ, কোনো ভাবৰ বৈলক্ষণ্য দেখা পোৱা নগল। শিৱজী নিৰুত্তৰ হৈ বল।

হাকিমে তেওঁৰ হাত আৰু শৰীৰ চাব খুজিলে। শিৱজী আৰু ভীত হ'ল, অগত্যা হাত আৰু শৰীৰ দেখুৱালে।

বহু সময় অতিশয় মনোযোগ দি চাই হাকিমে উত্তৰ কৰিলে,—"আপোনাৰ কথা যেনেকুৱা ক্ষীণ নাড়ী তেনেকুৱা ক্ষীণ নহয়, ধমনীত বেগেৰে তেজ চলাচল হৈছে, পেশীবোৰ আগৰ দৰে দৃঢ়। আপোনাৰ এই সকলো জানো প্ৰবঞ্চনা মাথোন ?"

পুনৰাই শিৱজীয়ে বিস্মিত হৈ এই অপূৰ্ব্ব চিকিৎসকৰ পিনে চালে, চিকিৎসকৰ মুখমণ্ডল গম্ভীৰ আৰু অকম্পিত, কোনো কপট ভাব দেখা পোৱা নগল। শিৱজীৰ শৰীৰত ক্ৰমে উষ্ণ তেজ সঞ্চাৰিত হবলৈ ধৰিলে, কিন্তু ক্ৰোধ দমন কৰি আকৌ ক্ষীণ সুৰেৰে কলে,—"আপুনি যেনে আদেশ কৰিছে, আন আন চিকিৎসক-সকলেও তেনেকৈয়ে কৈছে। এই মহা পীড়া বাহ্য লক্ষণ শূন্য, কিন্তু দিনে দিনে তিল তিল কৰি মোৰ জীৱন নাশ কৰিব লাগিছে।"

খন্তেক ভাবি হাকিমে কলে,—"আলফ্ লায়লা আৰু লায়লুন" নামৰ আমাৰ চিকিৎসা শাস্ত্ৰ আছে, তাত এহেজাৰ এটা ৰোগৰ বিষয়ে নিৰ্দ্দেশ আছে, তাৰ ভিতৰত কেইটামান বাহ্যলক্ষণশূন্য ৰোগৰ কথা লিখা আছে। এটাৰ চিকিৎসা 'বকুস্তনে আসিৰী ইশাৰাৎ কৰ্দ্দ।' কেইদিনমান কাম নকৰাৰ বাবে যি পীড়াৰ ভাও

কৰে, তাৰ চিকিৎসা শিৰচ্ছেদন। আৰু এটা ৰোগৰ নাম 'দিগৰান দোজখ্ এখতিয়াৰ কুনন্দ্।' যুৱকসকলে এই পীড়াৰ ভাও ধৰি নৰক পথগামী হয়, তাৰ ঔষধ পাদুকা প্ৰহাৰ। তৃতীয় এক প্ৰকাৰ বাহ্য লক্ষণ শূন্য ৰোগ আছে, তাৰ নাম 'আয়েৰহা ৰৰগেৰেফ্তা জেৰেব গল।' প্ৰবঞ্চকসকলে নিজৰ প্ৰবঞ্চনা গোপনৰ বাবে এই পীড়াৰ ভাও লয়। তাৰো ঔষধ নিৰ্দ্দিষ্ট আছে,—মই সেই ঔষধ আপোনাক দিব ধৰিছো।'

শিৱজীয়ে এইবোৰ শাস্ত্ৰ কথা বুজিব নোৱাৰিলে, কিন্তু হাকিম তীক্ষ্ণ বুদ্ধি আৰু চতুৰ; শিৱজীৰ মনৰ ভাব বুজিব পাৰিছে, তাক শিৱজীয়ে বুজিব পাৰিলে। কিংকৰ্ত্তব্যবিমূঢ় হৈ সুধিলে—"সেই ঔষধ কি ?"

হাকিমে উত্তৰ দিলে,—"সেইটো এটা উৎকৃষ্ট ঔষধ সঁচা আৰু উৎকট বিহো বুলিব পাৰি। "ৰববুল আলমিনাৰ নাম লৈ সেইটোকে আপোনাক দিব খুজিছো, যদি ৰোগ যথাৰ্থ হয়, অব্যৰ্থ ঔষধতে তৎক্ষণাৎ পীড়া আৰোগ্য হব, যদি প্ৰতাৰণা হয়, অব্যৰ্থ বিহত ততালিকে মৃত্যু হব।"

শিৱজীৰ হৃৎকম্প হ'ল, কপালৰ পৰা ঘামৰ টোপাল পৰিবলৈ ধৰিলে। দৰব খাবলৈ অস্বীকাৰ কৰিলে তেওঁৰ প্ৰতাৰণা প্ৰচাৰিত হব, খালে নিশ্চয় মৃত্যু !

হাকিমে দৰব প্ৰস্তুত কৰি আনিলে, শিৱজীয়ে কলে,— "মুছলমানৰ স্পৃষ্ট পানীয় মই পান নকৰো।

শিৱজীয়ে জোৰেৰে হস্ত সঞ্চালন কৰি দৰবৰ পাত্ৰ দূৰত পেলাই দিলে। হাকিম অলপো ৰুষ্ট নহল। লাহে লাহে কলে,— "এনেকুৱা সজোৰেৰে হস্ত সঞ্চালন ক্ষীণতাৰ লক্ষণ নহয়।"

শিৱজীয়ে ভালেমান সময় অতি কষ্টেৰে ক্ৰোধ দমন কৰিছিল, আৰু নোৱাৰিলে, হঠাৎ উঠি বহিল,—"ৰোগীক উপহাস কৰাৰ এই শাস্তি" এই বুলি এটা চৰ মাৰি দিলে আৰু হাকিমৰ পকা

বগা ডাঢ়ি জোৰেৰে টানি আনিলে। বিস্মিত হৈ দেখিলে,—সেই মিছা ডাঢ়ি গোটেই খহি আহিল, চৰৰ আঘাতত পাগুৰি দূৰত পৰিল, তেওঁৰ বাল্য সুহৃদ তন্নজী মালশ্ৰীয়ে খিল্ খিল্ কৈ হাঁহি উঠিল।

তন্নজীয়ে ভালেমান সময়ৰ পিছত হাঁহি বন্ধ কৰি ঘৰৰ দুৱাৰ বন্ধ কৰি দিলে। পিছত শিৱজীৰ কাষলৈ আহি বহি কলে,— „প্ৰভুৱে জানো সদায় চিকিৎসকক এনেকুৱা পুৰস্কাৰ দিয়ে? তেনে হলে ৰোগীৰ মৃত্যুৰ আগেয়ে দেশৰ চিকিৎসক নিঃশেষ হৈ যাব। বজ্ৰসম চৰৰ আঘাতত এতিয়াও মূৰ ঘূৰিব লাগিছে।”

শিৱজীয়ে হাঁহি মাৰি কলে,—“বন্ধু, বাঘৰ সৈতে খেলা কৰিলে, কেতিয়াবা কেতিয়াবা আহত হবলগীয়াত পৰে। যি হওক, তোমাক দেখি যে কিমান আনন্দ পাইছো, প্ৰকাশ কৰিব নোৱাৰোঁ। এই কেইদিন সদায় তোমাক আশা কৰিছিলো। এতিয়া খবৰ কি কোৱা।”

তন্নজী। প্ৰভুৰ সকলো আদেশ সম্পাদন কৰিছো, এটা এটাকৈ নিবেদন কৰিছো। সম্ৰাটে যি অনুমতি পত্ৰ দিছিল, তাৰ দ্বাৰা আপোনাৰ অনুচৰবৰ্গ সকলোৱেই নিৰাপদে দিল্লীৰ পৰা নিষ্ক্ৰান্ত হৈছে।

শিৱজী। সেই বাবে জগদীশ্বৰক ধন্যবাদ। এতিয়াহে মোৰ মন শান্ত হ'ল, মই নিজৰ পলায়নৰ বাবে সিমান ভবা নাই। গগন বিহাৰী চৰাই সাধাৰণ সঁজাত আবদ্ধ হৈ নেথাকে।

তন্নজী। সেই অনুচৰসকলে দিল্লীৰ পৰা গৈ গোস্বামীৰ বেশ ধৰি মথুৰা আৰু বৃন্দাবনত অৱস্থান কৰিছে। মথুৰাত বহু দেৱালয়ৰ পুৰোহিতসকলেও সদায় আপোনাৰ বাট চাই আছে। মই দিল্লীৰ পৰা মথুৰাৰ বাট বিশেষকৈ চাই-চিতি, যি যি ঠাইত মানুহ ৰখাৰ আদেশ দিছিল তাকো কৰিছো।

শিৱজী। চিৰবন্ধু! তুমি যেনে কাৰ্য্যদক্ষ, অৱশ্যেই আমি নিৰাপদে স্বদেশলৈ যাব পাৰিম।

তন্নজী। দিল্লীৰ প্ৰাচীৰৰ বাহিৰত আপুনি যেনেকুৱা এটা তীব্ৰগতিৰ ঘোঁৰা ৰাখিবলৈ কৈছিল, তাকো ৰাখিছো। যি দিনা ঠিক কৰিব সেই দিনাই সকলো প্ৰস্তুত থাকিব।

শিৱজী। ভাল।

তন্নজী। ৰাজা জয়সিংহৰ পুতেক ৰামসিংহৰ ওচৰলৈ গৈছিলো। তেওঁৰ পিতাকে আপোনাক যি কথা দিছিল, তাক সোঁৱৰাই দিছিলো, ৰামসিংহ পিতাকৰ নিচিনা সত্যপ্ৰিয় আৰু উদাৰচেতা, শুনিছো, নিজে সম্ৰাটৰ ওচৰলৈ গৈ আপোনাৰ বাবে অশ্ৰু নয়নেৰে আবেদন জনাইছিল।

শিৱজী। সম্ৰাটে কি কলে ?

তন্নজী। কলে, সম্ৰাটৰ যি কৰ্ত্তব্য তাক কৰিব।

শিৱজী। বিশ্বাসঘাতক! কপটাচাৰী! এদিন শিৱজীয়ে ইয়াৰ প্ৰতিশোধ দিব।

তন্নজী। ৰামসিংহ সেই বিষয়ে যত্ন কৰি নিষ্ফল হৈছে সঁচা, কিন্তু যুৱকে সৰোষে মোৰ আগত কলে যে, ৰাজপুতৰ বাক্য অন্যথা নহয়। অৰ্থেৰে, সৈন্যৰে যেনেকৈ পাৰে, তেওঁ আপোনাৰ সহায়তা কৰিব, তাতে যদি তেওঁৰ প্ৰাণ যায়, তাতো স্বীকাৰ আছে।

শিৱজী। পিতাৰ উপযুক্ত পুত্ৰ। কিন্তু মই তেওঁক বিপদগ্ৰস্ত কৰিব নোখোজো। মই পলায়নৰ যি উপায় উদ্ভাৱন কৰিছো, তাক তুমি তেওঁক জনাইছা ?

তন্নজী। জনাইছো, তেওঁ অতি সন্তুষ্ট হ'ল, আৰু আপোনাক সম্পূৰ্ণ সহায় কৰিবলৈ স্বীকাৰ কৰিছে।

শিৱজী। ভাল।

তন্নজী। ইয়াৰ বাহিৰে দানেশমন্দ্ প্ৰভৃতি আৰংজীৱৰ যাবতীয় সহচৰক মিঠা কথাৰে বা অৰ্থেৰে আপোনাৰ পক্ষবৰ্ত্তী কৰিছো। দিল্লীত হিন্দু কি মুছলমান এনেকুৱা ডাঙৰ মানুহ কোনো

শাই, যিজন আপোনাৰ পক্ষাৱলম্বী হোৱা নাই। কিন্তু, আৰংজীবে কাৰো পৰামৰ্শ গ্ৰাহ্য নকৰে।

শিৱজী। তেন্তে সকলো প্ৰস্তুত। মই আৰোগ্য লাভ কৰিব পাৰোঁ? হাঁহি মাৰি তন্নজীয়ে কলে,—"মোৰ নিচিনা বিজ্ঞ হাকিমে যেতিয়া আপোনাৰ ৰোগৰ চিকিৎসা আৰম্ভ কৰিছে, তেতিয়া পীড়া জানো থাকিব পাৰে? কিন্তু আপোনাৰ পানৰ বাবে মিঠা সুন্দৰ চৰবৎ প্ৰস্তুত কৰিছিলো, সকলোখিনি নষ্ট কৰিলে?"

শিৱজীয়ে আৰু এটা পাত্ৰ প্ৰস্তুত কৰিবলৈ কলে। তন্নজীয়ে সেই পাত্ৰ লৈ আকৌ চৰবৎ প্ৰস্তুত কৰিলে, শিৱজীয়ে সেইখিনি পান কৰি হাঁহি মাৰি কলে, "চিকিৎসক, আপোনাৰ ঔষধ যেনে মিঠা, তেনে ফলদায়ক। মোৰ ৰোগ একেবাৰে নিৰ্ম্মূল হৈছে।"

শিৱজীক সস্নেহে আলিঙ্গন কৰি আকৌ পাগুৰি আৰু ডাঢ়ি পিন্ধি তন্নজী ঘৰৰ পৰা ওলাই গ'ল।

দুৱাৰমুখত প্ৰহৰীয়ে সুধিলে,—"ৰোগ কেনেকুৱা দেখিলে?"

হাকিমে উত্তৰ দিলে,—"ৰোগ অতিশয় সঙ্কটজনক, কিন্তু মোৰ অব্যৰ্থ দৰৱত অনেক উপশম হৈছে। বোধ কৰো অলপ দিনৰ ভিতৰতেই শিৱজী এই ক্লেশৰ পৰা সম্পূৰ্ণ আৰোগ্য লাভ কৰিব।"

হাকিম দোলাত উঠি গুচি গ'ল। এজন প্ৰহৰীয়ে আন এজনক কলে,—"হাকিম বৰ ভাল, ইমান বৈদ্যই যি ৰোগ ভাল কৰিব নোৱাৰিলে, হাকিমে একেদিনে তাক আৰোগ্য কৰিলে কেনেকৈ?"

দ্বিতীয় প্ৰহৰীয়ে উত্তৰ কৰিলে, "নহব কিয়, এওঁ যে ৰাজকাৰেওৰ হাকিম।"



# অষ্টাবিংশ পৰিচ্ছেদ

## আৰোগ্য

শুনি এই উত্তৰ খন্তেক স্তব্ধ হই।
ক'বলই ধৰে পুনু প্ৰণাম জনাই ॥
হেৰীব কমল নেত্ৰে কৰা পৰিহাৰ।
অপৰাধ ক্ষমা কৰা এই অজ্ঞানৰ ॥

—কাশীৰাম দাস।

ওপৰৰ ঘটনাৰ কেইদিনমান পিছত নগৰত বাতৰি বিয়পি পৰিল যে, শিৱজীৰ পীড়াৰ অলপ উপশম হৈছে। নগৰত আকৌ ধুমধাম পৰিল, সকলোৱে সেই কথা কবলৈ ধৰিলে। হিন্দুমাত্ৰেই এই কথা শুনি পৰম আনন্দ উপভোগ কৰিলে, মহাশয় মুছলমানসকলে এই বাতৰি পাই সুখী হল। পথে, ঘাটে, দোকানত, মছজিদত সকলোৱে এই কথা কবলৈ ধৰিলে। আৰংজীবে এই কথা শুনি যথোচিত সন্তোষ প্ৰকাশ কৰিবলৈ ধৰিলে।

নগৰত ধুমধাম পৰিল। শিৱজীয়ে ব্ৰাহ্মণসকলক ৰাশিয়ে ৰাশিয়ে মুদ্ৰা দান কৰিবলৈ ধৰিলে, দেৱালয়লৈ পূজা পঠিয়াবলৈ ধৰিলে, চিকিৎসকসকলক অৰ্থদানেৰে সন্তুষ্ট কৰিবলৈ ধৰিলে। বজাৰত আৰু মিষ্টান্ন নেথাকিল, শিৱজীয়ে ৰাশিয়ে ৰাশিয়ে মিঠাই কিনি দিল্লীৰ সকলো ডাঙৰ মানুহৰ ঘৰলৈ পঠিয়াবলৈ ধৰিলে। পৰিচিত সকলো মানুহৰ ওচৰলৈ ভেঁটি পঠাবলৈ লাগিলে। এনেকি, প্ৰতি মছজিদ্ আৰু ফকিৰসকলৰ সেৱাৰ বাবে প্ৰচুৰ পৰিমাণে মিঠাই পঠিয়ালে।

সম্ৰাটৰ মনত বিষেই নেথাকক, আন সকলোৱে শিৱজীৰ এই বদান্যতা ,আৰু সদাচৰণত সন্তুষ্ট হৈ তেওঁৰ প্ৰশংসা কৰিবলৈ

ধৰিলে। "দিল্লীৰ লাড্ডুৰ" উভৈনদী হ'ল, তাত কোনোবাই পস্তাইছিলনে নাই কব নোৱাৰোঁ, কিন্তু আৰংজীবে অতি সোনকালে পস্তাইছিল।

শিৱজীয়ে কেৱল মাথোন মিঠাই পঠায়ে সন্তুষ্ট নহ'ল, মিঠাই কিনাই নিজৰ ঘৰলৈ আনিলে, আৰু অতি প্ৰকাণ্ড প্ৰকাণ্ড পাত্ৰ সজাই নিজে তাত মিঠাই ভৰাই পঠিয়ালে। সেই আধাৰ পাত্ৰ কেতিয়াবা তিনি চাৰি হাত দীঘল হয়, আঠ বা দহজন মানুহ মিলি তাক দাঙি লৈ যায়। কেইদিনমান এইদৰে মিঠাই বিলায়ে থাকিল।

এদিন সন্ধ্যা এনেকুৱা দুটা প্ৰকাণ্ড মিঠাইৰ আধাৰ শিৱজীৰ ঘৰৰ পৰা বাহিৰ হ'ল। প্ৰহৰীসকলে সুধিলে, "এইটো কাৰ ঘৰলৈ যাব ?" বাহকহঁতে উত্তৰ দিলে, "ৰাজা জয়সিংহৰ ঘৰলৈ।"

প্ৰহৰি সকল। তোমালোকৰ প্ৰভুৱে আৰু কিমান দিনলৈ মিঠাই পঠাব ?

বাহক সকল। আজিয়েই শেষ।

মিঠাইৰ ভাৰ লৈ বাহকসকল গুচি গ'ল।

কিছু দূৰ বাট গৈ ভাৰীহঁতে এখন গোপন ঠাইত গধূলিৰ এন্ধাৰত সেই আধাৰ পাত্ৰ দুটা নমালে। ভাৰীহঁতে চাৰিওপিনে চাই দেখিলে, জন-মানৱ নাই, মাথোন্ সন্ধ্যাৰ বতাহ বৈ বৈ বৈ যাব লাগিছে। ভাৰীহঁতে এটা ইঙ্গিত কৰিলে, এটা আধাৰৰ পৰা শিৱজী আৰু আনটোৰ পৰা শম্ভূজী ওলাই আহিল। দুয়োজনে জগদীশ্বৰক ধন্যবাদ জনালে।

পলম নকৰি দুয়ো ছদ্মবেশেৰে দিল্লীৰ প্ৰাচীৰৰ পিনে গ'ল। সন্ধ্যাসময়ত মানুহ অতি কম, তথাপি ৰাজপথত দুই-এজন মানুহ যেতিয়া ওচৰেদি যায়, শম্ভূজীৰ হিয়া ভয় আৰু উদ্বেগত কঁপি উঠে। শিৱজীৰ চিৰজীৱন এইৰূপ বিপদপূৰ্ণ, তেওঁৰ পক্ষে এই বিপদ একো নতুন নহয়, তথাপি তেওঁৰ হৃদয় উদ্বেগশূন্য নাছিল।

উভয়ে কম্পিত হৃদয়ে প্ৰাচীৰ পাৰ হ'ল। এজন প্ৰহৰীয়ে সুধিলে "কোন যায় ?"

শিৱজীয়ে উত্তৰ দিলে "গোস্বামী, হৰের্নাম হৰের্নাম হৰের্নামৈৱ কেৱলম্।"

প্ৰহৰী। কলৈ যাবা ?

শিৱজী। মথুৰা তীৰ্থস্থানলৈ। কলৌ নাস্ত্যেৱ নাস্ত্যেৱ নাস্ত্যেৱ গতিৰন্যথা।

দুয়োজনে প্ৰাচীৰ পাৰ হ'ল।

প্ৰাচীৰৰ বাহিৰতো বহুত ধনাঢ্য আৰু উচ্চ পদাভিষিক্ত মানুহৰ বসতি। সিবোৰক দুকাষে ৰাখি শিৱজী আৰ শম্ভূজীয়ে খৰবেগেৰে পথ অতিক্ৰম কৰিবলৈ ধৰিলে।

দূৰত এডাল গছৰ তলত এটা ঘোঁৰা বন্ধা আছে দেখিলে। অতি সতৰ্কভাবেৰে সেইফালে গ'ল, দেখিলে, তন্নজীয়ে কোৰা ঘোঁৰাই সঁচা। সুধিলে, "ভাই অশ্বৰক্ষক, তোমাৰ নাম কি ?"

ৰক্ষক। জানকী নাথ।

শিৱজী। কলৈ যাবা ?

ৰক্ষক। মথুৰালৈ।

শিৱজীয়ে কলে, "এৰা, এই ঘোঁৰাই সঁচা।"

শিৱজী ঘোঁৰাত উঠিল, পাছৰ ফালে শম্ভূজীক তুলি ললে, মথুৰাৰ পিনে গুচি গ'ল। অশ্বৰক্ষক পাছে পাছে খোজকাঢ়ি যাবলৈ ধৰিলে।

অন্ধকাৰ ৰাতি গাওঁ বা পথাৰেদি নিৰ্ব্বাক্ হৈ শিৱজীয়ে পলাই গৈছে। আকাশত নক্ষত্ৰবোৰে ঢিমিক-ঢামাক কৰিছে, অলপ অলপ মেঘে একো একোবাৰ আকাশ আচ্ছাদিত কৰি পেলাইছে, বাৰিষাৰ পৰিপূৰ্ণশৰীৰ যমুনা প্ৰবল বেগেৰে বৈ যাব ধৰিছে, পথ-ঘাট বোকাপানীৰে পৰিপূৰ। শিৱজীয়ে উদ্বেগপূৰ্ণ হিয়াৰে পলায়ন কৰিছে।

দূৰৰ পৰা ঘোঁৰাৰ পদ-শব্দ শুনা গ'ল। শিৱজীয়ে লুকাবলৈ চেষ্টা কৰিলে, কিন্তু সেই ঠাইত গছ বা কুটীৰ নাই, অগত্যা আগৰ দৰে গৈ থাকিল।

তিনিজন অশ্বাৰোহী বেগেৰে দিল্লীৰ অভিমুখে আহিছে, সিহঁতৰ কঁকালত অসি। দূৰৰ পৰা শিৱজীৰ ঘোঁৰা দেখিবলৈ পাই সিহঁতে সেইফালে ঘোঁৰা চলালে। শিৱজীৰ হিয়া উদ্বেগত ধপ্ ধপ্ কৰিবলৈ ধৰিলে। ওচৰলৈ আহি এজন অশ্বাৰোহীয়ে সুধিলে, "কোন যায় ?"

শিৱজী। গোস্বামী।

অশ্বাৰোহী। ক'ৰ পৰা আহিছ ?

শিৱজী। দিল্লী নগৰীৰ পৰা।

অশ্বাৰোহী। আমি দিল্লীনগৰীলৈ যাম, কিন্তু বাট পাহৰিছো, আমাৰ লগত আহি বাট দেখুৱাই দে, পিছত তই দিল্লীলৈ যাবি।

শিৱজীৰ মূৰত যেন বজ্ৰাঘাত হ'ল। দিল্লীলৈ যাবলৈ অস্বীকাৰ কৰিলে সৈনিকহঁতে বলপ্ৰকাশ কৰিব, বিবাদৰ সময়ত হঠাৎ শিৱজীক চিনিলে চিনিবও পাৰে, কিয়নো দিল্লীত এনে সৈনিক নাছিল যি শিৱজীক দেখা নাই। আকৌ দিল্লীত পুনৰাই ভৰি দিলে হেজাৰ বিপদ! কিংকৰ্ত্তব্যবিমূঢ় হৈ চিন্তা কৰিবলৈ ধৰিলে।

এজন অশ্বাৰোহীয়ে সমুখলৈ আহি শিৱজীৰ লগত কথা পাতিছিল, আন দুজনে অস্পষ্টস্বৰে পৰামৰ্শ কৰিছিল। কি পৰামৰ্শ ?

এজনে কলে—"এই স্বৰ মই জানো, মই দক্ষিণ দেশত চায়েস্তা খাঁৰ অধীনত বহুদিন যুদ্ধ কৰিছো, মই নিশ্চয়কৈ কৈছো, পথিক গোস্বামী নহয়।"

আনজনে কলে,—"তেন্তে কোন ?"

প্ৰথম। মই সন্দেহ কৰো, এওঁ স্বয়ং শিৱজী। দুজন মানুহৰ কণ্ঠস্বৰ ঠিক একে ৰকম নহয়।

দ্বিতীয়। ধেৎ মূৰ্খ! শিৱজী দিল্লীতেই বন্দী হৈ আছে।

প্ৰথম। আমিও তেনে মনত ভাবিছিলো যে, শিৱজী সিংহগড় দুৰ্গত আছে। হঠাৎ এদিন ৰাতিৰ সুযোগত পুণা ধ্বংস কৰি গৈছিল।

দ্বিতীয়। বাক, মুৰৰ কাপোৰ তুলি চালেই সকলো সন্দেহ দূৰ হব।

হঠাৎ এজন অশ্বাৰোহী আহি শিৱজীৰ পাগুৰি দূৰত পেলাই দিলে, শিৱজীয়ে তেওঁক চিনি পালে, তেওঁ চায়েস্তাখাঁৰ অধীনস্থ এজন সেনানী।

যদি হাতত কোনো প্ৰকাৰৰ অস্ত্ৰ থাকিলহেঁতেন, শিৱজীয়ে অকলে তিনিওজনকে বধ কৰিবৰ চেষ্টা কৰিলেহেঁতেন। কিন্তু হাতেৰে এজনক মুষ্টিৰ আঘাতেৰে অচেতন কৰিলে, এনে সময়ত বাকী দুজনে অসিহস্তে ওচৰলৈ আহি শিৱজীক ধৰি মাটিত বগৰাই দিলে।

শিৱজীয়ে ইষ্টদেৱতাক স্মৰণ কৰিলে, আকৌ বন্দী হ'ল, বিদেশত বন্ধুশূন্য হৈ আৰংজীৱৰ দ্বাৰা হত হব, এই চিন্তা কৰি আছিল। শম্ভুজীৰ পিনে চকু পৰিল, চকু পানীৰে উপচি পৰিল।

হঠাৎ এটা শব্দ হ'ল। শিৱজীয়ে দেখিলে,—এজন অশ্বাৰোহী কাঁড় লাগি ভূতলশায়ী হ'ল। আৰু এপাত কাঁড়; শিৱজীৰ তিনিজন শত্ৰু ভূতলশায়ী। তিনিজনৰেই জীৱন বহিৰ্গত।

শিৱজীয়ে পৰমেশ্বৰক ধন্যবাদ দি উঠি দেখিলে, পাছৰ পৰা সেই অশ্বৰক্ষক জানকীনাথে কাঁড় নিক্ষেপ কৰিছিল। বিস্মিত হৈ জানকীনাথক ওচৰলৈ মাতি জীৱন ৰক্ষাৰ বাবে শত ধন্যবাদ দিবলৈ ধৰিলে। তেওঁ ওচৰলৈ আহঁলত শিৱজী আৰু বিস্মিত হৈ দেখিলে, সেই অশ্বৰক্ষক নহয়, অশ্বৰক্ষক বেশেৰে সীতাপতি গোস্বামী! তেতিয়া সহস্ৰবাৰ গোস্বামীৰ ওচৰত ক্ষমা প্ৰাৰ্থনা খুজি কলে,

"সীতাপতি, আপোনাৰ বাহিৰে শিৱজীৰ বিপদৰ সময়ত প্ৰকৃত বন্ধু আৰু কোন আছে? আপোনাক অশ্বৰক্ষক ভাবি তুচ্ছজ্ঞান কৰিছিলো, ক্ষমা কৰক। আপোনাৰ এই কামৰ বাবে মই কি উপযুক্ত পুৰস্কাৰ দিব পাৰো?"

সীতাপতিয়ে শিৱজীৰ আগত আঠুকাঢ়ি কৰযোৰে কলে, "মহাৰাজ, ছদ্মবেশ ক্ষমা কৰক, মই আপোনাৰ পুৰণি ভৃত্য ৰঘুনাথজী হাবিলদাৰ, জ্ঞান হোৱাৰে পৰা আপোনাৰ সেৱা কৰিছো. আজীৱন আপোনাৰ সেৱা কৰিম ইয়াত কৈ আন কামনা নাই, আন পুৰস্কাৰ নেলাগে। প্ৰভুৰ ওচৰত যদি নেজানি কেতিয়াবা কোনো দোষ কৰিছো,—প্ৰভু নিৰাশ্ৰয়ৰ আশ্ৰয়, দোষ ক্ষমা কৰক।"

শিৱজীয়ে চকিত হৈ সেই বালক ৰঘুনাথৰ পিনে চালে—হিয়াৰ উদ্বেগ দমন কৰিব নোৱাৰিলে; সজল নয়নে ৰঘুনাথক বুকত ধাৰণ কৰি কলে, "ৰঘুনাথ, ৰঘুনাথ, তোমাৰ ওচৰত শিৱজী শত অপৰাধত অপৰাধী, কিন্তু এই মহৎ আচৰণেৰে মোক যথেষ্ট দণ্ড দিছা। তোমাক সন্দেহ কৰিছিলো, তোমাক অৱমাননা কৰিছিলো, তাক সুঁৱৰি হিয়া ফাটি যাব ধৰিছে। শিৱজী যিমান দিন জীয়াই থাকিব, তোমাৰ গুণ পাহৰি নেযাব, প্ৰণয় আৰু যত্নেৰে যদি সেই মহৎ ঋণ পৰিশোধ কৰিব পৰা যায়, তেন্তে পৰিশোধ কৰিবলৈ চেষ্টা কৰিব।"

শান্ত নিস্তব্ধ নিশা উভয়ে পৰস্পৰৰ আলিঙ্গন-সুখত বিমুগ্ধ হ'ল। ৰঘুনাথৰ ব্ৰত আজি শেষ হ'ল, শিৱজীৰ হিয়াৰ বেদনা আজি দূৰ হ'ল, বালকৰ দৰে দুয়োজনে অবিৰল চকুপানী পেলাবলৈ ধৰিলে।

—

## ঊনত্ৰিংশ পৰিচ্ছেদ

### প্ৰাসাদত

কি দাৰুণ হিয়াত ব্যথা।
সি দেশলই যাম যি দেশত নুশুনো
পাপ পিৰীতিৰ কথা॥
সখী! কোনে কয় পিৰীতি ভাল।
হাঁহি হাঁহি মই পিৰীতি কৰোঁতে
কান্দোতে জনম গ'ল॥
কুলৱতী হই থিয় দি কুলত
যি বালাই পিৰীতি কৰে।
তুঁহৰ অনল যেন ধৰি লই
এইদৰে পুৰি মৰে॥
হায় বিনোদিনী, ই দুখত দুখিনী
প্ৰেমত চল্ চলিয়া চকু।
চণ্ডিদাসে কয়, সেই গতি হই
পৰাণ সংশয় দেখোঁ।

—চণ্ডীদাস।

মাজনিশা সীতাপতি গোস্বামীৰ পৰা বিদায় লৈ ৰাজপুতবালা ঘৰলৈ আহিল, কিন্তু ঘৰলৈ আহি সৰযূৱে দেখিলে—হিয়া শূন্য। যি স্বদেশীয় যোদ্ধাক প্ৰথম দৰ্শন কৰিয়েই সৰযূ চকিত আৰু আনন্দিত হৈছিল, যাক কেই মাহমানৰ পৰা সৰযূৱে হৃদয়েশ্বৰ বুলি বৰণ কৰিছিল, যাক বৃদ্ধ জনাৰ্দ্দনে বিবাহৰ বাক্যদান কৰিছিল, সেই ৰঘুনাথৰ অদৰ্শনত আজি সৰযূৰ হৃদয় শূন্য।

সেইদিন গ'ল, সপ্তাহ অতীত হ'ল, মাহ অতিবাহিত হ'ল, সৰযূৰে হিয়াৰ ধন আৰু ঘূৰাই নেপালে। এন্ধাৰ মাজনিশা কেতিয়াবা কেতিয়াবা বালিকাই অকলে খিৰিকীৰ কাষত বহি সন্ধ্যাৰ পৰা দুপৰ ৰাতিলৈকে, দুপৰ ৰাতিৰ পৰা পুৱালৈকে চিন্তা কৰি থাকে। দিনত ৰাতি পুৱাৰে পৰা গধূলিলৈ নীৰৱে সেই খিৰিকীৰে বাটলৈ চাই থাকে, সেই বাটেৰে ৰঘুনাথ আৰু নাহিল।

কেতিয়াবা আকৌ আবেলি সৰযূৱে অকলে আম্ৰকাননত ভ্ৰমণ কৰে, ভ্ৰমণ কৰোঁতে কৰোঁতে কিমান কথা হিয়াত জাগি উঠে। তোৰণ দুৰ্গৰ কথা, কণ্ঠমালাৰ কথা, ৰায়গড়লৈ অহাৰ কথা, বিদায়ৰ কথা। নীৰৱে সৰযূৰ গালৰ ওপৰেদি একো একো টোপাল চকুপানী বাগৰি যায়, কেতিয়াবা কেতিয়াবা ৰাতি হঠাৎ হিয়াৰ দুৱাৰ মুকলি হয়, ভাদমহীয়া নদীৰ দৰে শোকৰ সাগৰ উথলি উঠে। তেতিয়া কোনো দেখোঁতা নাই, সৰযূৱে হেঁপাহ পলুৱাই কান্দে, শাওণ মাহৰ বৃষ্টিধাৰাৰ দৰে চকুৰ পৰা অনন্ত জলধাৰা ববলৈ ধৰে। ৰাতি পুৱায়, ৰাতি পুৱাৰ ৰাঙলি আভাই পূব পিনে দেখা দিয়ে। বালিকাই তেতিয়াও শোকত বিবশা, ব্যথিতা হৈ বাগৰি থাকে।

ৰাতিপুৱা ফুল তুলিবলৈ ফুলনিলৈ যায়, প্ৰফুল্ল ফুলবোৰ এটা এটাকৈ তোলে, হিয়াত লগায়, আৰু কি যেন চিন্তা কৰে, কোনে কব? চিন্তা কৰি কৰি পুনৰাই ফুলৰ পিনে চায়, ফুলৰ পাহিত লাগি থকা পুৱাবেলাৰ শিশিৰ-বিন্দুৰ সৈতে দুই এটোপাল পৰিষ্কাৰ স্বচ্ছ অশ্ৰুকণিকা মিলি যায়। সন্ধ্যাসময়ত বীণা হাতত লৈ কেতিয়াবা কেতিয়াবা গীত গাই থাকে, আহা, সেই শোকৰ গীত শুনি শ্ৰোতৃসকলৰ চকুতো পানী ওলায়। এনেকুৱা চিন্তাত ক্ৰমে ক্ৰমে সৰযূৰ শৰীৰ শুকাই যাবলৈ ধৰিলে, মুখমণ্ডল পাণ্ডুবৰ্ণ ধাৰণ কৰিলে, দুচকুত কালিমা পৰিল। সৰল স্বভাৱ জনাৰ্দ্দনে এতিয়াও সৰযূৰ

হিয়াৰ কথা অলপো নেজানে, কিন্তু সৰযূৰ শৰীৰৰ অৱস্থা দেখি অত্যন্ত চিন্তিত হ'ল, কাৰণ অনুসন্ধান কৰিবলৈ ধৰিলে।

নাৰীৰ ওচৰত নাৰীৰ মনৰ কথা গোপন নেথাকে, সৰযূৱে বহু যত্নেৰে শোক সঙ্গোপন কৰিলেও তেওঁৰ সখী আৰু দাসীসকলে তেওঁৰ গোপন কথা অলপ অনুমান কৰিছিল। তেওঁলোকে কথাৰ ছলেৰে বুঢ়া জনাৰ্দ্দনক কলে, "সৰযূৰ বয়স হৈছে, বিয়া থিৰ কৰক।" এই কথা সৰযূৰ কাণত পৰিল। সৰযূৱে কৈ পঠিয়ালে, "পিতাক কৰা, মোৰ বিয়াত আকাঙ্ক্ষা নাই, চিৰকাল অবিবাহিতা থাকিম আৰু তেওঁৰেই পদ সেৱা কৰিম।"

জনাৰ্দ্দনে সেই কথা নেমানিলে, বিয়াৰ দৰা ঠিক্ কৰিবলৈ ধৰিলে।

ৰাজপুৰোহিতৰ দ্বাৰা পালিত ভদ্ৰ ক্ষত্ৰিয়বালাৰ দৰাৰ অভাৱ নাছিল, অৱশেষত ৰাজা জয়সিংহৰ এজন প্ৰধান সেনাপতিৰ লগত বিয়া থিৰ হ'ল। এই কথা সৰযূৰ কাণত পৰিল, সৰযূ শিয়ঁৰি উঠিল, লাজৰ মুৰ খাই পিতাকক কৈ পঠিয়ালে, "পিতাক কৰা, তেওঁ আন এজন সেনানীক বাক্যদান কৰিছিল, তেৱেঁই মোৰ বাগদত্ত-পতি। আন কাৰো লগত বিয়া হলে ব্যভিচাৰ দোষ ঘটিব।"

জনাৰ্দ্দনে এই কথা শুনি কষ্ট হ'ল, সৰযূক অলপ তিৰস্কাৰ কৰিলে, আকৌ নিজৰ কোঠালৈ গৈ মনৰ দুখত কান্দিলে। অৱশেষত কন্যাৰ আপত্তি গ্ৰাহ্য নকৰি বিয়াৰ দিন ঠিক কৰিলে, জয়সিংহকো জনালে। সৰযূৰ কাণত পৰিল এই কথা। তেতিয়া সৰযূৱে নিজে পিতাকৰ ভৰিত পৰি চিঞৰি কান্দি কান্দি কলে,—"পিতা, ক্ষমা কৰক, এই বিষয়ৰ পৰা বিৰত হওক, নহলে আপোনাৰ চিৰপালিতা এই অভাগিনী কন্যাক জন্মৰ দৰে হেৰুৱাব।" জনাৰ্দ্দনে কন্যাক বুকুত সাবটি কান্দিবলৈ ধৰিলে।

কিন্তু, ছোৱালীৰ কথা কোনে শুনে, পাঁচজন ভদ্ৰলোকে যেনেকুৱা পৰামৰ্শ দিয়ে, সমাজত থাকিলে তেনে কাম কৰিব

লাগে। বিয়াৰ দিন চমু চাপি আহিল, জনাৰ্দ্দনে বহু বুজালে, বহু কান্দিলে, বহু তিৰস্কাৰ কৰিলে। অৱশেহত আৰু সহ্য কৰিব নোৱাৰি বিয়াৰ আগদিনাখন সৰযূক কলে,—"পাপীয়সি, তোমাৰ কাৰণে জানো মই এই বুঢ়া বয়সত অৱমানিত হম ? তুমি তোমাৰ পিতাবাৰ নিষ্কলঙ্ক কুলত কলঙ্ক দিবা ?"

ধীৰে ধীৰে অশ্ৰুপূৰ্ণ নয়নে সৰযুৱে উত্তৰ দিলে, "পিতা, মই অবোধ, যদি আপোনাৰ ওচৰত দোষ কৰিছো, মাৰ্জ্জনা কৰক। কিন্তু জগদীশ্বৰ মোৰ সহায় হওক, মোৰ পৰা আপোনাৰ অৱমাননা নহব।"

এই কথাৰ অৰ্থ তেতিয়া জনাৰ্দ্দনে নুবুজিলে, এই কথাৰ অৰ্থ তাৰ পিছদিনা বুঢ়াই বুজিব পাৰিলে। বিয়াৰ দিনাখন কন্যাক কোনোৱে দেখিবলৈ নেপালে।

# ত্রিংশ পৰিচ্ছেদ

## কুটীৰত

দুখে সুখে খুল্লনাৰ শৰৎ কাল ভাৰ।
আহিনত আহিব প্ৰভু দেৱী উৎসৱত ॥
কাতিৰ মাহত হ'ল হিমৰ প্ৰকাশ।
ঘৰত নাই প্ৰাণপতি কৰো বনবাস ॥

—মুকুন্দৰাম চক্ৰবৰ্ত্তী।

শৰৎকালৰ প্ৰভাতৰ কমনীয় আলোকত বেগৱতী নীৰানদী বৈ যাবলৈ ধৰিছে, সূৰ্য্যৰ কিৰণত ঢৌবোৰে হাঁহি হাঁহি গৈ আছে। সেই সুন্দৰ নদীৰ দুয়ো পাৰে ধুনীয়া শস্যক্ষেত্ৰ বহুদূৰলৈকে বিয়পি আছে, কৃষকৰ পূজাত যেন সন্তুষ্ট হৈ মেদিনীয়ে সেই সেউজীয়া বসনভূষণেৰে হাঁহিব লাগিছে। উত্তৰ আৰু পূবপিনে তেনেকুৱা শ্যাম বৰণীয়া পথাৰ নাইবা বহু দূৰত দুখন এখন গাওঁ দেখা পোৱা গৈছে, দক্ষিণ আৰু পশ্চিম পিনে পৰ্ব্বতমালাৰ পিছত পৰ্ব্বতমালাই বাল তপনৰ কিৰণত অপৰূপ শোভা ধাৰণ কৰিছে।

সেই নদীৰ পাৰত শ্যামল ক্ষেত্ৰেৰে আগুৰা এখন ধুনীয়া গাওঁ আছিল। গাৱঁৰ এমূৰত এজন কৃষকৰ পঁজাৰ ওচৰত এজনী ছোৱালীয়ে নদীৰ পাৰত খেলিবলৈ ধৰিছে, ওচৰত দাসী এজনী থিয় দি আছে। কৃষকৰ ঘৈণীয়েক ঘৰুৱা কামত ব্যস্ত আছে।

ঘৰ দেখিলে কৃষকক সম্ভ্ৰান্ত বুলিয়েই ধাৰণা হয়। চোতালত দুটা এটা ভঁৰাল ঘৰ, কাষত চাৰি পাঁচোটা গৰু বন্ধা আছে, ভিতৰৰ পিনে তিনি চাৰিটা ঘৰ, বাহিৰত এটা ডাঙৰ ঘৰ। দেখিলেই ভাব হয়,—ঘৰৰ গৰাকী কৃষক হলেও গাৱঁৰ ভিতৰত এজন আঢ্যৱন্ত মানুহ, বেহাবেপাৰ আৰু মহাজনী কামো অলপ চলপ কৰে।

ছোৱালীজনী সাত বছৰীয়া আৰু শ্যামবৰণীয়া, চঞ্চল, প্ৰফুল্ল আৰু চকুযুৰি পৰম উজ্জ্বল। এবাৰ নদীৰ পাৰত দৌৰাদৌৰি কৰিছে, এবাৰ মাকে যি ঘৰত ভাত ৰান্ধিছে, তালৈ দৌৰি গৈছে, একো একোবাৰ দাসীজনীৰ কাষলৈ আহি তাইৰ হাতত ধৰি কিবা কথা কৈছে।

ছোৱালীজনীয়ে কলে—“বাইদেউ, আহা না, কালিৰ দৰে ঘাটলৈ যাওঁ, কাপোৰেৰে মাছ ধৰিম।”

দাসী। নহয় ভনীটি, মাৰাই নিষেধ কৰিছে, ঘাটলৈ নেযাবা।

ছোৱালী। মাই গমকে নেপাব।

দাসী। নহয়, ছিঃ, মাই যি নিষেধ কৰে, তাক কৰিব নোৱাৰি মাৰ কথা জানো অন্যথা কৰে?

ছোৱালী। বাৰু বাইদেউ! মা জানো তোমাৰো মা হয়?

দাসী। হয়তো।

ছোৱালী। নহয়, সঁচাকৈ কোৱাঁচোন।

দাসী। সঁচাকৈ মা হয়।

ছোৱালী। নহয় বাইদেউ, তুমি যে ৰাজপুতৰ ছোৱালী, আমিতো ৰাজপুত নহওঁ।

দাসীয়ে ছোৱালীজনীক এটি চুমা খালে; কলে “তেন্তে সুধিছা কেলেই?”

ছোৱালী। সুধিছো, তেন্তে তুমি মাক মা বোলা কিয়?

দাসী। যি মোক খাবলৈ পিন্ধিবলৈ দিছে, যি মোক থাকিবলৈ ঠাই দিছে, যি মোক নিজৰ ছোৱালীৰ দৰে লালন-পালন কৰে, তেওঁক, মা নুবুলি আৰু কি বুলিম? এই জগতত মোৰ আন ঠাই নাই, মাই মোক জগতত ঠাই দিছে।

ছোৱালী। ছিঃ বাইদেউ, তোমাৰ চকুত পানী কিয়? তুমি প্ৰতি কথাতে কান্দা কিয়?

দাসী। নহয় ভনীটি, কান্দিম কিয়?

ছোৱালী। তোমাৰ চকুত পানী দেখিলে মোৰ চকুত পানী ওলায়।

দাসীয়ে ছোৱালীজনীক আকৌ এটি চুমা খাই কলে,—"তুমি যে মোক ভাল পোৱা।"

ছোৱালী। আৰু, তুমি মোক ভাল পোৱা ?

দাসী। নিশ্চয় পাওঁ।

ছোৱালী। সদায় পাবা, কেতিয়াও মোক নেপাহৰিবা ?

দাসী। নেপাহৰো। তুমি বাইদেউ, তুমি মোক ভাল পাবা, কেতিয়াও নেপাহৰিবা ?

ছোৱালী। ওহো।

দাসী। এৰা, তুমি মোক এদিন পাহৰিবা।

ছোৱালী। কেতিয়া ?

দাসী। যেতিয়া তোমাৰ বৰ আহিব।

ছোৱালী। কেতিয়া ?

দাসী। আৰু দুই এবছৰৰ ভিতৰতেই।

ছোৱালী। নহয় বাইদেউ, কেতিয়াও তোমাক পাহৰি নেযাম, বৰতকৈ তোমাক বেছি ভাল পাম। আৰু তুমি বাইদেউ, তোমাৰ যেতিয়া বৰ আহিব, তেতিয়া মোক নেপাহৰিবা ?

দাসীৰ চকুত আকৌ পানী ওলাল, তাই কলে, "নহয়, কেতিয়াও নেপাহৰোঁ।"

ছোৱালী। বৰতকৈ মোক বেছি ভাল পাবা ?

দাসীয়ে হাঁহি কলে,—"সমান সমান।"

ছোৱালী। তোমাৰ বৰ কেতিয়া আহিব বাইদেউ ?

দাসী। ভগবানে জানে। এৰি দিয়া, ৰন্ধাৰ সময় হৈছে, মই যাওঁ।

পাঠকক কোৱা অনাৱশ্যক যে, অনাথিনী সৰযূবালাই জগতত আৰু ঠাই নেপাই এজন কৃষকৰ ঘৰত দাসীবৃত্তি স্বীকাৰ

কৰিছিল। কৃষকৰ কিছু সম্পত্তি আছিল, মহাজনী আছিল, নাম গোকৰ্ণনাথ। গোকৰ্ণৰ অন্তঃকৰণ সৰল আৰু স্নেহযুক্ত; নিৰাশ্ৰয় ৰাজপুতবালিকাক নিজৰ ঘৰত আশ্ৰয় দিবলৈ স্বীকাৰ কৰিলে। গোকৰ্ণৰ ঘৈণীয়েকো স্বামীৰ উপযুক্ত, নিৰাশ্ৰয় ভদ্ৰ ৰাজপুত-কন্যাক দেখি নিজৰ ছোৱালীৰ দৰে লালন পালন কৰে, সৰযূৱেও কৃতজ্ঞ হৈ গোকৰ্ণ আৰু তেওঁৰ স্ত্ৰীৰ যথোচিত সমাদৰ কৰে, নিজে দুইবেলা ভাতপানী যোগাৰ কৰে, ছোৱালীটিৰ তত্বাৱধান লয়, গতিকে কৃষক আৰু কৃষকৰ ঘৈণীয়েকৰ কামৰ ভালেখিনি লাঘৱ হ'ল, তেওঁলোকো সৰযূৰ ওপৰত দিনে দিনে অধিক প্ৰসন্ন হৈ উঠিবলৈ ধৰিলে।

ৰঘুনাথৰ অবৰ্ত্তমানত যদি সৰযূৰ ক'ৰবাত সুখৰ সম্ভাৱনা থাকিলহেঁতেন, তেন্তে উদাৰ স্বভাৱ গোকৰ্ণনাথ আৰু তেওঁৰ সৰলা ঘৈণীয়েকৰ ঘৰত থাকি সৰযূৱে পৰম সুখলাভ কৰিব পাৰিলেহেঁতেন। গোকৰ্ণৰ বয়স ৪৫ বছৰ হব, কিন্তু চিৰকাল নিয়মিত পৰিশ্ৰম কৰে বুলিয়েই এতিয়াও শৰীৰ আঁটিল আৰু বলিষ্ঠ। গোকৰ্ণৰ এটা লৰা শিৱজীৰ সৈনিক, বহুদিন হ'ল ঘৰ এৰিছে। শেষত যি এজনী ছোৱালী জন্মিছিল, মাকবাপেক উভয়েই তাইক ভাল পাইছিল। ৰাতিপুৱা গোকৰ্ণ খেতিৰ কামলৈ বা আন কামলৈ ওলাই যায়, সৰযূৱে ঘৰৰ সকলো কাম নিৰ্ব্বাহ কৰে। গৃহিণীয়ে অনেক সময়ত কয় "বাছা, তুমি ভদ্ৰ ঘৰৰ জীয়ৰী, এনেকুৱা পৰিশ্ৰম কৰিলে তোমাৰ শৰীৰ ভালে থাকিব কিয়? তুমি কৰিব নেলাগে, ময়েই কৰিম।" সৰযূৱে সস্নেহে উত্তৰ দিয়ে "মা, তুমি মোক যি যত্ন কৰা, তোমাৰ কাম কৰিবলৈ পৰিশ্ৰম নহয়, মই জন্মে জন্মে তোমাৰ সেৱা কৰিম, তুমি মোক এনেকুৱা স্নেহ কৰিছা।" স্নেহবাক্যত সৰল স্বভাৱৰ বুঢ়া গিৰিহঁতনীৰ চকুত পানী ওলায়, চকুৰ পানী মচি কয়, "সৰযূ, বাছা, যদি তোমাৰ দৰে আমাৰ জাতিৰ এজনী ছোৱালী পাওঁ, তেন্তে মোৰ লৰাৰ লগত

বিয়া দিওঁ।" পুত্ৰই ভালেমান দিন আগত যৰ এৰিছে, সেই কথা সোঁৱৰণ কৰি আদৰয়সীয়া গিৰিহঁতনীয়ে খন্তেক কান্দিলে।

এনেকৈ কেই মাহমান গ'ল। এদিন গধূলি গোকৰ্ণনাথ বৈণীয়েকৰ ওচৰত বহি আছে, একালে সৰযূৱে ছোৱালীজনীক কোলাত লৈ বহি আছে, এনেতে গোকৰ্ণই কলে, "গিৰিহঁতনী, শান্ত হ, আজি এটা সুখবৰ আছে।"

গিৰিহঁতনী। আহা, তোমাৰ মুখত ফুলচন্দন পৰক, বাছা ভীমজীৰ কোনো সুখবৰ পাইছা ?

গোকৰ্ণ। সোনকালে পাম। পুত্ৰ, শিৱজীৰ লগত দিল্লীলৈ গৈছিল, আজি শুনিলো, শিৱজীয়ে দুষ্ট বাদছাহৰ হাতৰ পৰা পলাইছে, দেশলৈ আহিছে। আমাৰ ভীমজীও নিশ্চয় তেওঁৰ লগত আহিব।

গিৰিহঁতনী। আহা ভগৱানে তাকেই কৰক, প্ৰায় এবছৰ হ'ল, বাছাক দেখা নেপাই যে মন কি অৱস্থাত আছে, তাক ভগবানেই জানে।

গোকৰ্ণ। ভীমজী অৱশ্যেই আহিব। সি ৰঘুনাথজী হাবিলদাৰৰ অধীনত কাম কৰিছিল, ৰঘুনাথজীৰো খবৰ পাইছো।

সৰযূৰ হিয়া নাচি উঠিল, উদ্বেগেৰে শ্বাস ৰুদ্ধ কৰি তেওঁ গোকৰ্ণৰ কথা শুনিবলৈ ধৰিলে। গোকৰ্ণই কবলৈ ধৰিলে, "যিদিনা ৰঘুনাথক বিদ্ৰোহী বুলি শিৱজীয়ে দূৰ কৰি দিয়ে, সেইদিনা পুত্ৰই আমাক কি কৈছিল মনত আছে ?"

গিৰিহঁতনী। মই তিৰোতা মানুহ, মোৰ জানো ইমান মনত থাকে ?

গোকৰ্ণ। পুত্ৰই কৈছিল,—"পিতা মই হাবিলদাৰক চিনো, তেওঁৰ দৰে বীৰ শিৱজীৰ সৈন্যৰ ভিতৰত আৰু নাই। কি ভ্ৰমত পৰি ৰজাই তেওঁক অৱমাননা কৰিলে, পিছত জানিব, তেতিয়া তেওঁ ৰঘুনাথৰ গুণ জানিব পাৰিব।" পুত্ৰৰ কথা ইমান দিনে সত্য হ'ল।

উল্লাস আৰু উদ্বেগত সৰযূৰ হিয়া ধপ্ ধপ্ কৰিবলৈ ধৰিলে, তেওঁৰ মুখৰ পৰা ঘামৰ কণিকা ওলাই আহিল।

গোকৰ্ণনাথে কবলৈ ধৰিলে, "ৰঘুনাথজীয়ে ছদ্মবেশেৰে ৰজাৰ লগে লগে দিল্লীলৈ গৈছিল, নিজৰ বুদ্ধি কৌশলেৰে ৰজাক উদ্ধাৰ কৰিছে, সম্পূৰ্ণভাবে নিজৰ নিৰ্দ্দোষিতা প্ৰমাণ কৰিছে। শুনিছো, —শিৱজীয়ে ৰঘুনাথৰ ওচৰত নিজৰ দোষৰ ক্ষমা বিচাৰিছে, ৰঘুনাথক ভাই বুলি আলিঙ্গন কৰিছে; হাবিলদাৰৰ পদৰ পৰা একেবাৰে পাঁচহাজাৰী কৰি দিছে। নগৰত আন কথা নাই, হাট-বজাৰত আন কথা নাই, গাৱঁত আন কথা নাই, কেৱল মাথোন ৰঘুনাথৰ বীৰত্ব-কথা শুনি সকলোৱে জয় জয় নাদেৰে ধন্যবাদ দিছে।"

আনন্দ আৰু উল্লাসত সৰযূৱে উচ্চৈঃস্বৰে কান্দি মূৰ্চ্ছিত হৈ মাটিত বাগৰি পৰিল।

---

# একত্রিংশ পৰিচ্ছেদ

## স্বপ্ন দর্শন

বধু কি আৰু কম নো তোমাক।
জীৱনে মৰণে জনমে জনমে তুমি হোৱা প্ৰাণনাথ ॥
তোমাৰ চৰণে আমাৰ পৰাণে বান্ধিলো প্ৰেমৰ কাঁচী।
সকলো তিয়াগি একমনে ভাবি নিশ্চয়কই হলো দাসী ॥
ভাবি চাই দেখিলো তিনি ভুবনতে আছে আৰু কোন মোৰ।
ৰাধা বুলি কোনো নাই সুধিবৰ থিয় দিম ওচৰত কাৰ ॥
ইকুল সিকুল গোকুল দুকুল কাকনো বুলিম আপোন।
শীতল বুলিয়ে শৰণ লইছো দু'খনি কমল চৰণ ॥

—চণ্ডীদাস।

সেইদিনৰ পৰা সৰযুৰ চেহেৰা ভাল হৈ আহিল। বহুদিনৰ পিছত আশা, আনন্দ আৰু উল্লাসে আকৌ সেই হিয়াত ঠাই পালে। চকু যুৰিয়ে আকৌ হাঁহিলে, ওঠ দুটিয়ে আকৌ প্ৰস্ফুটিত পুষ্পৰ দৰে পৰিমল ধাৰণ কৰিলে, কপাল আৰু সুন্দৰ গালত আকৌ লাৱণ্য ফুটি উঠিল, ৰেচমবিনিন্দিত চুলিবোৰে আকৌ সেই ধুনীয়া, মধুময়, লাবণ্যময় মুখখনিৰ সৈতে খেলা কৰিবলৈ ধৰিলে। ৰাতিপুৱাৰ মধুৰ সমীৰণৰ সৈতে দূৰৰ গছৰ পৰা কুলিৰ মিঠামাত আহিলে সৰযুৱে উল্লাসিত হিয়াৰে সেই মাত শুনি থাকে; আবেলি ঘৰৰ কাম বন শেষ কৰি নদীৰ পাৰত থিয় হৈ দুচকুক সূৰ্য্যৰ তাপৰ পৰা হাতেৰে আৱৰণ কৰি নদীৰ আন পাৰে বহুদূৰলৈ চাই থাকে। আকৌ সন্ধ্যাসময়ত দূৰত বাঁহীৰ সুৰ বজালে চকিত হৰিণীৰ নিচিনা হঠাৎ চমকি উঠে।

গোকৰ্ণৰ ছোৱালীয়েও সৰযূৰ এই পৰিৱৰ্ত্তন দেখিবলৈ পালে। এদিন সন্ধ্যাসময়ত নদীৰ ঘাটলৈ যোৱাৰ বেলিকা ছোৱালীজনীয়ে সুধিলে, "বাইদেউ, দিনে দিনে তোমাৰ ৰূপ কেনেকৈ ফুটি ওলাইছে।"

সৰযূ। কোনে কলে?

ছোৱালী। কোনে কব? মই জানো দেখিবলৈ পোৱা নাই?

সৰযূ। নহয়, ই তোমাৰ দেখাৰ ভুল।

ছোৱালী। এৰা, ভুলেইতো? কিন্তু আগে মুৰত একোকে নেথাকিছিল, এতিয়া মাজে মাজে চুলিৰ মাজত ফুল গোঁজা হয়, সেইটো জানো দেখিবলৈ নেপাওঁ?

সৰযূ। থৈ দে।

ছোৱালী। আৰু লুকাই লুকাই গলত এধাৰি কণ্ঠমালা পিন্ধা হয়, তাত দুটাকৈ মুক্তা, এটাকৈ পান্না, তাক জানো মই দেখা নাই?

সৰযূ। আঁতৰ হ।

ছোৱালী। আৰু নদীৰ পাৰত ভালেখিনি সময়লৈ ধুনীয়া মুখখনি নদীৰ পানীত চোৱা হয়, সেইটো জানো মই দেখা নাই?

সৰযূৱে এইবাৰ আহি ছোৱালীজনীৰ মুখত চেপা মাৰি ধৰিলে।

ছোৱালীজনীয়ে হাঁহি হাঁহি কলে, "মই এইবোৰ কথা মাৰ আগত কৈ দিম।"

সৰযূ। নহয় ভনীটি, তোমাৰ ভৰিত ধৰিছো, নকবা।

ছোৱালী। তেন্তে এটা কথা সোধো,—কবা?

সৰযূ। কম।

ছোৱালী। ইয়াৰ অৰ্থ কি? এই ফুল, কণ্ঠমালা, এই গীত কাৰ বাবে? তোমাৰ চকুদুটাই যে সদায় হাঁহি আছে, তোমাৰ ওঁঠ দুটাৰ পৰা যে তেজ ফুটি ওলাইছে, তোমাৰ সমস্ত শৰীৰ যে লাৱণ্যত টলমল কৰিছে, ই কাৰ কাৰণে?

সৰযূ। তোমাৰ মা'ৰাই তোমাৰ খোঁপা বান্ধি দিয়ে, গহনা পিন্ধাই দিয়ে, সেইবোৰ কাৰ বাবে ?

ছোৱালীজনীয়ে এইবাৰ অলপ লজ্জিত হ'ল; কলে, "মাই কৈছে, অহাবছৰত মোৰ বিয়া হব, মোৰ বৰ আহিব।"

সৰযূ। মোৰো বৰ আহিব।

ছোৱালী। সঁচা ?

সৰযূৰ সৈতে ছোৱালীজনীৰ কথা হৈছিল, এনে সময়ত এজন দীৰ্ঘকায় সন্ন্যাসীয়ে "হৰ হৰ মহাদেও" শব্দ উচ্চাৰণ কৰি নদীতীৰত আহি উপস্থিত হ'ল। সন্ধ্যাৰ স্তিমিত পোহৰত তেওঁৰ বিভূতি-ভূষিত দীঘল শৰীৰ বৰ সুন্দৰ দেখা গ'ল। ছোৱালীজনী ভয়ত পলাল। সৰযূৱে তীক্ষ্ণ দৃষ্টিৰে দেখিলে, সন্ন্যাসী সীতাপতি গোস্বামী।

সৰযূৰ হিয়া হঠাৎ কঁপি উঠিল, মনৰ আবেগত গোটেই দেহ কঁপিবলৈ ধৰিলে। কিন্তু সৰযূৱে সেই আবেগ সংযম কৰি লাজ বা ভয় পৰিত্যাগ কৰি লাহে লাহে সন্ন্যাসীৰ ওচৰলৈ গৈ প্ৰণাম কৰি স্থিৰ স্বৰেৰে কলে, "প্ৰভু, আপুনি যে এদিন জনাৰ্দ্দনৰ প্ৰাসাদত এই অভাগিনীক দেখিছিল, তাইক আজি এই কুটীৰত দাসীৰ কামত নিযুক্ত দেখিছে। পিতাই কলঙ্কিনী বুলি মোক দূৰ কৰি দিছে, কিন্তু ভগবানে জানে, মই বাগদত্ত পতিৰ অনুচাৰিণী ইয়াৰ বাহিৰে মোৰ আন দোষ নাই।"

সন্ন্যাসীৰ চকু পানীৰে উপচি পৰিল, ধীৰে ধীৰে কলে, "ৰঘুনাথৰ বাবে ইমান কষ্ট সহ্য কৰিছা ?"

সৰযূ। নাৰীয়ে যিমান দিন পতিৰ নাম জপ কৰিব পাৰে, সিমান দিন কষ্টক কষ্ট বুলি জ্ঞান নকৰে।

সন্ন্যাসীৰ বুকু স্ফীত হবলৈ ধৰিলে।

সৰযূৱে আকৌ কলে, "প্ৰভুৰ সৈতে জানো সেই দেৱপুৰুষৰ দেখাদেখি হৈছিল ?"

গোস্বামী। হৈছিল।

সৰযূ। প্ৰভুৰে তেওঁক দাসীৰ কথা জনাইছিল ?

গোস্বামী। জনাইছিলো।

সৰযূ। কি জনাইছিল ?

গোস্বামী। তোমাৰ এটি আখৰো পাহৰা নাই। মই তেওঁক কৈছিলো, "সৰযূ ৰাজপুতবালা, জীৱনতকৈ যশস্যা অধিক বুলি ভাবে। সৰযূ যিমান দিন জীয়াই থাকিব ৰঘুনাথক কলঙ্কশূন্য বীৰ বুলি তেওঁৰেই যশোগীত গাব।"

সৰযূ। ভাল বাৰু।

গোস্বামী। আৰু মই তেওঁক কৈছিলো যে,—"সৰযূৱে তেওঁৰ উন্নত উদ্দেশ্য প্ৰতিৰোধ নকৰে। ৰঘুনাথে অসিহস্তে যশৰ পথ পৰিষ্কাৰ কৰক, জগতৰ যি আদি পুৰুষ, তেওঁ তেওঁৰ সহায় হব।"

উদ্বেগত গদ্ গদ্ স্বৰে সৰযূৱে সুধিলে,—"তেওঁ জানো উত্তৰ দিছিল ?"

জ্বলন্ত কণ্ঠে গোস্বামীয়ে উত্তৰ দিলে, "ৰঘুনাথে উত্তৰ দান কৰা নাই, মাথোন তোমাৰ কথাবোৰ শুনি তাক অন্তৰত ধাৰণ কৰি অসাধ্যসাধন কৰিছে, অসিহস্তে যশস্যাৰ পথ পৰিষ্কাৰ কৰিছে।

সেই সন্ধ্যাৰ অন্ধকাৰত গোস্বামীৰ চকুদুটা জ্বলি উঠিছিল, সেই নদীতীৰত আৰু গছৰ মাজত গোস্বামীৰ জ্বলন্ত কথাবোৰ বাৰে বাৰে প্ৰতিধ্বনিত হবলৈ ধৰিলে।

"যিজন জগতৰ আদি পুৰুষ তেওঁক প্ৰণাম কৰো।" এই বুলি সৰযূবালাই আকাশৰ পিনে লক্ষ্য কৰি যোৰহাতে প্ৰণাম জনালে। গোস্বামীয়েও জগতৰ আদি পুৰুষক লক্ষ্য কৰি প্ৰণাম কৰিলে।

ভালেখিনি সময় নিস্তব্ধ হৈ ৰ'ল দুয়োজনে। সন্ধ্যাৰ সুশীতল সমীৰণে উভয়ৰ শৰীৰ শীতল কৰি তুলিলে, চকুৰ পানী শুকাই গ'ল।

ভালেমান পিছত গোস্বামীয়ে কলে, "দেৱতাৰ অনুগ্ৰহত

কাৰ্য্যসিদ্ধি কৰাৰ পিছত ৰঘুনাথে এটা কথা মোৰ দ্বাৰা তোমালৈ কৈ পঠিয়াইছে।”

সৰযূৱে উৎকণ্ঠিত হৈ সুধিলে “সেইটো কি ?”

গোস্বামী। তেওঁ সুধিছে, ইমান দিন সৰযূৱে তেওঁৰ দাসক মনত ৰাখিব ? মই গলে সৰযূৱে মোক চিনি পাব ?

সৰযূ। এই জীৱনত জানো মই তেওঁক পাহৰিব পাৰোঁ ?

গোস্বামী। তোমাৰ ভাল পোৱা তেওঁ জানে, তথাপি নাৰীৰ মন সদায় চপল, জানোচা পাহৰি যায়।

গোস্বামীৰ চঞ্চলতা আৰু মিচিকিয়া হাঁহি দেখি সৰযূ অলপ বিৰক্ত হ'ল, কলে, “নাৰীৰ মন চঞ্চল তাক মই জনা নাছিলো।”

গোস্বামী। ময়ো নেজানিছিলো, কিন্তু আজি দেখিছো।

সৰযূ। কিহত দেখিলে ?

গোস্বামী। যি মোৰ বাগ্দত্তা বণিতা, তেওঁ মোক আজি পাহৰিছে, দেখিও মোক চিনিব পৰা নাই।

সৰযূ। তাই কোন হতভাগিনী ?

গোস্বামী। তেওঁ সেই ভাগ্যৱতী, যাক তোৰণ দুৰ্গত জনাৰ্দ্দনৰ ঘৰৰ ছাদত প্ৰথমে দেখি মই মনপ্ৰাণ হেৰুৱাইছিলো। তেওঁ সেই ভাগ্যৱতী, যাৰ কণ্ঠত এদিন মুক্তামালা পিন্ধাই দি মই জীৱন চৰিতাৰ্থ হ'ল বুলি ভাবিছিলো। তেওঁ সেই ভাগ্যৱতী, যি তোৰণ দুৰ্গত জয়সিংহৰ শিবিৰত যুদ্ধৰ সময়ত আৰু সন্ধিৰ সময়ত সদায় মোৰ চকুৰ মণিৰ নিচিনা আছিল। তেওঁ সেই ভাগ্যৱতী, যাৰ দৰ্শন মোৰ চকুত সূৰ্য্যৰ আলোক, যাৰ শব্দ মোৰ কাণত সঙ্গীত, যাৰ স্পৰ্শ মোৰ শৰীৰত চন্দনৰ প্ৰলেপ, যাৰ প্ৰীতি মোৰ জীৱনৰ জীৱন ! তেওঁ সেই ভাগ্যৱতী যাৰ নাম সুঁৱৰি, যাৰ উৎসাহ বাক্য হিয়াত ধাৰণ কৰি, মই দিল্লী যাত্ৰা কৰিছিলো, যশস্যাৰ পথ পৰিষ্কাৰ কৰিছো, জ্বলন্ত বিপদ-সাগৰ উত্তীৰ্ণ হৈছো। বহুদিনৰ পিছত বহু

বিপদ পাব হৈ, আজি সেই ভাগ্যৱতীৰ চৰণৰ ওচৰত উপস্থিত হৈছো, তেওঁ জানো আজি মোক চিনিব পাৰিব ?

সেই কোকিল বিনন্দিত স্বৰে সৰযূৰ হৃদয়মন মন্থন কৰিলে, তাৰকাৰ পোহৰত ছদ্মবেশধাৰী সেই দীৰ্ঘকায় পুৰুষ শ্ৰেষ্ঠক সৰযূৱে চিনিব পাৰিলে। সৰযূৱে হিয়াৰ আবেগ আৰু বোধ কৰিব নোৱাৰিলে, তেওঁৰ মূৰ ঘূৰিছিল, চকু মুদ গৈছিল। "ৰঘুনাথ, ক্ষমা কৰা, এই কথাষাৰ কৈয়েই সৰযূৱে ৰঘুনাথৰ পিনে হাত মেলিলে। পৰি যাবল খোজা প্ৰিয় দেহাটিক ৰঘুনাথে নিজৰ অঙ্গত ধাৰণ কৰিলে। সেই উদ্বেগপূৰ্ণ হিয়া নিজৰ হিয়াত স্থাপন কৰিলে।

খন্তেক পিছত চেতনা পাই সৰযূৱে চকু মেলিলে। কি দেখিলে ? হৃদয়েশ্বৰে অভাগিনীক বুকুত ধাৰণ কৰিছে, চিৰ প্ৰাৰ্থিত পতিয়ে আজি সৰযূবালাক গাঢ় আলিঙ্গন কৰিছে।

বহুদিনৰ পিছত আজি সৰযূৰ তপত হিয়াখনি ৰঘুনাথৰ প্ৰশান্ত হিয়াৰ পৰশত সুশীতল হ'ল ; সৰযূৰ ঘন নিঃশ্বাসৰ লগত ৰঘুনাথৰ নিঃশ্বাস মিহলি হ'ল। সৰযূৰ কম্পিত ৰঙা ওঁঠদুটিয়ে জীৱনৰ ভিতৰত প্ৰথমবাৰ ৰঘুনাথৰ ওঁঠক স্পৰ্শ কৰিলে।

সেই পৰশত বালিকা শিয়ঁৰি উঠিল। সেই প্ৰিয় প্ৰগাঢ় আলিঙ্গনত, সেই বাৰে বাৰে ঘনকৈ চুমা খোৱাত বালিকাই কঁপিবলৈ ধৰিলে।

এইটো জানো ঠিক, নে সপোন ?

বতাহে কোবোৱা পাতৰ দৰে কঁপি কঁপি সৰযূৱে মনে মনে কলে, "জগদীশ্বৰ এইটো যদি সপোন হয়, যেন সুখনিদ্ৰাৰ পৰা কেতিয়াও সাৰ নেপাওঁ।"

---

# দ্বাত্রিংশ পৰিচ্ছেদ

## জীৱন-নিৰ্ব্বাণ

হাঁহি বোলে বীৰ ভীষ্ম শুনা হে ৰাজন!
যথা ধৰ্ম্ম তথা জয় অৱশ্য ঘটন।
ধৰ্ম্ম অনুসাৰে জয় ঈশ্বৰ বচন।

—কাশীৰাম দাস।

মহাৰাষ্ট্ৰ দেশত মহাসমাৰোহ আৰম্ভ হ'ল। শিৱজী উভতি আহিছে, আকৌ আৰংজীৱৰ লগত যুদ্ধ কৰিব, ম্লেচ্ছসকলক দেশৰ পৰা দূৰ কৰি দিব, হিন্দুৰাজ্য সংস্থাপন কৰিব। নগৰ, গাওঁ, পথ-ঘাটত এই জনৰব হবলৈ ধৰিলে।

এসময়ত ৰাজা জয়সিংহই বিজয়পুৰ নগৰ আক্ৰমণ কৰিও তাক হস্তগত কৰিব নোৱাৰিলে। তেওঁ বাৰে বাৰে দিল্লীৰ সম্ৰাটৰ ওচৰত সহায়তাৰ কাৰণে যি আবেদন কৰিছিল, সিও বিফল হ'ল। অৱশেষত তেওঁ স্পষ্টভাবে বুজিলে যে, তেওঁৰ সৈন্যৰে সৈতে বিনাশৰ বাহিৰে আৰংজীৱৰ আন কোনো উদ্দেশ্য নাই। তেতিয়া তেওঁ বিজয়পুৰ পৰিত্যাগ কৰি আৰঙ্গাবাদৰ পিনে প্ৰত্যাবৰ্ত্তন কৰিলে।

শেহলৈ আৰংজীৱৰ বিশ্বস্ত অনুচৰৰ দৰে কাম কৰিলে; আৰংজীৱে তেওঁৰ প্ৰতি অভদ্ৰ আচৰণ কৰিছে বুলি মুহূৰ্ত্তৰ কাৰণেও সম্ৰাটৰ কামত ঔদাস্য প্ৰকাশ নকৰিলে। যেতিয়া নিশ্চয়কৈ দেখিলে, মহাৰাষ্ট্ৰ দেশ ত্যাগ কৰি যাব লাগিব, তেতিয়ালৈ যিমান দূৰ সাধ্য সম্ৰাটৰ ক্ষমতা ৰক্ষাৰ চেষ্টা কৰিলে। লোহগড়, সিংহগড়, পুৰন্দৰ প্ৰভৃতি ঠাইত সম্ৰাটৰ সেনা সন্নিবেশিত কৰিলে, তাৰ বাহিৰে যি যি দুৰ্গ অধিকাৰত ৰখাৰ সম্ভাৱনা নাছিল, সেই সমস্ত

একেবাৰে চূৰ্ণ-বিচূৰ্ণ কৰি দিলে, যেন শত্ৰুৱে আৰু ব্যৱহাৰ কৰিব নোৱাৰে।

কিন্তু এই জগতত এনেকুৱা বিশ্বস্ত কাৰ্য্যৰ পুৰস্কাৰ নাই। জয়সিংহ অকৃতকাৰ্য্য হৈছে শুনি আৰংজীৱ খুব সন্তুষ্ট হ'ল, আৰু বেছিকৈ অৱমানিত কৰিবলৈ তেওঁক দক্ষিণ দেশৰ সেনাপতিৰ পৰা অপসৃত কৰি দিল্লীলৈ মাতিলে। যশোৱন্তসিংহক তেওঁৰ ঠাইত নিযুক্ত কৰি পঠিয়াই দিলে।

বৃদ্ধসেনাপতিয়ে আজীৱন সাধ্যমতে দিল্লীৰ কাৰ্য্য সাধন কৰিছিল, শেষ দশাত এই অৱমাননাত তেওঁৰ মহৎ অন্তঃকৰণ বিদীৰ্ণ হ'ল, তেওঁ পূৰ্ব্বতেই মৃত্যুশয্যাত শায়িত হ'ল।

অৱমানিত, পীড়িত, বৃদ্ধ জয়সিংহ মৃত্যুশয্যাত শুই আছে, এনে সময়ত এজন দূতে সংবাদ দিলে, "মহাৰাজ, এজন মহাৰাষ্ট্ৰীয় সেনানী আপোনাৰ দৰ্শনাভিলাষী, তেওঁ আপোনাৰ চৰণোপান্তত বহি এদিনাখন উপদেশ গ্ৰহণ কৰিছিল, আৰু এবাৰ উপদেশ পাবলৈ আহিছে।"

ৰাজাই উত্তৰ দিলে,—"সসন্মানেৰে লৈ অহা। যি মহাপুৰুষ আহিছে, মই তেওঁক বিশেষকৈ জানো। তেওঁ আহক, মই তেওঁক নিৰ্ভয় দিছো।"

খন্তেক পিছত এজন মহাৰাষ্ট্ৰীয় ছদ্মবেশেৰে সেই গৃহত প্ৰৱেশ কৰিলে। ৰাজাই তেওঁপিনে নোচোৱাকৈ কলে, "বন্ধুবৰ শিৱজী, মৃত্যুৰ আগত আৰু এবাৰ আপোনাৰ লগত দেখা হ'ল, চৰিতাৰ্থ হলো, উঠি অভ্যৰ্থনা কৰিবৰ ক্ষমতা নাই, দোষ গ্ৰহণ নকৰিব।"

সজল নয়নেৰে শিৱজীয়ে কলে,—"পিতা, যেতিয়া আপোনাৰ পৰা শেষ বিদায় লৈছিলো, তেতিয়া আপোনাক ইমান সোনকালে এনে অৱস্থাত দেখিম, কেতিয়াও মনত ভবা নাই।"

জয়সিংহ। বজা! মানুহৰ শৰীৰ ক্ষণভঙ্গুৰ, ইয়াত বিস্ময় কি

আছে ? শিৱজী, আমাৰ যেতিয়া শেষবাৰ সাক্ষাৎ হৈছিল, আপুনি মোগল সাম্ৰাজ্যৰ গৌৰৱ দেখিছিল, এতিয়া কি দেখিছে ?

শিৱজী। মহাৰাজ সেই সাম্ৰাজ্যৰ স্তম্ভস্বৰূপ আছিল। আপোনাকেই যেতিয়া এনে অৱস্থাত দেখিছো, তেতিয়া মোগল সাম্ৰাজ্যৰ আৰু আশা নাই।

জয়সিংহ। বোপা, সেইটো নহয়। ৰাজস্থানভূমি বীৰ-প্ৰসৱিনী, জয়সিংহ মৰিলে আন জয়সিংহ হব, জয়সিংহৰ দৰে শতেক যোদ্ধা এতিয়াও বৰ্ত্তমান আছে। মোৰ দৰে এজন মানুহৰ মৃত্যুত সাম্ৰাজ্যৰ হানিবৃদ্ধি নাই।

শিৱজী। আপোনাৰ অমঙ্গলতকৈ সাম্ৰাজ্যৰ আৰু বেছি কি অনিষ্ট হব পাৰে ?

জয়সিংহ। শিৱজী, এজন যোদ্ধা গলে আন যোদ্ধা হয়, কিন্তু পাপে যি ক্ষয়সাধন কৰে, তাৰ পুনৰাই সংস্কাৰ নহয়। মই আগেই কৈছিলো, য'ত পাপ আৰু কপট আচৰণ, তাতেই অৱনতি আৰু মৃত্যু। এতিয়া তাক প্ৰত্যক্ষভাবে চাই লওক।

শিৱজী। নিবেদন কৰক।

জয়সিংহ। যেতিয়া আপোনাক মই দিল্লীলৈ পঠিয়াইছিলো, তেতিয়া আপোনাৰ অন্তৰো দিল্লীশ্বৰৰ পিনে আকৃষ্ট হৈছিল; আপোনাৰ স্থিৰ সঙ্কল্প আছিল, দিল্লীশ্বৰে যিমানদিন আপোনাক বিশ্বাস কৰিব, আপুনি সিমানদিন বিশ্বাসঘাতকতা নকৰিব। আপোনাৰ প্ৰতি সদাচৰণ কৰিলে সম্ৰাটৰ দক্ষিণদেশত এজন পৰাক্ৰান্ত বন্ধু থাকিলহেঁতেন, কপট আচৰণৰ বাবে সেই ঠাইত এজন দুৰ্দ্দমনীয় শত্ৰু হৈছে।

শিৱজী। মহাৰাজ, আপোনাৰ বুদ্ধি অসাধাৰণ, আৰু অদূৰদৰ্শী জগতত সকলোৱে যথাৰ্থতে জয়সিংহক বিজ্ঞ বুলি জানে।

জয়সিংহ। মই আৰংজীবৰ পিতাকৰ সময়ৰ পৰা দিল্লীৰ কাম কৰিছো। বিপদত, যুদ্ধসময়ত, যিমানদূৰ সাধ্য দিল্লীশ্বৰৰ উপকাৰ

কৰিছো। স্বজাতি, বিজাতি বিবেচনা কৰা নাই, আত্মপৰ বিবেচনা কৰা নাই, যাৰ কাৰ্য্যত ব্ৰতী হৈছো,—জীৱন পণ কৰি তেওঁৰ কাৰ্য্য সাধন কৰিছো। বুঢ়াবয়সত সম্ৰাটে মোৰ প্ৰতি প্ৰথমে অসদাচৰণ কৰিলে, পিছত অৱমাননা কৰিলে। তথাপি ভগবানৰ ইচ্ছাত মোৰ কাৰ্য্যত বৈলক্ষণ্য ঘটা নাই। মই যিসকল সৈন্য প্ৰধান প্ৰধান দুৰ্গত ৰাখি গলো,—শিৱজী, সিহঁতে বিনাযুদ্ধে আপোনাক দুৰ্গ হস্তগত কৰিবলৈ নিদিয়ে। কিন্তু এই আচৰণত আৰংজীৱ নিজে ক্ষতিগ্ৰস্ত হ'ল। অম্বৰাধিপ দিল্লীশ্বৰৰ চিৰবিশ্বস্ত অনুচৰ আৰু সহায়, অম্বৰৰ ভৱিষ্যত ৰজাসকল দিল্লীৰ প্ৰধান শত্ৰু হ'ব।

শিৱজী। আপুনি আচল কথাকে কৈছে। আৰংজীৱে নিজৰ অসদাচৰণৰ দ্বাৰা অম্বৰ আৰু মহাৰাষ্ট্ৰ এই দুখন দেশক তেওঁৰ শত্ৰু কৰিছে।

জয়সিংহ। দুটা উদাহৰণ দিলো, মহাৰাষ্ট্ৰ দেশ আৰু অম্বৰ দেশ। সমগ্ৰ ভাৰতবৰ্ষই এনেকুৱা। শিৱজী, আৰংজীৱে সমস্ত ভাৰতবৰ্ষৰ বিশ্বস্ত অনুচৰৰ অৱমাননা কৰিছে, মিত্ৰবোৰক শত্ৰু কৰিব ধৰিছে। বাৰানসীৰ মন্দিৰ বিনষ্ট কৰি তাত মছ্‌জিদ নিৰ্ম্মাণ কৰিছে, ৰাজস্থানত হিন্দুবিলাকৰ অৱমাননা কৰিছে, গোটেই দেশতে হিন্দুসকলৰ ওপৰত জিজিয়াকৰ লগাইছে।

অলপ পিছত চকু মুদি জয়সিংহই অতি গম্ভীৰ স্বৰে আকৌ কবলৈ ধৰিলে, যেন মৃত্যুশয্যাত মহাত্মাৰ দিব্যচক্ষু মেল খালে, সেই চকুৰে ভৱিষ্যত দেখিয়েই যেন ৰাজৰ্ষিয়ে কবলৈ ধৰিলে, "শিৱজী, মই দেখিছো যে, এই কপট আচৰণত চাৰিওকালে যুদ্ধানল প্ৰজ্বলিত হ'ল, ৰাজস্থানত জুই জ্বলিল, মহাৰাষ্ট্ৰদেশত জুই জ্বলিল, পূবফালে অনল জ্বলিল, আৰংজীৱে বিশ বছৰ যত্ন কৰি সেই জুই গুমাব নোৱাৰিলে। তেওঁৰ তীক্ষ্ণ বুদ্ধি, তেওঁৰ অসামান্য কৌশল, তেওঁৰ অসাধাৰণ সাহস ব্যৰ্থ হ'ল; বুঢ়া বয়সত শেহত তাপ কৰি দিল্লীশ্বৰে প্ৰাণত্যাগ কৰিলে। জুই আৰু প্ৰবল বেগে

জ্বলি উঠিছে, চাৰিওফালৰ পৰা দপ্ দপ্ কৈ আগবাঢ়ি গৈছে, সেই জুইত মোগল সাম্ৰাজ্য দগ্ধ হৈ গ'ল। তাৰ পিছত? তাৰ পিছত মহাৰাষ্ট্ৰ জাতিৰ নক্ষত্ৰ উন্নতিশীল। মহাৰাষ্ট্ৰীয়সকল, আগবঢ়া, দিল্লীৰ সিংহাসনত বহাগৈ।"

ৰজাৰ কথা বন্ধ হ'ল। চিকিৎসকসকল কাষত আছিল, তেওঁলোকে নানাৰূপ সন্দেহ কৰিবলৈ ধৰিলে। গোপনে অস্ফুট মাতেৰে ৰোগৰ প্ৰকৃত কাৰণ অনুভৱ কৰিবলৈ লাগিল।

ভালেখিনি সময়ৰ পিছত ক্ষীণ স্বৰেৰে জয়সিংহই কলে, "কপটাচাৰীয়ে নিজকেই শাস্তিদান কৰে। সত্যমেৱ জয়তি।"

শ্বাস ৰোধ হ'ল,—শৰীৰৰ পৰা প্ৰাণ বহিৰ্গত হ'ল।

# ত্ৰয়স্ত্ৰিংশ পৰিচ্ছেদ

## মহাৰাষ্ট্ৰ জীৱন-প্ৰভাত

আছে যত ধনুৰ্দ্ধৰ, সাজা ততালিকে,
চতুৰঙ্গ ৰণৰঙ্গত পাহৰিম ই জ্বালা—
ই বিষম জ্বালা যদি পাবো পাহৰিব।

—মধুসূদন দত্ত।

ৰাতি মাথোন এপৰ আছে, এনে সময়ত শিৱজীয়ে ৰাজপুত-শিবিৰ ত্যাগ কৰিলে। পুৱা বেলাৰ আগতেই প্ৰধান প্ৰধান সেনানী আৰু অমাত্যসকলক একত্ৰ কৰিলে, অলপ সময় পৰামৰ্শ কৰিলে, পিছত শিবিৰৰ বাহিৰলৈ আহি নিজৰ সকলো সৈন্যকে আহ্বান কৰি কলে, "বন্ধুসকল! প্ৰায় এবছৰ হ'ল আমি আৰংজীবৰ সৈতে সন্ধিস্থাপন কৰিব ধৰিছিলো,—আৰংজীবৰ নিজৰ দোষত আৰু কপট আচৰণত সেই সন্ধি খণ্ডন হৈছে। আজি আমি সেই কপট আচৰণৰ প্ৰতিশোধ লম, মুছলমানসকলৰ সৈতে আকৌ যুদ্ধ কৰিম।

"যি আৰংজীবৰ প্ৰধান সেনাপতি আছিল, ঈশানী দেৱীয়ে যাৰ লগত যুদ্ধ নিষেধ কৰিছিল, যাৰ ওচৰত শিৱজীয়ে বিনাযুদ্ধে পৰাস্ত হৈছিল, কালি মাজ নিশা সেই মহাত্মা ৰাজা জয়সিংহই আৰংজীবৰ অসদাচৰণত প্ৰাণ বিসৰ্জ্জন দিছে। সৈন্যসকল! দিল্লীত মোৰ কাৰাৰোধ, হিন্দুপ্ৰবৰ জয়সিংহৰ মৃত্যু, এই সকলোকে এতিয়া আমি পৰিশোধ কৰিম।

"মৃত্যু শয্যাত ৰাজা জয়সিংহৰ দিব্য চকু উন্মীলিত হৈছিল। তেওঁ দেখিলে,—মোগল সকলৰ ভাগ্যনক্ষত্ৰ অৱনতিশীল, মহাৰাষ্ট্ৰ

সকলৰ ভাগ্যনক্ষত্ৰ উন্নতিশীল, দিল্লীৰ সিংহাসন অতি সোনকালে শূণ্য। বন্ধুসকল! আগবাঢ়ি যোৱা, পৃথুৰায়ৰ সিংহাসন আমি অধিকাৰ কৰিম।

"পূবপিনে ৰক্তিম আভা দেখিবলৈ পাইছা আৰু ই প্ৰভাতৰ ৰক্তিম আভা। কিন্তু ই আমাৰ পক্ষে সামান্য প্ৰভাত নহয়। মহাৰাষ্ট্ৰীয়সকল, আজি আমাৰ জীৱন-প্ৰভাত।"

সমস্ত সেনানী আৰু সৈন্যসকলে এই মহৎ কথা শুনি গৰজি উঠিল,—"আজি আমাৰ জীৱন-প্ৰভাত।"

# চতুস্ত্রিংশ পৰিচ্ছেদ

## বিচাৰ

পাতকৰ প্ৰায়শ্চিত্ত হ'ল বিধিমতে

—কাশীৰাম দাস।

সেইদিন সন্ধ্যাসময়ত ৰঘুনাথে অকলে নদীতীৰত পদাচাৰণ কৰি আছিল। আপোনাৰ পদোন্নতি, সৰযূৰ সৈতে পুনৰ্ম্মিলন, মুছলমান-সকলৰ সৈতে পুনৰাই যুদ্ধ, হিন্দুসকলৰ ভৱিষ্যত স্বাধীনতা, এনেকুৱা নতুন নতুন বিষয়ৰ চিন্তাত তেওঁৰ হৃদয় উৎফুল্ল হৈ উঠিছিল। হঠাৎ পাছফালৰ পৰা এজনে মাত লগালে—"ৰঘুনাথ!"

ৰঘুনাথে পাছলৈ চাই দেখিলে, চন্দ্ৰৰাও জুমলাদাৰ। খণ্ডত তেওঁৰ শৰীৰ কঁপিছিল, কিন্তু ঈশানী মন্দিৰৰ প্ৰতিজ্ঞা তেওঁ পাহৰা নাই।

চন্দ্ৰৰাৱে কলে, "ৰঘুনাথ, এই পৃথিবীত তোমাৰ আৰু মোৰ দুজনৰে স্থান নাই। এজন মৰিম।"

ৰঘুনাথে ক্ৰোধ দমন কৰি ধীৰ স্বৰেৰে কলে,—"চন্দ্ৰৰাও! কপটাচাৰী মিত্ৰহন্তা চন্দ্ৰৰাও! তোমাৰ উপযুক্ত শাস্তি শিৰচ্ছেদন, কিন্তু ৰঘুনাথে তোমাক ক্ষমা কৰিছে, জগদীশ্বৰৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰা।"

চন্দ্ৰৰাও। বালকৰ ক্ষমা গ্ৰহণ কৰা মোৰ অভ্যাস নাই। তোমাৰ আৰু অধিক জীয়াই থাকিবৰ সময় নাই, মনোযোগ দি মোৰ কথাবোৰ শুনা। জন্মৰ পৰা তুমি মোৰ পৰম শত্ৰু, মই তোমাৰ পৰম শত্ৰু। বাল্যকালত মই তোমাক বিহ-চকুৰে চাইছিলো, হেজাৰবাৰ শিলৰ ওপৰত তোমাৰ মূৰ থেকেচিবলৈ সঙ্কল্প মনত উদয় হৈছে। সেইটো কৰা নাই, কিন্তু তোমাৰ বিষয় নাশ কৰিছো,

তোমাক দেশত্যাগী কৰিছো, তোমাক বিদ্ৰোহী বুলি অপমানিত আৰু দূৰীকৃত কৰিছো। চন্দ্ৰৰাওৰ ভীষণ জিঘাংসা তাতে কিছু পৰিমাণে শান্ত হৈছিল। তোমাৰ ভাগ্য মন্দ, পুনৰাই উন্নত পদ লাভ কৰি সৈন্যৰ মাজলৈ আহিছা। চন্দ্ৰৰাওৰ স্থিৰ প্ৰতিজ্ঞা জীৱনত কেতিয়াও নিষ্ফল হোৱা নাই, এতিয়াও নহব। আন উপায় ত্যাগ কৰিলো, এই তৰোৱালেৰে তোমাৰ বুকু বিদীৰ্ণ কৰিম। হিয়াৰ তেজ পি এই ভীষণ পিয়াহ নিবাৰণ কৰিম। ভীৰু! আজি মোৰ হাতত ৰক্ষা নাই।

ক্ৰোধত ৰঘুনাথৰ দুচকু জুইৰ দৰে জ্বলি উঠিছিল, কঁপা-মাতেৰে কলে,—"পামৰ, সমুখৰ পৰা আঁতৰি যা, নহলে মই পৰিত্ৰ প্ৰতিজ্ঞা পাহৰি যাম। তোৰ পাপৰ দণ্ড দিম।"

চন্দ্ৰৰাও। ভীৰু, এতিয়াও যুদ্ধত পৰাঙ্মুখ হৈছ? তেন্তে আৰু শুন, উজ্জয়িনীৰ যুদ্ধত যি কাঁড়েৰে তোৰ পিতাৰৰ হিয়া বিদীৰ্ণ হৈছিল, সি শত্ৰুৰ দ্বাৰা নিক্ষিপ্ত নহয়, চন্দ্ৰৰাও তোৰ পিতৃহন্তা!

ৰঘুনাথে আৰু চকুৰে একো নেদেখিলে, কাণেৰে নশুনিলে, খণ্ডেৰে অসি নিষ্কোষিত কৰি চন্দ্ৰৰাওক আক্ৰমণ কৰিলে। চন্দ্ৰৰাৱে ক্ষীণ হাতেৰে অসি ধাৰণ কৰা নাই। বহু সময় যুদ্ধ হ'ল, উভয়ৰ অসিৰ আঘাতত উভয়ৰ ঢাল বিক্ষত হ'ল, শৰীৰো ক্ষত-বিক্ষত হৈ গ'ল, বাৰিষাৰ বৰষুণৰ ধাৰাৰ দৰে উভয়ৰে শৰীৰৰ পৰা তেজ বৰলৈ ধৰিলে। চন্দ্ৰৰাও বলত হীন নহয়, কিন্তু ৰঘুনাথে দিল্লীত অতি উৎকৃষ্ট অসি-যুদ্ধ শিক্ষা কৰিছিল। ভালেমানপৰ যুদ্ধৰ পিছত তেওঁ চন্দ্ৰৰাওক পৰাস্ত কৰিলে, তেওঁক মাটিত বগৰাই দি বুকৰ ওপৰত আঠুকাঢ়ি কলে, "পামৰ, আজি তোৰ পাপসমূহৰ প্ৰায়শ্চিত্ত হ'ল, পিতাৰ মৃত্যুৰ পৰিশোধ হ'ল।"

মৃত্যুৰ সময়তো চন্দ্ৰৰাও নিৰ্ভীক, তেওঁ বিকট হাঁহি মাৰি কলে, "আৰু তোৰ ভনীয়েৰ বিধবা হ'ল, সেই চিন্তা কৰি সুখেৰে প্ৰাণ বিসৰ্জ্জন কৰিম।"

বিজুলী সঞ্চাৰৰ নিচিনা সকলো কথা তেতিয়া ৰঘুনাথৰ মনত উপলব্ধি হ'ল। এইবাবে লক্ষ্মীয়ে স্বামীৰ নাম কৰা নাই। এইবাবে চন্দ্ৰৰাওৰ অনিষ্ট নহয়, প্ৰাৰ্থনা কৰিছিল। পিতৃহন্তা ৰক্তপিশাচ চন্দ্ৰৰাৱে বলপূৰ্ব্বক প্ৰাণৰ লক্ষ্মীক বিয়া কৰাইছিল। ক্ৰোধত ৰঘুনাথৰ চকুৰেদি জুই ওলাবলৈ ধৰিলে, কিন্তু তেওঁৰ উদ্যত অসি চন্দ্ৰৰাওৰ বুকুত স্থাপিত নহল। তেওঁ লাহে লাহে চন্দ্ৰৰাওক এৰি দি থিয় দিলে।

উভয় যোদ্ধাই পৰস্পৰৰ পিনে স্থিৰদৃষ্টিৰে চাই ক্ৰোধত জ্বলন্ত জুইৰ দৰে থিয় হৈ আছিল। চন্দ্ৰৰাও অসিযুদ্ধত পৰাজিত হৈ ধূলি আৰু বোকাত লুতুৰি পুতুৰি হ'ল আৰু বিকট অসুৰৰ নিচিনা ৰঙা চকুৰে ৰঘুনাথৰ পিনে চাবলৈ ধৰিলে। ৰঘুনাথে পিতাকৰ হত্যা-কথা আৰু ভনীয়েকৰ অৱমাননাৰ কথা স্মৰণ কৰি ৰোষ, অভিমান আৰু জিঘাংসাত দগ্ধচিত্ত হৈ উঠিছে অথচ শাস্তিদানত অপাৰগ হৈ চিত্ৰত অঙ্কিত বৃত্ৰহন্তাৰ দৰে থিয় দি ৰ'ল। এনে সময়ত গছৰ অন্তৰালৰ পৰা হঠাৎ এজন যোদ্ধা ওলাই আহিল। উভয়ে সভয়ে দেখিলে, শিৱজী!

শিৱজীয়ে কোনো কথা নকলে, একো সুসুধিলে, আপোনাৰ সহচৰ চাৰিজন সৈন্যক ইঙ্গিত কৰিলে। সেই চাৰিজন সৈনিক নিস্তব্ধভাবেৰে চন্দ্ৰৰাওৰ ওচৰলৈ আহি তেওঁৰ হাতৰ পৰা তৰোৱাল আৰু চৰ্ম্ম কাঢ়ি লৈ, তেওঁৰ হাত দুখন পাছফালে বান্ধি বন্দী কৰি লৈ গ'ল। শিৱজী অদৃশ্য হ'ল, ৰঘুনাথে আচৰিত হৈ থিয় দি থাকিল।

পিছদিনা ৰাতিপুৱা চন্দ্ৰৰাওৰ বিচাৰ। তেওঁ ৰঘুনাথৰ পিতাকক বধ কৰিছে, সেই দোষৰ বিচাৰ নহয়; ৰঘুনাথক কালি আক্ৰমণ কৰিছে, সেই দোষৰ বিচাৰ নহয়। কদ্ৰমণ্ডল দুৰ্গ আক্ৰমণৰ আগেয়ে শত্ৰু ৰহমৎ খাঁক চন্দ্ৰৰাৱে সংবাদ দিছিল, তাৰ প্ৰমাণ পোৱা গৈছে। আজি তাৰেই বিচাৰ।

আগেয়ে কোৱা হৈছে, আফগান সেনাপতি ৰহমৎ খাঁ কদ্ৰ মণ্ডলত বন্দী হলত শিৱজীয়ে তেওঁক ভদ্ৰ আচৰণ দেখুৱাই মুক্ত কৰি দিছিল, ৰহমৎ খাঁই স্বাধীনতা প্ৰাপ্ত হৈ আপোন প্ৰভু বিজয়পুৰৰ চুলতানৰ ওচৰলৈ গমন কৰিছিল। জয়সিংহই যেতিয়া বিজয়পুৰ আক্ৰমণ কৰে, তেতিয়া ৰহমৎ খাঁই নিজৰ স্বভাৱগত সাহসেৰে যুদ্ধ কৰে, এখন যুজত অতি আহত হৈ জয়সিংহৰ বন্দী হয়। জয়সিংহই তেওঁক নিজৰ শিবিৰলৈ অনাই বহু যত্ন আৰু শুশ্ৰূষা কৰিছিল, কিন্তু সেই ৰোগ আৰু ভাল নহল, তাতেই ৰহমৎ খাঁৰ মৃত্যু হয়।

মৃত্যুৰ আগদিনাখন জয়সিংহই ৰহমৎ খাঁক কলে, "খাঁ চাহেব, আপোনাৰ আৰু বেছি পৰমায়ু নাই, মোৰ সমস্ত যত্ন আৰু চিকিৎসা বৃথা হ'ল। এতিয়া যদি আপোনাৰ কোনো আপত্তি নেথাকে, তেন্তে এটা কথা সুধিব পাৰোঁ।"

ৰহমৎ খাঁই কলে,—"মোৰ মৰণৰ কাৰণে আক্ষেপ নাই, কিন্তু আপুনি শত্ৰু হৈ মোৰ প্ৰতি যেনে সদাচৰণ দেখুৱাইছে, তাক পৰিশোধ কৰিব নোৱাৰিলো, এই আক্ষেপ ৰৈ গ'ল। কি সুধিব খুজিছে, সোধক, আপোনাৰ ওচৰত মোৰ অবক্তব্য একোৱেই নাই।"

জয়সিংহ। কদ্ৰমণ্ডল আক্ৰমণৰ আগেয়ে শিৱজীৰ এজন সেনানীয়ে আপোনাক সংবাদ দিছিল। সি কোন আমি নেজানো, মোৰ ভাব হয়, এজনে অন্যায়ভাবেৰে দণ্ডভোগ কৰিছে।

ৰহমৎ। মই জীৱিত থাকোঁতে সেই নাম প্ৰকাশ নকৰোঁ বুলি প্ৰতিজ্ঞা কৰিছিলো। ৰাজপুত! আপোনাৰ ভদ্ৰ আচৰণত মই অতিকৈ সম্মানিত হৈছো, কিন্তু পাঠান প্ৰতিজ্ঞা লঙ্ঘন কৰিবলৈ সমৰ্থ নহয়।

জয়সিংহ। যোদ্ধা, আপোনাক প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ মই কোৱা নাই, কিন্তু যদি কোনো নিদৰ্শন থাকে, সেইটো মোক দিয়াত জানো আপত্তি আছে?

ৰহমৎ। প্ৰতিজ্ঞা কৰক, সেই নিদৰ্শন মোৰ মৃত্যুৰ পূৰ্ব্বে পাঠ নকৰিব ?

জয়সিংহই সেই প্ৰতিজ্ঞাই কৰিলে, তেতিয়া ৰহমৎ খাঁই তেওঁক কিছুমান কাগজ দিলে। ৰহমতৰ মৃত্যুৰ পিছত ৰাজা জয়সিংহই সেই সমস্ত পত্ৰ পাঠ কৰি দেখিলে, বিদ্ৰোহী চন্দ্ৰৰাও।

চন্দ্ৰৰাৱে ৰহমৎ খাঁক নিজ হাতেৰে চিঠি লিখি পঠিয়াইছিল, ৰজাই তাক পঢ়িলে, তাৰ লগত আন আন যি যি কাগজ আছিল, তাকো পাঠ কৰিলে, চন্দ্ৰৰাৱে পাঠানসকলৰ পৰা যি পাৰিতোষিক প্ৰাপ্ত হৈছিল, তাৰ প্ৰাপ্তি স্বীকাৰ ৰাজা জয়সিংহই দেখিলে, জয়সিংহৰ মৃত্যুৰ দিনত তেওঁৰ মন্ত্ৰীয়ে সেই সকলো কাগজ শিৱজীক দিছিল।

বিচাৰত বিশেষ সময়ৰ আৱশ্যক নহল। শিৱজীৰ চিৰবিশ্বস্ত মন্ত্ৰী ৰঘুনাথ ন্যায়শাস্ত্ৰীয়ে এখন এখনকৈ সেই চিঠিবোৰ পাঠ কৰিবলৈ ধৰিলে। যেতিয়া পাঠ শেষ হ'ল, তেতিয়া ক্ৰোধত সকলো সেনানীয়ে গৰ্জ্জন কৰি উঠিল। চন্দ্ৰৰাও বিদ্ৰোহী, স্বয়ং শত্ৰুবিলাকক বাতৰি দি পাৰিতোষিক গ্ৰহণ কৰিছিল। সেই দোষত নিৰ্দ্দোষী নিষ্কলঙ্ক বীৰ ৰঘুনাথৰ প্ৰাণদণ্ডৰ প্ৰয়াস পাইছিল, এই কথা সকলোৱে জানিব পাৰি ক্ৰোধত হুঙ্কাৰ মাৰি উঠিল।

তেতিয়া শিৱজীয়ে কলে, "পাপাচাৰী বিদ্ৰোহী, তোৰ মৃত্যু ওচৰত, তোৰ কিবা কবলৈ আছে ?"

মৃত্যুৰ সময়তো চন্দ্ৰৰাও নিৰ্ভীক, তেওঁৰ দুৰ্দ্দমনীয় দৰ্প আৰু অভিমান এতিয়াও আগৰ দৰে। কলে, "মই আৰু কি কম ? আপোনাৰ বিচাৰ ক্ষমতা প্ৰসিদ্ধ। এদিন এই দোষত ৰঘুনাথক দণ্ড দিছিল, আজি মোক দণ্ড দিছে, মোৰ মৃত্যুৰ পিছত আৰু এদিন আৰু এজনক দণ্ড দিব, তেতিয়া জানিব, চন্দ্ৰৰাৱে এই বিষয়ৰ বিন্দুবিসৰ্গও নেজানে, এই সকলোবোৰ প্ৰমাণেই জাল।"

এই বিদ্ৰূপত শিৱজীয়ে মৰ্ম্মান্তিক ক্ৰুদ্ধ হৈ আদেশ কৰিলে,

“ঘাতক; চন্দ্ৰৰাওৰ দুই হাত ছেদন কৰ, তেনে কৰিলে আৰু পাৰিতোষিক লব নোৱাৰিব। তাৰ পিছত তপত লোৰ দ্বাৰা কপালত ‘বিশ্বাসঘাতক’ অঙ্কিত কৰি দে, তেনেহলে আৰু কোনোৱে বিশ্বাস নকৰিব।”

ঘাতকে এই নৃশংস আদেশ পালন কৰিবলৈ গৈছিল, এনে সময়ত ৰঘুনাথে থিয় দি কলে, “মহাৰাজ, মোৰ এটা নিবেদন আছে।”

শিৱজী। ৰঘুনাথ, এই বিষয়ে তোমাৰ নিবেদন আমি অৱশ্যে শুনিম, কিয়নো, এই পামৰে তোমাৰেই প্ৰাণ নাশৰ চেষ্টা কৰিছিল; তাৰ কি প্ৰতিশোধ লবলৈ ইচ্ছা কৰা নিবেদন কৰা।

ৰঘুনাথ। মহাৰাজৰ অঙ্গীকাৰ অলঙ্ঘ্য। মই এই প্ৰতিহিংসা যাজ্ঞা কৰোঁ যে, চন্দ্ৰৰাওৰ কেশাগ্ৰও যেন কোনোৱে স্পৰ্শ নকৰে, অনুগ্ৰহ কৰি বিনা দণ্ডে মুক্তি দিয়ক।

সভাৰ সকলোৱে বিস্মিত আৰু স্তব্ধ!

শিৱজীয়ে ক্ৰোধ দমন কৰি কলে,—“তোমাৰ প্ৰতি যিজনে অন্যায় অত্যাচাৰ কৰিছিল, তোমাৰ অনুৰোধত এই চন্দ্ৰৰাওক ক্ষমা কৰিলো। ৰাজবিদ্ৰোহ আচৰণৰ শাস্তি দিবৰ অধিকাৰী ৰজা। সেই শাস্তিৰ আদেশ কৰিছো, ঘাতক কাৰ্য্য কৰ।”

ৰঘুনাথ। মহাৰাজৰ বিচাৰ অনিন্দনীয়, কিন্তু দাসে প্ৰভুৰ ওচৰত ভিক্ষা বিচাৰিছে, চন্দ্ৰৰাওক বিনা দণ্ডে মুক্তি দিয়ক।

শিৱজী। এই ভিক্ষাদানত মই অসমৰ্থ। ৰঘুনাথ, তোমাক এই বাৰলৈ ক্ষমা কৰিলো, আনক ইমান ক্ষমা নকৰিলোহেঁতেন। শিৱজীৰ আদেশৰ ওপৰত কথা নকৰা।

ৰঘুনাথ। প্ৰভু, দুটা এটা যুদ্ধত এই দাসে প্ৰভুৰ কাৰ্য্য কৰিবলৈ সমৰ্থ হৈছিল, প্ৰভুৱেও দাসক অভিলষিত পুৰস্কাৰ দিবলৈ স্বীকৃত হৈছিল। আজি সেই পুৰস্কাৰ বিচাৰিছো, চন্দ্ৰৰাওক বিনা দণ্ডে মুক্ত কৰক।

ক্ৰোধত শিৱজীৰ নয়নৰ পৰা জুইৰ ফিৰিঙতি বাহিৰ হৈছিল, গৰ্জ্জি উঠি কলে, "ৰঘুনাথ ! ৰঘুনাথ ! কেতিয়াবা কেতিয়াবা আমাৰ উপকাৰ কৰিছিলা বুলি আজি আমাৰ বিচাৰ অন্যথা কৰিব খোজা ? ৰাজ-আদেশ অন্যথা নহয় ; তুমিও নিজৰ বীৰত্বৰ কথা নিজে কৰলৈ ত্যাগ কৰা ।"

এই তিৰস্কাৰ বাক্যত ৰঘুনাথৰ মুখ ৰঙা হৈ উঠিল । তেওঁ ধীৰে ধীৰে কঁপা মাতেৰে উত্তৰ দিলে—"প্ৰভু, পুৰস্কাৰ খোজা দাসৰ অভ্যাস নাই । আজি জীৱনৰ ভিতৰত প্ৰথম পুৰস্কাৰ বিচাৰিছো । প্ৰভু যদি এই পুৰস্কাৰ দানত অসম্মত হয়, তেন্তে এই দাসে দ্বিতীয় বাৰ নিবিচাৰে । দাসৰ মাথোন এই ভিক্ষা, প্ৰভুৱে সদয় হৈ তেওঁক বিদায় দিয়ে । ৰঘুনাথে সৈনিকৰ ব্ৰত ত্যাগ কৰিব, আৰু গোস্বামী হৈ দেশে দেশে ভিক্ষা কৰি ফুৰিব ।"

শিৱজী খন্তেক নিস্পন্দ আৰু নিস্তব্ধ হৈ ৰল । তেতিয়া এজন অমাত্য ওচৰলৈ আহি কাণে কাণে কলে, চন্দ্ৰৰাও ৰঘুনাথৰ ভনীয়েকৰ স্বামী । সেই কাৰণে ৰঘুনাথে ভগিনীপতিৰ প্ৰাণ ভিক্ষা কৰিছে ।

তেতিয়া আচৰিত হৈ শিৱজীয়ে চন্দ্ৰৰাওক মুকলি কৰি দিবলৈ আদেশ দিলে । শেহত বজ্ৰনাদেৰে কলে,—"যা চন্দ্ৰৰাও, শিৱজীৰ ৰাজ্যৰ পৰা বহিস্কৃত হৈ যা । আন দেশলৈ যা, আন আত্মীয় স্বজনক বধ কৰ গৈ, আন মিত্ৰৰ সৰ্ব্বনাশ সাধন কৰ, শত্ৰুৰ ওচৰৰ পৰা উৎকোচ গ্ৰহণ, ষড়যন্ত্ৰ আৰু বিদ্ৰোহ আচৰণ কৰি কৰি পাপ জীৱনৰ অৱশিষ্ট কাল শেষ কৰ ।"

চন্দ্ৰৰাও ভীৰু নহয় । লাহে লাহে ক্ৰোধ জৰ্জ্জৰিত শৰীৰেৰে ৰঘুনাথৰ ওচৰলৈ গৈ কলে,—"বালক, তোৰ দয়া মোক নেলাগে, তই দিয়া জীৱন মই তুচ্ছ জ্ঞান কৰোঁ ।" পিছমুহূৰ্ত্ততে আপোন ছুৰিকাখন নিজৰ বুকুত সুমুৱাই দি অভিমানী ভীষণপ্ৰতিজ্ঞ চন্দ্ৰৰাও জুমলাদাৰে আপোনাৰ চিৰনিষ্কৃতি সাধন কৰিলে । প্ৰাণহীন দেহ সভাস্থলত পতিত হ'ল ।

## পঞ্চত্ৰিংশ পৰিচ্ছেদ

## ককায়েক-ভনীয়েক

পুত্ৰ পৰিবাৰ
কোৱা কোন কাৰ,
যেনুৱা গছৰ ছায়া।
জল বিম্ব-প্ৰায়,
সবে মিথ্যাময়
মাথোন সংসাৰ মায়া॥

—কৃত্তিবাস ওঝা।

আমাৰ আখ্যায়িকা শেষ হৈছে; এতিয়া উপন্যাসত লিখিত মানুহবোৰৰ বিষয়ে দুটা এটা কথা কৈ বিদায় লম।

বুঢ়া জনাৰ্দ্দনে পালিত ছোৱালীজনীক হেৰুৱাই বলিয়াৰ দৰে হৈছিল, পুনৰাই সৰযূক পাই আনন্দত চকুৰ পানী পেলাবলৈ ধৰিলে। তেওঁ পুলকিত অন্তৰেৰে ৰঘুনাথক আহ্বান কৰিলে, সানন্দ হৃদয়েৰে শুভদিনত কন্যাদান কৰিলে. সৰযুৰ অন্তৰৰ সুখ কোনে বৰ্ণনা কৰিব? চাৰি বছৰ তেওঁ দেৱকান্তিৰ জপ কৰিছিল, সেই পুৰুষদেৱে যেতিয়া সৰযূক কোমল হিয়াত ধাৰণ কৰিলে, সৰযুৰ ওঁঠত তপত ওঁঠ লগাই দিলে, তেতিয়া সৰযূ উন্মাদিনী হ'ল।

আৰু ৰঘুনাথ?—ৰঘুনাথে ভোৰণ দুৰ্গত যি সপোন দেখিছিল, সি সাৰ্থক হ'ল। সেই প্ৰিয় কণ্ঠমালা বাৰে বাৰে সৰযুৰ হিয়াত ধুলাই দিলে, সেই পুষ্পৰ কোমলতাকো নিন্দা কৰিব পৰা দেহলতা হিয়াত ধাৰণ কৰিলে, সেই বিশাল স্নেহপূৰ্ণ চকুযুৰিৰ পিনে চাই-চাই পৃথিবীক পাহৰি গ'ল।

সৰযূৱে তেওঁৰ সাতবছৰীয়া "বাইদেউক" পাহৰি নগল। ৰঘুনাথৰ অনুৰোধত শিৱজীয়ে গোকৰ্ণক এটা জায়গীৰ দান কৰিলে আৰু গোকৰ্ণৰ পুত্ৰ ভীমজীক ওপৰলৈ নি হাবিলদাৰৰ পদত নিযুক্ত কৰিলে।

সৰযূৱে বাইদেউক সদায় নিজৰ ঘৰত ৰাখে, আৰু বৰৰ সৈতে "সমানে সমানে" ভাল পায় আৰু কেই বছৰমান পিছত এটা সদ্বংশীয় সুচৰিত্ৰ দৰা চাই বাইদেৱেকক বিয়া দিলে। বিয়াৰ দিনা সৰযূ আৰু ৰঘুনাথ নিজে উপস্থিত থাকিল। সৰযূৱে কন্যাৰ কাণে কাণে কলে,—"চাবা বাইদেউ! যি কৈছিলা, সেই কথা মনত ৰাখিবা, বৰতকৈ মোক বেছি ভাল পাব লাগিব।"

ৰঘুনাথে এই আখ্যায়িকা লিখাৰ সময়ৰ পৰা তেৰ বছৰলৈ সুখ্যাতি আৰু সন্মানৰ সৈতে শিৱজীৰ অধীনত কাম কৰিবলৈ ধৰিলে। যশোৱন্ত সিংহই যেতিয়া জানিব পাৰিলে যে, ৰঘুনাথ তেওঁৰেই প্ৰিয় অনুচৰ গজপতি সিংহৰ পুতেক, তেতিয়া ৰঘুনাথক স্বদেশলৈ মাতিলে। কিন্তু শিৱজীয়ে ৰঘুনাথক দেশলৈ যাবলৈ নিদিলে, যিমান দিন জীয়াই আছিল, ৰঘুনাথক ওচৰত ৰাখিলে। পিছত যেতিয়া ১৬৮০ খৃষ্টাব্দৰ চ'ত মাহত শিৱজীৰ মৃত্যু হয়, তেতিয়া শিৱজীৰ অযোগ্য পুত্ৰ শম্ভূজীয়ে পিতাকৰ পুৰণি ভৃত্যসকলক এটা এটাকৈ অপমানিত বা কাৰাৰুদ্ধ কৰিবলৈ ধৰিলে। ৰঘুনাথ আৰু মহাৰাষ্ট্ৰত থাকিলে উপকাৰ নাই দেখি সৰযূ আৰু জনাৰ্দ্দনৰ সৈতে স্বদেশলৈ গুচি গ'ল। সূৰ্য্যমহলত পুৰান দুৰ্গত তিলক সিংহৰ প্ৰপৌত্ৰই প্ৰৱেশ কৰিলে।

পাঠক! ইচ্ছা, ইয়াতেই আপোনাৰ পৰা বিদায় লওঁ, কিন্তু আৰু এজনৰ কথা কবলৈ বাকী আছে, শান্ত চিৰ সহিষ্ণু লক্ষ্মীৰূপিনী লক্ষ্মীৰ কথা কবলৈ বৈ গৈছে।

যিদিনাখন চন্দ্ৰৰাৱে আত্মহত্যা কৰিছিল, ৰঘুনাথে সিদিনাখনেই ভনীয়েকৰ লগত দেখা কৰিবলৈ গ'ল। যি দেখিলে, তাতে তেওঁৰ

হিয়া স্তম্ভিত হ'ল। দেখিলে, শৱৰ কাষত লক্ষ্মীয়ে আউলি-বাউলি চুলিৰে বাগৰি আছে, ঘনে ঘনে অচেতন হৈছে, মাজে মাজে বুকুফলা চিঞৰেৰে ঘৰ পৰিপূৰ্ণ কৰি তুলিছে। হিন্দু ৰমণীৰ পতিৰ মৃত্যুত যি ভীষণ যাতনা হয়, কোনে তাক বৰ্ণনা কৰিব পাৰে? আজি লক্ষ্মীৰ চকুৰ পোহৰ নুমাই গৈছে, হিয়া শূন্য হৈছে, জগত এন্ধাৰ হৈ পৰিছে। শোক, বিষাদ, নৈৰাশ্য আৰু নৱ-বৈধব্যৰ অসহ্য যাতনাত বিধবাই ঘনে ঘনে চিঞৰি উঠিছে।

ৰঘুনাথে সান্ত্বনা দিবলৈ চেষ্টা কৰিলে, সান্ত্বনা দূৰত থাকক, লক্ষ্মীয়ে প্ৰাণৰ ককায়েকক চিনিবও নোৱাৰিলে। গিৰ্ গিৰ্কৈ চকুপানী পেলাই ৰঘুনাথ ঘৰৰ পৰা ওলাই আহিল।

গধূলি ৰঘুনাথে আকৌ ভনীয়েকক চাবলৈ আহিল, লক্ষ্মীৰ ভাব পৰিবৰ্ত্তন দেখি অলপ বিস্মিত হল। দেখিলে,—লক্ষ্মীৰ চকুত পানী নাই, ধীৰে ধীৰে স্বামীৰ মৃতদেহটিক ধুনীয়া সুগন্ধ ফুলেৰে সজাবলৈ ধৰিছে। ছোৱালীয়ে যেনেকুৱা মনোনিবেশ কৰি পুতলা সজায়, লক্ষ্মীয়েও তেনেদৰে মনোযোগেৰে মৃতদেহক সজাবলৈ ধৰিছে।

ৰঘুনাথ ঘৰত সোমালত, লক্ষ্মী লাহে লাহে ৰঘুনাথৰ ওচৰলৈ আহিল, খুব লাহে লাহে ভৰি পেলাই আহিল, যেন শব্দ হলে স্বামীৰ টোপনি ভাঙে; অতি মৃদু স্বৰেৰে কলে, "দাদা ৰঘুনাথ! তোমাৰ লগত যে আৰু এবাৰ দেখা হ'ল, মোৰ পৰম ভাগ্য, এতিয়া আৰু মোৰ মনত কষ্ট নাই।"

চকুপানী টুকি ৰঘুনাথে কলে, "প্ৰাণৰ ভনীটি লক্ষ্মী, মই তোমাৰে সৈতে এই সময়ত দেখা নকৰি জানো থাকিব পাৰো?"

লক্ষ্মীয়ে আঁচলেৰে ৰঘুনাথৰ চকুৰ পানী মচি দি কলে, "সঁচাকৈ দাদা, তোমাৰ দয়াৰ শৰীৰ, তুমি হৃদয়েশ্বৰৰ বাবে ৰজাৰ ওচৰত যি আবেদন কৰিছিলা, শুনিছো। মোৰ ভাগ্যত যি আছিল, সিয়েই ঘটিছে, ভগবানে তোমাক সুখেৰে ৰাখক।"

ৰঘুনাথ। লক্ষ্মী, তুমি বুদ্ধিমতী,—মই চিৰদিনেই জানো, এই অসহনীয় শোক অলপ সংবৰণ কৰিছা দেখি তুষ্ট হলো। মানুহৰ জীৱন শোকময়, তোমাৰ কপালত যি আছিল সেইটো ঘটিছে, সেই শোক সহিষ্ণু হৈ ধাৰণ কৰা। আহা, মোৰ ঘৰলৈ আহা, ককায়েৰাৰ ভালপোৱাই ককায়েৰাৰ যত্নই যদি সন্তোষ দান কৰিবলৈ পাৰে, লক্ষ্মী মই ত্ৰুটি নকৰিম।

লক্ষ্মীয়ে অলপ হাঁহিলে। সেই হাঁহি দেখি ৰঘুনাথৰ প্ৰাণ শুকাই গ'ল। অলপ হাঁহি মাৰি লক্ষ্মীয়ে কলে,—"দাদা, তোমাৰ দয়াৰ শৰীৰ, কিন্তু লক্ষ্মীক স্বয়ং জগদীশ্বৰেই সান্ত্বনা দিছে, শান্তিৰ পথ দেখুৱাই দিছে, তেওঁ জীৱিতকালত দাসীক অতি ভাল পাইছিল, দাসী জীৱনত তেওঁৰ প্ৰণয়িনী আছিল, মৰণত তেওঁৰ সঙ্গিনী হব।"

ৰঘুনাথৰ মুৰত আকাশী স্বৰগ ভাগি পৰিল। তেতিয়া তেওঁ লক্ষ্মীৰ ভাব পৰিবৰ্ত্তনৰ কাৰণ বুজিব পাৰিলে, লক্ষ্মীৰ শান্ত ভাবৰ কাৰণ বুজিব পাৰিলে। লক্ষ্মা সহমৰণত স্থিৰসঙ্কল্প হৈছে।

তেতিয়া ৰঘুনাথে বহু সময়লৈকে লক্ষ্মীৰ প্ৰতিজ্ঞাভঙ্গৰ চেষ্টা কৰিলে, বহু বুজালে, বহু কান্দিলে, ৰাতি এপৰলৈ লক্ষ্মীৰ সৈতে তৰ্ক কৰিলে। ধীৰ শান্ত লক্ষ্মীৰ একেই উত্তৰ, "হৃদয়েশ্বৰে মোক বৰ ভাল পাইছিল, মই তেওঁক এৰি থাকিব নোৱাৰিম।"

অৱশেহত ৰঘুনাথে সজল নয়নেৰে কলে, "লক্ষ্মী! এদিন মোৰ জীৱন নিৰাশাৰে পূৰ্ণ হৈছিল, মই জীৱন ত্যাগৰ সঙ্কল্প কৰিছিলো। ভনীটি, তোমাৰ প্ৰবোধত, তোমাৰ স্নেহময় কথাত সেই সঙ্কল্প ত্যাগ কৰিলো, পুনৰাই কাৰ্য্যময় জগতত প্ৰৱেশ কৰিলো। লক্ষ্মী, তুমি জানো ককায়েৰাৰ কথা নেৰাখিবা? তুমি জানো ককায়েৰাক ভাল নোপোৱা?"

লক্ষ্মীয়ে আগৰদৰে শান্তভাবে উত্তৰ কৰিলে, "দাদা, সেই কথা মই পাহৰা নাই, তুমি লক্ষ্মীক ভাল পোৱা, লক্ষ্মীৰ কথা

শুনিছিলা, তাক পাহৰা নাই। কিন্তু ভাবি চোৱাঁ,—পুৰুষৰ বহু আশা বহু উদ্যম, বহু অৱলম্বন ; এটা গলে আনটো থাকে, এটা চেষ্টা নিষ্ফল হলে, দ্বিতীয়টো সফল হয়। দাদা, তুমি সিদিনা ভনীয়েৰাৰ কথাটো ৰাখিছিলা, আজি তোমাৰ কলঙ্ক দূৰীভূত হৈছে, ক্ষমতা বৃদ্ধি হৈছে, সুযশস্যা দেশ-দেশান্তৰলৈ বিয়পি পৰিছে। কিন্তু, অভাগিনী নাৰীৰ কি আছে? আজি মই যি চকুৰ মণিটো হেৰুৱাইছো, তাক জানো আৰু জীৱনত পাম? যি মহাত্মাই দাসীক ইমান ভাল পাইছিল, ইমান অনুগ্ৰহ কৰিছিল, জীয়াই থাকিলে তেওঁক জানো আৰু পাম? দাদা, তুমি লক্ষ্মীক বাল্যকালৰ পৰা বৰ ভাল পাইছা, আজি সদয় হোৱা। লক্ষ্মীৰ একমাত্ৰ সুখৰ বাটত কাঁইট নহবা, যিজনে দাসীক ইমান ভাল পাইছিল, তেওঁৰ সৈতে যাবলৈ দিয়া।”

ৰঘুনাথ নিৰস্ত হ'ল, স্নেহময়ী ভগিনীৰ আঁচলত মুখ লুকাই লবাৰ দৰে গিৰ্ গিৰ্ কৈ চকুপানী পেলাবলৈ ধৰিলে। এই অসাৰ কপট সংসাৰত ককায়েক-ভনীয়েকৰ অখণ্ডনীয় প্ৰণয়ৰ নিচিনা পৱিত্ৰ স্নিগ্ধ প্ৰণয় আৰু কি আছে? স্নেহময়ী ভনীৰ দৰে অমূল্য ৰত্ন এই বিশাল বিশ্বব্ৰহ্মাণ্ডত আৰু কলৈ গলে পোৱা যাব?

নিশা দুপৰৰ সময়ত চিতা প্ৰস্তুত হ'ল। চন্দ্ৰৰাওৰ শৱ তাৰ ওপৰত স্থাপিত কৰা হ'ল। হাঁহিমুখে লক্ষ্মীয়ে ধুনীয়া পাটৰ কাপোৰ আৰু অলঙ্কাৰ আদি পিন্ধি এজন এজনকৈ সকলোৰে পৰা বিদায় ললে।

লক্ষ্মী চিতাৰ ওচৰলৈ আহিল, দাসীসকলক অলঙ্কাৰ বস্ত্ৰ, মুক্তা বিলাই দিলে, নিজ হাতে সিহঁতক চকুৰ পানী মচি দি মধুৰ কথাৰে সান্ত্বনা দিবলৈ ধৰিলে। জ্ঞাতি-কুটুমৰ মতা-তিৰোতাৰ পৰা বিদায় ললে, গুৰুসকলৰ পদধূলি ললে। সকলোৰে চকুৰ পানী আঁচলেৰে মচি দিলে, মধুময় বাক্যেৰে সকলোকে প্ৰবোধ দিলে।

শেষত লক্ষ্মী ৰঘুনাথৰ ওচৰলৈ আহিল আৰু কলে, “দাদা,

বাল্যকালৰ পৰাই তোমাৰ লক্ষ্মীক বৰ ভাল পাইছিলা, আজি লক্ষ্মী ভাগ্যৱতী, আজি চিৰসুখিনী হ'ব, এবাৰ ভালপোৱাৰ কাম কৰা, চেনেহৰ সৈতে ভনীয়েৰাক বিদায় দিয়া, তোমাৰ লক্ষ্মীক বিদায় দিয়া।"

ৰঘুনাথে আৰু সহিব নোৱাৰিলে, লক্ষ্মীৰ হাতদুখনত ধৰি সৰু লৰাৰ নিচিনাকৈ হুক্-হুক্ কৈ কান্দি উঠিল। লক্ষ্মীৰো দুচকুৰ পৰা পানী বাগৰি পৰিল!

চেনেহৰে সৈতে ককায়েকৰ চকুৰ পানী মচি দি লক্ষ্মীয়ে কলে, "ছিঃ দাদা, শুভকাৰ্য্যত চকুপানী টোকা কেলেই? পিতাৰ নিচিনা তোমাৰ সাহ, পিতাৰ দৰে তোমাৰ মহৎ অন্তঃকৰণ; জগদীশ্বৰে তোমাৰ সম্মান আৰু বৃদ্ধি কৰিব, জগত তোমাৰ যশস্যাৰে পৰিপূৰ্ণ হব। লক্ষ্মীৰ শেষ বাসনা এই, ভগবানে যেন ৰঘুনাথক সুখে ৰাখে। দাদা, বিদায় দিয়া, দাসীৰ বাবে স্বামীয়ে বাট চাই আছে।"

কাতৰ কণ্ঠে ৰঘুনাথে কলে, "লক্ষ্মী, তোমাত বাজে পৃথিবী তুচ্ছ বুলি ধাৰণা হৈছে, ৰঘুনাথৰ জগতত আৰু কি আছে? প্ৰাণৰ লক্ষ্মী, তোমাক কেনেকৈ বিদায় দিম, তোমাক এৰি কেনেকৈ জীৱন ধাৰণ কৰিম?" আৰ্ত্তনাদ কৰি ৰঘুনাথ মাটিত বাগৰি পৰিল।

বহু যত্ন কৰি লক্ষ্মীয়ে ৰঘুনাথক তুলিলে, পুনৰাই চকুৰ পানী মচি দিলে, বহু সান্ত্বনা কৰিলে, বহুত বুজালে আৰু কলে, "দাদা, তুমি বীৰশ্ৰেষ্ঠ, পুৰুষৰ যি ধৰ্ম্ম তাক তুমি পালন কৰিছা, তোমাৰ লক্ষ্মীক নাৰীৰ ধৰ্ম্ম পালন কৰিবলৈ দিয়া। আৰু পলম নকৰিবা, বাধা নিদিবা। সৌ চোৱাঁ, পূবপিনে আকাশ ৰঙা বৰণীয়া হৈছে, তোমাৰ লক্ষ্মীক বিদায় দিয়া।"

গদ্ গদ্ কণ্ঠেৰে ৰঘুনাথে কলে,—"লক্ষ্মী, প্ৰাণৰ লক্ষ্মী, এই জগতত তোমাক বিদায় দিলো; এই আকাশ, এই পুণ্যধামত আৰু এবাৰ তোমাক পাম; সেই পৰ্য্যন্ত জীৱন্মৃত হৈ থাকিলো।"

ককায়েকৰ ভৰিৰ ধূলি লৈ লক্ষ্মীয়ে চিতাৰ কাষলৈ গ'ল, স্বামীৰ

ভবি দুখনত মূৰটো থৈ কলে, "হৃদয়েশ্বৰ, জীৱনত তুমি মৰ ভাল পাইছিলা, এতিয়া অনুগ্ৰহ কৰা যেন তোমাৰ ভবিৰ কাষত থাকি তোমাৰ লগত যাব পাৰো। জন্মে জন্মে যেন তোমাক স্বামী পাওঁ, জন্মে জন্মে যেন লক্ষ্মীয়ে তোমাৰ চৰণ সেৱিবলৈ পায়।"

ধীৰে ধীৰে লক্ষ্মীয়ে চিতাত আৰোহণ কৰিলে, স্বামীৰ ভৰিৰ কাষত বহিল, আৰু ভৰি দুখন ভক্তি ভাবেৰে কোলাত তুলি ললে। চকু মুদিলে; ভাব হ'ল, সেই মুহূৰ্ত্ততেই লক্ষ্মীৰ আত্মা স্বৰ্গলৈ গুচি গ'ল।

জুই জ্বলিল, বৰ বেছি ঘিউ থকা বাবে বেগেতে দপ্ দপ্‌কৈ জুই জ্বলি উঠিল। পোনপ্ৰথমে অগ্নিজিহ্বাই লক্ষ্মীৰ পবিত্ৰ শৰীৰ চেলেকিবলৈ ধৰিলে, ততালিকে তেজৰে সৈতে চাবিওফালে আগুৰি লক্ষ্মীৰ মূৰৰ ওপৰলৈ উঠিল আৰু নৈশ গগনৰ পিনে মহা শব্দেৰে দৌৰিবলৈ ধৰিলে। লক্ষ্মীৰ এটা অঙ্গও নলৰিল, এডাল চুলিও নকঁপিল।

—সম্পূৰ্ণ—

